# এম. এল. এ.

[ *Man of Light & Aspiration* ]

শ্রীনবীন চন্দ্ৰ ডেকা



॥ [illegible] ॥

অসম বুক ডিপো

[illegible]

# উৎসৰ্গা

যাৰ অসীম কৰুণাগুণে এই বিনন্দীয়া বিশ্বভুবন দৰশন লভিলো, সুখে-দুখে যি জনাই পক্ষী-শাৱকৰ দৰে মোক পাখিৰে আগুৰি আছে ; যাৰ অপৰিসীম স্নেহ আৰু স্বৰ্গীয় আশীষ শিৰত লৈ জীৱনৰ একা-বেঁকা, খলা-বমা বাট বুলিছো ; সংকট মুহূৰ্ত্তত যি গৰাকী দেৱীয়ে অন্তৰত প্ৰেৰণা, হৃদয়ত বল আৰু আত্মাত প্ৰতিজ্ঞা জগাই আহিছে—সেই কৰুণাময়ী, মহীয়সী, স্বৰ্গাদপি গৰীয়সী জননীৰ চৰণ প্ৰান্তত অভাজন পুত্ৰৰ ভক্তিৰ চিন স্বৰূপে এম. এল. এ. উৎসৰ্গা কৰা হ'ল।

—ৰবীন

# চিনাকি

* * * *

নবীন চন্দ্ৰ ডেকাৰ উপন্যাসৰ নামটো শুনি উচাপ্ খাই উঠিছিলোঁ। পাঠ কৰো তেনে গতি হ'ব পাৰে! এম. এল. এ। এই নামৰ যে কি মাহাত্ম্য! কোনোৱে ভয় খায়; কোনোৱে শৰাই আগ বঢ়ায়। সমালোচনাৰ বিষয় বুলি ভাবে বেছিয়ে। কাৰণ আমাৰ দেশত দলীয় শাসন চলি আছে। গতিকে মোৰো ভাব হৈছিল নতুন ঔপন্যাসিকে কিজানি কিবা ৰাজনৈতিক সমালোচনাৰ পাতনি তৰিছে। তেওঁৰ পৰা আশ্বাস পালোঁ যে তেনেখন জাল তেওঁৰ নাই।

উপন্যাসখনি পঢ়ি সন্তোষ পালোঁ! একেৰাহে পঢ়িলোঁ। ঘটনাৰ গাঁথি ৰোৰ এটাৰ পিছত এটাকৈ স্বাভাৱিকতাৰে মেলি ধৰা হৈছে—যেন অনাড়ম্বৰ ভাৱে হৈ যোৱা আৰু দেখাশুনা কথাকে বিৱৰি কৈছে। নতুন ঔপন্যাসিকৰ কাৰণে ই এটি সহজ সাধ্য কাম নহয়। অনাৱশ্যকীয়টো সাধাৰণতে বৰ্জ্জিত হৈ আহিছে যদিও উপন্যাস-সুলভ কথাংশৰ জটিলতা সেই অনাড়ম্বৰ কাহিনী-কথনৰ ভিতৰতে আছে। এটা কাহিনীৰ ভিতৰতে কত বিচিত্ৰ সৰু সৰু নাটৰ অভিনয় হৈছে; কিন্তু সিহঁতৰ ইটোৱে সিটোক নকল কৰা নাই। নহ'লে পঢ়োঁতে আমনি লাগিলহেঁতেন। চৰিত্ৰ-চিত্ৰণৰ সৰু সীমাৰ মাজতো ইটো-সিটো চৰিত্ৰই শ্ৰেণীৰূপ নহৈ ব্যক্তি ৰূপত দেখা দিছে। ঘটনাৰ সংঘাত, চৰিত্ৰৰ সংঘাত আদিৰ মাজেদি কৌতূহল টানি উপন্যাসখন আগবাঢ়ে। সংলাপৰ দুই এটি অংশ ক'ৰবাত অস্বাভাৱিক যেন লাগিলেও মুঠৰ ওপৰত সি সজীৱ হৈছে। পাঠকৰ চঞ্চল চিত্ত বিনোদনৰ কাৰণে মাত্ৰ কোনো পৰিস্থিতি বা বৰ্ণনা সন্নিৱেশ কৰা নাই; উপন্যাসখনিৰ পিছফালে এটি আধ্যাত্মিক আদৰ্শ থিয় হৈ আছে আৰু সিয়েই গোটেই বস্তুটিক আলোকিত কৰি ৰাখিছে। মানুহ বোৰ কিন্তু সকলো বোৰ আমাৰ চিনাকি; সিবিলাকক বিচাৰি কোনো কৃত্ৰিম সমাজলৈ যাব নালাগে বা কল্পলোকলৈও যোৱাৰ আৱশ্যক নাই।

মুঠতে নতুন ঔপন্যাসিকক অভিবাদন জনাইছোঁ আৰু উজ্জ্বলতৰ ভৱিষ্যত কামনা কৰিছোঁ।

বৈজয়ন্তী, শৰণীয়া,
গুৱাহাটী
২৪ অক্টোবৰ, ১৯৬০।

ড° মহেশ্বৰ নেওগ

# আমাৰ নিবেদন

## তৃতীয় তাঙৰণৰ কথা

ভৰছে ভৰছে ভুমুকি মৰা আলৈ-আহুকালৰ চেপা-খুন্দাত পৰি আজি সুদীৰ্ঘ আঢৈ টা দশকে আমাৰ এম. এল. এ. ৰাইজৰ আগত মুখ দেখুৱাব পৰা নাছিল। ১৯৬৩ চনতে দ্বিতীয় তাঙৰণ ওলাই ২।৩ টা বছৰতে শেষ হৈ যোৱাৰ পাছতো আমি ৩য় তাঙৰণ উলিয়াবৰ সামৰ্থ্য লাভ কৰিব পৰা নাই। এই অপাৰগতাৰ কৈফিয়ৎ আমি নিজেই নিজক দিয়াটো কঠিন। চৰকাৰী চাকৰিৰ দায়ত বিভিন্ন ঠাইত অৰবীৰ দৰে ঘূৰা প্ৰতিকূল অৱস্থা আৰু নিয়তিৰ নিৰ্ম্মম বিচাৰ—মাতৃ-বিয়োগ, আধি-ব্যাধি, সুশীলা শিক্ষিতা দুহিতাৰ আকস্মিক মৃত্যু আদিয়ে মনৰ গতিতে কিবা আউল লগাই দিছিল।

এটা সময়ত কেৱল চৰকাৰী দায়বদ্ধতাৰ কৰ্ত্তব্যখিনি নিষ্ঠাৰে সম্পাদন কৰাত বাহিৰে আন কোনো কথাত মনোনিবেশ কৰাৰ উৎসাহ বা মানসিকতা হেৰুৱাই পেলালোঁ। বিভিন্ন সময়ত বিভিন্নজনৰ পৰা নতুন মুদ্ৰণৰ বাবে অনুৰোধ, পৰামৰ্শাদি পোৱাৰ পাছতো এই সুদীৰ্ঘ কালছোৱা আমি নীৰৱেই ৰ'লোঁ, ভাবিলোঁ একেবাৰে অৱসৰৰ পাছতে ন-লিখা বা প্ৰকাশৰ কামত হাত দিয়া হ'ব।

১৯৮৭ চনৰ ৩১ আগষ্ট আমাৰ অৱসৰৰ দিন। দৈৱক্ৰমে ইয়াৰ দুদিন মান আগতে এই সদাশয় প্ৰকাশকৰ প্ৰতিনিধি এজন ( শ্ৰীভোলা কলিতা ) আহি আমাক লগ ধৰিলে আৰু আমাৰ তিনিখন কিতাপৰ পুনৰ্মুদ্ৰণৰ ইচ্ছা প্ৰকাশ কৰি কৈ যায়। 'এম. এল. এ'-ৰ বাহিৰে আন দুখনি কিতাপ হ'ল—'মৃগতৃষ্ণা' আৰু 'মহাপুৰুষৰ জীৱন-সোঁৱৰণ'।

দুৰ্ভাগীয়াক সততে আহুকালে লগ নেৰে। 'অসম বুক ডিপো'ৰ স্বত্বাধিকাৰী শ্ৰীঅৰুণচন্দ্ৰ গুহদেৱৰ অসুস্থতা আৰু বিয়োগজনিত অথন্তৰ-অমঙ্গলবোৰেও আমাৰ বস্তু প্ৰকাশত বাধা-বিজুতি ঘটালে। সি যি কি নহওক, অৱশেষত সকলো প্ৰতিকূল পৰিস্থিতিৰ মাজেৰে স্নেহাস্পদ শ্ৰীমান বিপুলকুমাৰ গুহৰ যত্নতে এই ন-তাঙৰণটি প্ৰকাশ হৈ ওলাল। ই আগৰ দৰেই পঢ়ুৱৈ ৰাইজৰ আদৰ-আশীৰ্ব্বাদ পাব বুলি আশা কৰিলোঁ। পুৰণি কিতাপ দুষ্প্ৰাপ্য হোৱাৰ বাবে আগৰ বেটুপাতৰ ঠাইত এটি নতুন প্ৰতীক-চিত্ৰও এই তাঙৰণত সন্নিবিষ্ট কৰা হ'ল।

ইয়ান বছৰে আমাৰ কলমৰ কালি শুকাই তাত মামৰেই ধৰাৰ দৰে হ'ল। ৰাইজৰ পুৰণি মৰম-আদৰ আৰু আশীৰ্ব্বাদ সুঁৱৰি এতিয়া সেই কলম তিওৱাৰ প্ৰয়াস এটিও কৰিছো। ইতিমধ্যে আমাৰ নতুন-লিখা গল্প-উপন্যাস এখনিয়ে ৰাইজৰ আগত মুখ দেখুৱাবলৈ আশা কৰি আছে।

সকলো সৎকৰ্ম্ম-প্ৰচেষ্টাই দৈৱাধীন! সময় আৰু সদাশয় পঢ়ুৱৈ ৰাইজৰ হাতত এইবোৰৰ গুণাগুণ বিচাৰৰ ভাৰ এৰিছোঁ……। জন-জীৱ-শিৱ সবাৰে প্ৰতি বিনম্ৰ বিনতিৰে—

ইতি

উজানবৰ, তেজপুৰ
১১।১।৮৮

লিখক :
শ্ৰীনবীন চন্দ্ৰ ডেকা

# প্ৰথম তাঙৰণ

উপন্যাস ইতিহাস নহয়, কিন্তু ই অলীক কল্পনাও নহয় নিশ্চয়। ই হ'ল জীৱনৰ প্ৰীতি কৰা জীৱনৰ সংবেদন। জীৱনতে পোৱা জীৱনৰ আস্বাদ। ই জীৱনৰ সত্য আৰু সম্ভাৱনীয় সত্যৰ প্ৰকাশ।

উপন্যাস সমাজ-জীৱনৰ প্ৰতিবিম্ব। সমাজ জীৱনৰ বাস্তৱ স্বৰূপ ঔপন্যাসিকৰ অন্তৰ-ফলকত পৰি ৰূপায়িত হয় উপন্যাস। যেন সূৰুযৰ ৰশ্মি আৰ্চীত পৰি প্ৰতিবিম্বিত হৈ গৃহাভ্যন্তৰ পোহৰায়। সমাজ-জীৱনেই উপন্যাসৰ মূল সূৰুয; ঔপন্যাসিক আৰ্চী আৰু পঢ়ুৱৈ সমাজ গৃহাভ্যন্তৰ।

উপন্যাসৰ চৰিত্ৰ অলৌকিক বা অবাস্তৱ হ'ব নোৱাৰে। যি পৰিমাণে ই লৌকিক বা বাস্তৱ-ধৰ্ম্মী হ'ব পাৰে সেই পৰিমাণে ই লাভ কৰে সাৰ্থকতা আৰু লিখক হয় অনুৰূপে সফল-কাম। উপন্যাস-বৰ্ণিত চৰিত্ৰৰ দুখ-বেদনা, চিন্তা, অন্তৰ্দ্বন্দ্ব, আবেগ-উচ্ছ্বাস, প্ৰেম-প্ৰীতি, জীৱনাদৰ্শ আদি সকলো নৈৰ্ব্যক্তিক সাধাৰণ। এই জাগতিক সাধাৰণ সত্যৰ ওপৰত প্ৰতিষ্ঠিত দেখিয়েই উপন্যাসৰ ইমান আদৰ, ইমান সৰ্বজনগ্ৰহীতা। মানুহে চায় উপন্যাসৰ ভিতৰেদি নিজক, সমাজক আৰু জগতখনক। বিচাৰি লয় আদৰ্শ, সত্য; পৰিহাৰ্য্য পায় আৱৰ্জনা, অলীক মনোবেদনা; হয় চিত্ত শুদ্ধি; গুচে অৱসাদ, জড়তা; আত্মাত জাগে বিমল আনন্দ, কৰ্ম্মত প্ৰতিজ্ঞা আৰু জীৱনৰ পথ হয় সুচল, সমুজ্জ্বল।

মনোৰঞ্জনৰ মাজেদি সমাজৰ এচাম মানুহক উপন্যাসে যি শিক্ষা দিব পাৰে তাক আন কিতাপে নোৱাৰে। ৰঘুবংশ, মহাভাৰত, ৰামায়ণ আদি মহাকাব্য, কুমাৰসম্ভৱ, মেঘদূত, কুমৰ-হৰণ আদি কাব্য স্বৰূপতে উপন্যাসৰে কাব্যিক ৰূপ। ই যেন গীতি উপন্যাস। লোকৰঞ্জনৰ মাজেদি ইবিলাকেও দিছে সমাজক ধৰ্ম্মশিক্ষা, আত্মিক-চেতনা আৰু নীতি-জ্ঞান। প্ৰকৃত উপন্যাসেও আদৰ্শৰ পৰা কেতিয়াও ফালৰি নাকাটে। অৱশ্যে কাব্যৰ চৰিত্ৰবোৰ পৌৰাণিক, অলৌকিক আৰু ই ৰহস্যাবৃত কল্পনাৰ মাজত ডুব গৈ থকা। স্বৰ্গ, মৰ্ত্ত্য, ৰসাতলী; যক্ষ, নাগ, দেৱ; ইহলোক, পৰলোক সকলোকে সান্নিধ্যলৈ কাব্যই এক কৰে। কাব্যত এই সকলোৱে কথা কয়, কাৰ্য্য কৰে; তাত সকলোৱে বাস্তৱ, অবাস্তৱ একোৱে নাই। কিন্তু এই সেউজীয়া পৃথিৱীখনেই উপন্যাসৰ

ধাই ভূমি ; সমাজখনেই ইয়াব মূল উৎস আবু মানব চবিত্রই হ'ল তাব শ্রেষ্ঠ উপাদান।

১৯৫৬ চনতে লিখা শেষ কবি আমি চাবি বছব ধবি 'এম. এল. এ' ক বাইজব মাজলৈ উলিয়াব পবা নাছিলোঁ। শাবীবিক, পাৰিবাবিক, প্রাকৃতিক, সামাজিক অনেক অথন্তব এনেকি ইয়াব নামটিও প্রকাশব বাটত এটি প্রতিবন্ধক আছিল।

সি বি কি নহওক, শ্রীযুত নগেন্দ্রনাথ চৌধুবী দাদাব উৎসাহ আবু দিহা-পবামর্শত, নিউ বুক ষ্টলব অধিকাবী শ্রীবয় দত্তব সৌজন্যত অবশেষত 'এম. এল. এ.'ব মুখ বাইজে দেখিবলৈ পালে। ১ম তাওবণব পাণ্ডুলিপি কবি দিয়া বাবে যোবহাট নর্ম্মালব ছাত্র শ্রীমান চন্দ্রকান্ত নাহব ডেকা, ডিম্বেশ্বব হাজবিকা, সবুবাম শইকীয়া আবু মফিজুদ্দিন আহ্মদ আমাব স্নেহব পাত্র।

দোষ-ত্রুটীব বাবে ক্ষমা বিচাবি সহৃদয় পাঠক বাইজব ওচবত হাত যুবি—

—ইতি

হাউলী নর্ম্মাল স্কুল
১০।১০।৬০

বিনীত
—লিখক—

# দ্বিতীয় তাঙৰণৰ কথা

অতি কম সময়ৰ ভিতৰত ১ম বছৰতে আমাৰ কিতাপ শেষ হৈ গ'ল। যদিও কেইটামান অভাৱনীয় দুৰ্যোগ আৰু প্ৰতিকূল পৰিস্থিতিৰ বাবে আমি পুনৰ্মুদ্ৰণৰ কাম কৰি অ'তাৰ পৰা নাছিলোঁ। প্ৰেছৰ অসুবিধা, প্ৰকাশকৰ অসুস্থতা, অগ্নি দুৰ্ঘটনা, ভাষা আন্দোলন, চীনা আক্ৰমণ আৰু কাগজ সমস্যা আদিয়ে ইটোৰ পাছত সিটোকৈ অগা-ভেটা কৰি আমাৰ 'এম. এল. এ'-ৰ দ্বিতীয় সংস্কৰণ ২।৩ বছৰ পাছ পেলাই দিলে।

* * *

সি যি কি নহওক; আমাৰ 'এম. এল. এ.' ই ইমান সোনকালে সকলো পাঠক ৰাইজৰ মৰম আৰু আশীৰ্বাদ পাব বুলি ভবাই নাছিলোঁ। চাহিদা মতে আমি বহুদিন ধৰি কিতাপ যোগাব নোৱাৰা ত্ৰুটীৰ বাবে পাঠক আৰু গ্ৰাহক ৰাইজৰ ওচৰত ক্ষমা বিচাৰিছোঁ। কিতাপৰ শেষৰ ফালে কেইগৰাকীমান বিশিষ্ট সাহিত্যিকৰ চমু মন্তব্য সন্নিবিষ্ট কৰা হ'ল।

দোষ-ত্ৰুটী আৰু অনিচ্ছাকৃত বৰ্ণাশুদ্ধিৰ বাবে ৰাইজৰ ওচৰত ক্ষমা প্ৰাৰ্থনাৰে···· ইতি,

হাউলী নৰ্মাল স্কুল
২০-৫-৬৩

বিনীত
—লিখক—

# কেইগৰাকীমান বিশিষ্ট সাহিত্যিকৰ চমু মন্তব্য

"অসমীয়া লিপিৰ নামটোৱে এই নতুন কিতাপখনৰ প্ৰতি জনসাধাৰণৰ কৌতূহল-উদ্দীপক চাঞ্চল্যৰ সৃষ্টি কৰিব পাৰে। চমৎকাৰ নামেৰে বহু কিতাপেই নতুনকৈ বজাৰত ওলাই টেঙা আম বেচাৰ মুনাফাও পোৱা চকুত পৰিছে ; কিন্তু বক্তনীৰ ভিতৰত ইংৰাজী আখৰেৰে নামবোধক শব্দকেইটা সংযোগ কৰি দি, তুলনাক্রমে নতুন যদিও লিখন-ৰীতিৰ পৰা পুৰণি যেন বোধ হোৱা হাউলী নৰ্ম্মাল স্কুলৰ ঠিকনাৰ শ্ৰীনবীনচন্দ্ৰ ডেকাৰ তিনিশ চাৰি পিঠিৰ এই বৃহৎ উপন্যাসখনি স'চাকৈ আলোক-অনুপ্ৰেৰণাৰে ভৰপূৰ এটি পৰিণত সাহিত্যিক সুফল।............"

.........গঞা চিত্ৰবোৰ কেৱা ঠাইতো "জীৱনৰ বাটত" উপন্যাসতকৈও হুবহু আৰু বাস্তৱমুখী হৈছে। মিনতীৰ চৰিত্ৰৰ কৰুণ পৰিণতিত নায়িকা-সুলভ উত্থান-পতনমুখী ভাবাবেগবোৰ আকৰ্ষণীয় হৈছে। মৃণালৰ মাকৰ চৰিত্ৰত তেজীমলা-বিৰোধী সাদৰী মাহী-আইৰ মূৰ্ত্তি জিলিকি উঠিছে। মৃণালৰ বৌয়েক নন্দুৰী বিতৃষ্ণাৰ আঙ্কলী অকাল বুঢ়ী হৈ ঘটা শেষ অৱস্থা আৰু পুতেক কিৰণৰ হাতত ধৰি আশ্ৰমৰ উৎসৱৰ পৰা প্ৰত্যাবৰ্ত্তন দৃশ্য ( এয়ে বেটুপাতৰ কল্পনা ) মৰ্ম্মস্পৰ্শী হৈছে। 'এম. এল. এ'-ৰ ইংৰাজী অৰ্থটো উপন্যাসত নায়ক মৃণালৰ যোগেদি যথাৰ্থ কৰাৰ চেষ্টা আছে।........

....... শেক্‌ছপীয়েৰৰ বিয়োগান্ত নাটকৰ শেষ দৃশ্যৰ দৰে উপন্যাসৰ শেষৰ পিঠিবোৰ কৰুণ ৰসৰে ভৰা সোঁত বোৱাইছে। "কাৰুণ্যতে কবিতা নিহিত" বোলে— তেনেহ'লে পাঠক সমাজৰ অনুভূতিত এয়া কিহৰ জোকাৰণি ? ৰব ছুঁইক'পৰ নহয় নেই.... !

( স্বাঃ )
প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য।
"দীপালী"

"ডক্টৰ মহেশ্বৰ নেওগৰ এখন সৰস পাতনিৰে সৈতে এজন সম্পূৰ্ণ নতুন লিখকৰ প্ৰথম প্ৰয়াস এইখন উপন্যাস। নেওগৰ ঘৰলৈ যোৱা বাটটো বাৰিষা হেলো পানীৰে একাঠু হয়। সেই বাটেদি আহোঁতে এজন মানুহে এটা গৰে মাছ ধৰি আনিছিল। নেওগৰ ভাষাত সেই মাছ ধৰি অনা আলহীজন আকৌ আহিছিল। ক'লে তেওঁ—এখন উপন্যাস লিখিছে, প্ৰথম উপন্যাস··· ।"

খুব আচৰিত লাগে এনেকুৱা এজন খেমেলীয়া লিখকে গ্ৰাম্য-জীৱনৰ বাস্তৱ বৰ্ণনা ইমান নিখুঁতকৈ কিদৰে অধ্যয়ন কৰিলে, সেই কথা ভাবিলে। এম. এল. এ. দৰাচলতে সেই নামৰ কোনো ডাঙৰ মানুহৰ কাহিনী নহয়। ঘাই শিতানৰ তলতে লিখকে জাননী আঁকি দিছে—Man of Light and Aspiration.

*　　　*　　　*

উপসংহাৰত এটি কৰুণ পৰিস্থিতিত মৃণাল-মিনতী আৰু পুতেক তীব্ৰজিতৰ মিলন ঘটিল। এয়ে হ'ল উপন্যাসৰ আখ্যানভাগ। কেৱল নগৰতে নহয় গাঁৱৰ জীৱনৰো এটা বাঁওফাল আছে; সেই কথা আমাৰ সাহিত্যত পাবলৈ নাই। এইখন উপন্যাসে সেই বাঁওফালটোৰ ওপৰত প্ৰথমবাৰৰ কাৰণে পোহৰ পেলালে।

All India Radio, Guwahati.

—মহেন্দ্ৰ বৰা।

শ্ৰীযুক্ত নবীনচন্দ্ৰ ডেকাৰ "এম. এল. এ." নামৰ উপন্যাসখন পঢ়ি বৰ ভাল পালোঁ। অসমীয়াৰ জীৱনত সদা-সৰ্ব্বদা ঘটি থকা সম্বলৰ সহায়েৰে এই উপন্যাসখন ৰচিত হৈছে। নতুন যুগৰ বা-বতাহো ইয়াত নলগাকৈ থকা নাই।

মৃণাল দলৈৰ চৰিত্ৰৰ যোগেদি গ্ৰন্থকাৰে এজন আদৰ্শ সমাজসেৱীৰ চিত্ৰ আঁকিবলৈ চেষ্টা কৰিছে। তেওঁৰ যত্নত গাঁৱলীয়া বাইজৰ চেতনা আৰু উদ্দীপনা জাগ্ৰত কৰি এখন সমৃদ্ধিশালী গাওঁ গঢ়ি তোলে আৰু মৃণাল দলৈ সৰ্ব্বজন প্ৰিয় হয়।

ইয়াৰ লগতে চিৰন্তন সামাজিক আৰু পাৰিবাৰিক সংঘৰ্ষৰ কথা দেখুওৱা-বলৈ লিখকে এৰা নাই। ঈৰ্ষা, অসূয়া, অবিশ্বাস, প্ৰৱঞ্চনা, সন্দেহ এইবোৰৰ সংঘাতত কেবাটাও প্ৰাণীৰ জীৱন অশান্তিময় হয়। মৃণাল-মিনতীয়ে পৰস্পৰক সন্দেহ আৰু অবিশ্বাসৰ চকুৰে চাবলৈ ধৰিলে। দুয়োৰো আৰু মিলন নহ'ল। মিনতীয়ে যেতিয়া শেষবাৰলৈ মৃণালক দেখা পায় তেতিয়া মৃণাল মৃত্যুৰ সম্মুখীন। মৃণাল আৰু মিনতী দুয়ো অন্তৰৰ বোজা অন্তৰতে পুহি গুজৰি গুমৰি থাকিল। তাক খোলাখুলিকৈ ইজনে সিজনৰ আগত ভাঙি পাতি কোৱা হ'লে এনে শোকাবহ পৰিণাম নঘটিল হেঁতেন।

উপনায়ক আৰু উপনায়িকা সমূহৰ চৰিত্ৰ অংকনো ভালেই হৈছে। গ্ৰন্থও সুখপাঠ্য হৈছে। প্ৰথমৰ কেপাতমান পঢ়িলে এৰিবৰ মন নাযায়। এনে ধৰণৰ দেশাত্মবোধক গ্ৰন্থ ৰচনা কৰি শ্ৰীযুত ডেকাদেৱে জাতিৰ উন্নতি-যাত্ৰাত সহায় কৰিব বুলি আমি আশা কৰিলোঁ।

Sd/-

( Dr. S. K. Bhuyan )

প্ৰিয় ডেকা,

আপোনাৰ উপন্যাস এম. এল. এ. পঢ়িলোঁ। ঠায়ে ঠায়ে উপন্যাসখন বেছ ভালেই হৈছে। চৰিত্ৰৰ মুখত দিয়া বহুবো সংলাপে বাস্তৱ পৰিৱেশ সৃষ্টিত সহায় কৰিছে। কিন্তু শেষৰ পিনে ঘটনা পৰম্পৰা বেছি পৰিকল্পিত যেন লাগিল। কিতাপৰ মাজেদি কৰুণতা মূৰ্ত্ত হৈ উঠিছে। কিন্তু বৰ বেছি চৰিত্ৰৰ মৃত্যু ঘটিলে কলা সৌন্দৰ্য্যৰ হানি হয়। উপন্যাসখন ঠায়ে ঠায়ে বিক্ষিপ্ত হৈছে। অৱশ্যে বিক্ষিপ্ত হোৱাটোৱেই উপন্যাসৰ দোষ নহয়। তেনে ধৰণৰ উপন্যাসো পৃথিৱীত বহুত আছে। উপন্যাসৰ ক্ষেত্ৰত ঔপন্যাসিকৰ স্বাতন্ত্ৰ্যও বৰ বেছি।

*　　　　*　　　　*

….কিন্তু ভৱিষ্যতলৈ এটা কথা মন কৰিব বুলি আশা কৰিলোঁ। আমাৰ ৰাজ্যত শিক্ষিত ডেকা সকলে আদৰ্শৰ বাবে সাধনাৰত হোৱা দৃষ্টান্ত বৰ বেছি আছিল জানো ?………

উপন্যাসৰ ক্ষেত্ৰত আপোনাৰ যথেষ্ট উন্নতি হোৱাৰ সম্ভাৱনা আছে। পৰ্য্যবেক্ষণ-ক্ষমতা আৰু সৰল উক্তি তাৰ প্ৰমাণ।

যিখিনি কথা লিখিছোঁ সেইখিনি সাহিত্যিকৰ দৃষ্টিকোণৰ পৰাহে। জন-প্ৰিয়তাৰ ফালৰ পৰা চালে নিসন্দেহে কব পাৰি আপোনাৰ উপন্যাস মানুহে ভাল পাব কিন্তু নায়কজনত মানুহ সন্তুষ্ট নহ'ব পাৰে।

আপোনাৰ

ত্ৰৈলোক্যনাথ গোস্বামী

অধ্যক্ষ, নলবাৰী কলেজ

( ১ )

বিয়া। বিয়াৰ নিচিনাই এখন বিয়া। সচৰাচৰ যেনেকৈ মানুহে বিয়া পাতে—মৃণালৰ বিয়াখনো সৰ্ব্বসাধাৰণ গাঁৱলীয়া মানুহৰ মাজত প্ৰচলিত এখন সাধাৰণ বিয়া। একেবাৰে বিশেষত্বহীন, বৈচিত্ৰবৰ্জ্জিত। "এযোৰ বেণ্ড্ পাৰ্টিও নাপালেনে বিচাৰি ?" বিয়াৰ পানীতোলা আয়তীসকলে মন্তব্য কৰিলে। খেন্দাই ঢুলীয়াই তাৰ হালোৱা গৰু সোমাই যাব পৰা পোল্ক্‌টো জোকাৰি জোকাৰি খিনিকি খিন্দাও মৰা কৌটিকলীয়া চেওটো আজিৰ নমুৱা সমাজখনৰ আৰু ভাল নালাগে। আজিৰ ডেকা-গাভৰু এনেকি বুঢ়ী-মেঠী সবেও বিচাৰে ৰেকৰ্ডৰ সঙ্গীত মাইকৰ মুখেদি ৰজনজনাই থকা। তেওবুলি বেণ্ড্ পাৰ্টিযোৰ নহলে নামতীসকলৰ কণ্ঠত মাত নুফুটে, হিয়াতো আবেগে ভূমুক নামাৰে। সেয়েহে আটায়ে ভোৰ্ ভোৰাইছে। "মৃণালৰ বিয়াখন সেৰেকা হ'ল।" "হিয়া নানাচিলে বিয়া কিহৰ ?" "ভেকুলী বিয়াতো খেন্দাইক আজিকালি মানুহে নামাতে। মৃণালে পইচাহে চাইছে।" এই-বোৰেই আছিল মাইকী মানুহৰ মন্তব্য। মৃণালে কাৰো মন্তব্যৰ কোনো উত্তৰ নকৰিলে।

নিতান্ত গতানুগতিক ভাবেই দিনৰ সকলো খোৱা-বোৱা ভদ্ৰ-অভ্যৰ্থনা, হোম-শ্ৰাদ্ধাদিৰ কাম সমাপন হ'ল। ৰাতি দৰাযাত্ৰী গঞা ৰভাৰ তলত আহি হাজিৰ হৈছে। দৰাই সাজ-পাৰ কৰা নাই দেখি কেবাজনেও উৎকণ্ঠা প্ৰকাশ কৰিছে। গা-মুৰ ধুই নিকা কাপোৰ পিন্ধি লাইটৰ তলত গম্ভীৰহৈ বহি থকা দৰাজনক মাৰ্ব্বলৰ মূৰ্তি যেন দেখাইছে। তেওঁ কি ভাবিছে ? যেন কোনো কবি নতুন কিবা কাব্য-ৰচনাৰ কোবাল সোঁতত উটি ভাঁহি ফুৰিছে। কইনা-কবিতা-কুৱঁৰীয়ে দৰা-কবি-চিত্তক হঠাতে ভাবালু কৰি তোলা নাইতো ? দুই চাৰিজন ডেকাল'ৰাই অৱশ্যে এইদৰেই ভবাটো স্বাভাৱিক। মৃণালে কিন্তু কি ভাবিছিল আচলতে সি নিজেই সঠিককৈ ক'ব নোৱাৰিছিল। বিয়া এটা জীৱনৰ ইমান আনন্দশূন্য অনাড়ম্বৰ উৎসৱ বুলি আগতে সি কল্পনা কৰিব পৰা নাছিল। দহজন তৰুণে ভবাৰদৰে সিও এদিন নিশ্চয় নভবাকৈ পৰা নাছিল—বিবাহৰ মোহিনী কল্পনা বিলাসেৰে তাৰ কোনো এক ভাবী

জীৱন-সঙ্গিনীৰ কথা। তাৰো তৰুণ-চিত্তত সংসাৰ ধৰ্ম্মৰ মহামায়াই বিচিত্ৰ মায়াজাল নতৰাকৈ থকা নাছিল নিশ্চয়; কিন্তু কিয়, কি কাৰণে আজি সেই আশৈশৱ-কল্পিত মহা মধুৰ বিবাহ উৎসৱটিয়ে মৃণালৰ মনক অকণো অভিনন্দা কৰিব পৰা নাই?

টকা? উৎসৱ বুলিলে অৱশ্যে টকাৰ কথাই উঠে প্ৰথমতে। ধনেই ধৰ্ম্মৰ মূল বুলি লোকে কথাতেই কয়। সাধাৰণ শিক্ষকতাৰ ধনৰ বল কিমান তাক নকলেও হয়। মৃণাল শিক্ষক যেতিয়া ধনেৰে ধৰ্ম্মসাধনা কৰা দুৰাশা মনত নাই নিশ্চয়। তেন্তে নিৰানন্দ আহিল ক'ৰ পৰা?

পাত্ৰী? বিবাহ বুলিলেই উপযুক্তা মনোমতী পাত্ৰী সকলোৱে বিচাৰে। ই এটা প্ৰধান কথা। কন্যাই যিদৰে ৰূপৱান কৰ্ম্মঠ যুৱকক দৰা পাবলৈ বাঞ্ছা কৰে, দৰাইও সেইদৰে সুদৰ্শনা সুশীলা যুৱতীক জীৱন-সঙ্গিনীৰূপে পোৱাৰ হাবিলাস কৰে। মৃণালৰ বাবে পাত্ৰী নিৰ্ব্বাচন কৰিছিল তাৰ মাক আৰু দুই এজন তাৰ শ্ৰদ্ধাভাজন লোকে। তেনেহ'লে পাত্ৰী সম্পৰ্কে মৃণালৰ কিবা অসন্তোষ আছে? কিন্তু সেইদৰে পাত্ৰী নিৰ্ব্বাচন ব্যৱস্থা মৃণালেই ইচ্ছা কৰি কৰিছিল। মৃণালৰ মতে অভিভাৱকৰ পাত্ৰী-নিৰ্ব্বাচনৰ যি বিচক্ষণতা আছে—অপৰিণত বয়সৰ শিক্ষিত পাত্ৰৰো সেই গুণ নাই। বিশেষকৈ মৃণাল দৈৱবাদী, "যাৰ বিদ্যা যাৰ ভাৰ্য্যা" বোলা কথাষাৰ সি অন্তৰেৰে সৈতে পতিয়ায়। তেন্তেনো তাৰ নিৰুৎসাহৰ উৎস ক'ত?

অকলশৰীয়া মৃণাল, নিজৰ বিয়াৰ কাম নিজেই কৰি লঘোণীয়া দেহাৰে দিনান্তত ভাগৰি-জিগৰি পৰিছিল। কৰবাত কিবা ত্ৰুটী ঘটে, কেনেবাকৈ কোনোজন অসন্তুষ্ট হয়—এই ভয়ত' মৰি পৰি জন-সেৱা কৰি নিজৰ সুখ আনন্দ এনেকি জীৱনৰ এনে এটি বিশেষ শুভলগ্নৰ কথা ভাবিবলৈকো অকণ আহৰি নাপাইছিল। বন্ধু-বান্ধৱ, আত্মীয়-স্বজন, গুৰু-পুৰোহিত, দুখী-ভিক্ষাৰী, সকলো আহি দুটি পদধূলি দিছে, এষাৰ শুভ আশীষ ফুটাই বা মৌনভাৱে প্ৰকাশ কৰি গৈছে—এইখিনিয়ে পৰমানন্দ সুখ আৰু মহা সৌভাগ্যৰ কথা আছিল মৃণালৰ কাৰণে। কিন্তু এতিয়া দৰাযাত্ৰাৰ সময়ত মৃণালৰ চিদাকাশ কোন সাগৰৰ চিন্তা-ডাৱৰমালাই আন্দোলাই আনিলে কোনে ক'ব? মন বৰ দুৰ্জ্ঞেয়, দুৰ্ব্বোধ্য বস্তু। কোন মুহূৰ্ত্তত মন-উদোধিত কি ভাব-মৌচুমীৰ প্ৰবাহ আহি বিষাদ-বৰষুণৰ সৃষ্টি কৰে তাক বুজা টান। মন মুনি-মন-অগোচৰ।

কেইজনমান ডেকাৰ চিঞৰৰ বাধৰত মৃণালৰ ভাব-সমাধি ভঙ্গ হ'ল। দৰাযাত্ৰাৰ আয়োজন হ'ল। দৰাৰ গাত পাটৰ হলো চোলা আৰু ককালত দহ হাতী ধুলাই ধুতী নাই দেখি নানাজনে প্ৰশ্ন তুলিলে।

"মোৰ যি আছে তাকেই পিন্ধিছোঁ। তাৰেই হৈ যাব।"

দৰাৰ গহীন উত্তৰত এদল নিমাত হ'ল যদিও আন এদলে সেই কথা মানি লব নোৱাৰিলে। তেওঁলোকৰ কিছুমান ঢোলা-চুৰীয়া বিচাৰি আন মানুহৰ তালৈ গ'ল। কিন্তু মৃণালে ধাৰকৰা সাজ-পাৰেৰে দৰা সাজি বিয়া কৰাবলৈ যোৱাটোত কোনোমতে মান্তি নহ'ল। পূৰণি ৰীতি এটা উলঙ্ঘা কৰা অপৰাধৰ অজুহাত দেখুৱাই দুই চাৰিজন অৱশ্যে বৰযাত্ৰী নহৈ খং কৰি ঘৰলৈ গ'ল। বাকী সকলে যথানিয়মে দৰা আগ বঢ়াই নিলে।

পিন্ধন উৰণত অনাড়ম্বৰ, প্ৰসাধন পৰিবৰ্জ্জিত, স্বাভাৱিক সৌম্যমূৰ্ত্তি দৰাজনক দেখি কন্যাপক্ষৰ লোকে কি ভাবিছিল ক'ব নোৱাৰি, কিন্তু ফুটাই কোনেও একো মন্তব্য কৰা শুনা নগ'ল। চাওতে চাওতে হোমৰ সুগন্ধ চৌদিকে বিয়পিল। বামুণে অনৰ্গল মন্ত্ৰোচ্চাৰণ কৰিলে। "বিয়া—পুৰুষ-প্ৰকৃতিৰ মিলন—ঘৰ-সংসাৰ। ইয়াৰ বাবে আকৌ ইমান হোম-যজ্ঞ, মঙ্গল-কৃত্য, সমাজ-সজ্জনৰ ব্যৱস্থা কিয়? মিলন যদি ইমান পুণ্যশ্লোক, পবিত্ৰ কৰ্ম্ম হয়, তেন্তে ইয়াৰ ফল শান্তি-সুখ-দায়িনী মঙ্গলময়ী হৈ নুঠে কিয়? নাইবা বিয়াৰ অসুন্দৰ আৰু অমঙ্গল খিনিক ঢাকিবলৈয়ে এনেবোৰ পূত আৰু মাঙ্গলিক অনুষ্ঠান বিধান আৰ্য্য ঋষিসকলে দি থৈ গৈছে।" ভাবি ভাবি মৃণালে মন্ত্ৰ গাই যায়। এনেতে এখনি অচিনাকি হাত দৰাৰ ফালে আগ বাঢ়ি আহিল। ওৰণিৰ তলৰ পৰা কোনো নতুন আলহীয়ে আশ্ৰয় বিচাৰি মৃণালৰ হৃদয় দুৱাৰত আঘাত কৰিছে। তাৰ অন্তৰ-গৃহত নবাগতাৰ বাবেও অকণি ঠাইৰ দৰ্কাৰ। হাতে হাতে মিলিত অচিন অতিথি-যুগল প্ৰাণে প্ৰাণে বন্ধুত্ব বিচাৰি পৰস্পৰ সহানুভূতিশীল হৈ উঠিল।

পাছদিনা কইনা চোৱা মানুহবোৰে ৰূপৰ প্ৰশংসা কৰা শুনা নগ'ল। দুই এজনে মাত্ৰ মন্তব্য কৰিলে—"কইনা বেয়া নহয় দে।" মৃণালে ভাবিলে বেয়া নোহোৱাটোৱে যথেষ্ট ; ভাল হব নালাগে। মাইকী কিছুমানে কইনা দেখুৱাব খুজিলে মৃণালক। সি কিন্তু তালৈ আওকাণ কৰি অন্যকামত ব্যস্ত যেন দেখুৱালে। মনতে ভাবিলে যাক চিৰসঙ্গিনী কৰি অনাই হ'ল তাক আকৌ মানুহৰ মাজত এক চেকেণ্ড চোৱাৰ কি আৱশ্যক?

বহিৰিন্দ্ৰিয়ক সংযত কৰিলেও বহুত সময়ত মনৰ পৰা কামনা দূৰীভূত নহয়। আনক দেখুৱাই মৃণালে কইনাৰ প্ৰতি যিমানে উদাসীন ভাৱ প্ৰকাশ কৰে, অন্তৰত কিন্তু আকৃষ্টতা অনুভৱ কৰে সিমানে বেছি। নাচাওঁ বুলি চকুক শাসন কৰাৰ পাছত চাবলৈ অন্তৰিন্দ্ৰিয় সজাগ হৈ উঠে ততোধিক। এক অচিনাকি তৰুণীহৃদয়ে জীৱনৰ সঙ্গ বিচাৰি আত্মসমৰ্পণ কৰি তাৰ দুৱাৰদলিত আজি উপস্থিত। প্ৰাণে প্ৰাণক কেনেকৈ উপেক্ষা কৰিব পাৰে? আত্মাই আত্মাৰ ধৰ্ম্ম পাহৰিব যায় কিদৰে? তাৰ অজ্ঞাতসাৰেই ভগৱানৰ দুৰত্যয়া প্ৰকৃতি মায়াই হৃদয় আচ্ছন্ন কৰি বহে। সি হৈ পৰে প্ৰেমিক, দৰদী।

মিনতিক দেখাৰ সেই মুহূৰ্ত্তটি! সম্ভৱ সেইটি মুহূৰ্ত্তই তাৰ জীৱনত সৰ্ব্বাধিক বাঞ্ছনীয়, ৰমনীয়, কমনীয় আৰু আকৰ্ষণীয় আছিল। তেজোদ্দীপ্তা তৰুণী ভাৰ্য্যাক প্ৰথম চাৱনিতে সি যেন চিনি পালে, লগে লগে তাৰ চিত্ত-দেউলৰ বৃদ্ধ দুৱাৰ খুলি আদৰি অন্তৰঙ্গিনী কৰি ভিতৰত সুমুৱাই লব পাৰিলে। অকলশৰীয়া কোঠাত, চাকিৰ পোহৰত স্বামীৰ প্ৰথম মুগ্ধ দৃষ্টিৰ তীব্ৰতা অবলা জায়াৰ কোমলাঙ্গই সহ্য কৰাটো কঠিন হৈ উঠিল। মিনতিৰ ঘৰ্ম্মাক্ত সৰ্ব্বশৰীৰত কেৱল কাকুতি-কাৰুণ্য ফুটি উঠিছে। মিনতি যেন মূৰ্ত্তিমতী মিনতি আৰু লজ্জাহে। চকুলৈ চাব নোৱাৰা অৱগুণ্ঠনৱতা ললনাক হেপাহ পলুৱাই চোৱাত মৃণালৰ কোনো বাধা নাছিল। কল্পনাই মৃণালৰ মনত কি নাৰীমূৰ্ত্তি অঙ্কিত কৰিছিল ক'ব নোৱাৰি, বাস্তৱে কিন্তু পূৰ্ব্ব কল্পনাৰ সকলো অস্তিত্ব বিস্মৃতিৰ অতলতাত বিলীন কৰি দিলে। ইয়াকেই বোলে মায়া। মহামায়া। যাৰ বৰ্ত্তমানতাত স্মৃতি হৈ পৰে ক্ষীণ, দুৰ্ব্বল, ধৃতি হৈ আহে শিথিল, অলস, আৰু বাস্তৱেই হৈ উঠে জীৱন্ত, জাগ্ৰত।

"উস্ ! কিমান পৰ যে শুলোঁ। সেয়া যে গছৰ ডালত চৰাইৰ কলৰব। তেন্তে কি ৰাতি পুৱাল ! থক্ মক্কৈ মিনতি উঠি বহিল। তাই দেখে বেৰৰ জলঙ্গাইদি পোহৰৰ ক্ষীণ ৰেঙনি। গাৰ কাপোৰ খিনি চম্ভালি তাই বিছনাৰ পৰা নামে। নমাৰ আগতে তাই চাই লয় মৃণালৰ নিদ্ৰামগন মুখ খনি। আহ্। কি কমনীয় ৰূপ ! যেন শৰতৰ নিয়ঁৰত তিতি থকা এপাহি স্নিগ্ধ তগৰ ফুল। চকুত তেতিয়াও তাৰ ডাঠ টোপনিৰ মাদকতা। কপালখন উন্নত ; নাকটো যেন গোঁহাই কমলৰ আলিহে। পাতল পোহৰতো তাৰ উজ্জ্বল মুখমণ্ডল ধক্ধক্কৈ জ্বলি আছে। আহা, কি অপৰূপ কান্তি ! মিনতিৰ প্ৰাণত অপাৰ আনন্দৰ হিল্লোল। লাহেকৈ তাই ভৰি পথানলৈ গ'ল আৰু স্বামীৰ ভৰিত ধৰি এটি সেৱা কৰিলে। তেতিয়াও মৃণালৰ হুচ্ নাই। মিনতি লাহেকৈ বাহিৰ ওলাল।

গোটেই পূবে আকাশ ধবল হৈ উঠিছে। সূৰ্য্যদেৱৰ আগমন আশাত ঊষা-দেৱীৰ গাল মুখ ৰক্তিমাভ হৈ পৰিছে। কেইপতামান দীঘল দীঘল মেঘত সাত ৰঙৰ বিনন্দীয়া ছবি উঠিছে। টিপ্ টিপ্ টাপ্ টাপ্ কৈ গছৰ পাতৰ পৰা নিয়ঁৰ সৰাৰ শব্দ। গছৰ ডালত দহিকতৰাৰ আকুল কণ্ঠ বাজিছে। ঘৰখনৰ আটায়ে তেতিয়াও টোপনিত। মাত্ৰ বুঢ়ী চেনেহীয়ে উঠি গোহালিত থুপাটো বিচি দিব লাগিছে। মহৰ জাউৰিয়ে গোটেই গোহালি হাউৰণি মাৰি আছে। বেচেৰী ইজনীৰ গাত হাত ফুৰাইছে, সিজনীক মৰম কৰিছে। "আই ঐ দোঁহ ! গোটেই নিশা আই নিমাতী লক্ষ্মীহঁতৰ টোপনি নাই। গাৰ তেজ পি নোহোৱা কৰিলে।" চেনেহত বুঢ়ীৰ হিয়া গলি যায়। বুঢ়ীৰ মৰমত গাইবোৰে লেপেট্কৈ মাটিতে শুই পৰে। আনন্দৰ আবেগত আধা মেলা আধা মুদা চকুকেইটাৰে বুঢ়ীৰ ফালে চাই চাই তাইহঁতে ঘাঁহ পাগুলি থাকে। মনতে ভাবে—কি মৰমিয়াল দোঁহ ঐ আমাৰ বুঢ়া আই জনী !

বুঢ়ীয়ে আশা কৰিছিল বোৱাৰীয়েকে আৰু আগতে উঠি বাহী বনখিনি কৰিব। ন-ছোৱালী ; দিহা-পৰামৰ্শ দিবও লাগে। গতিকে গোহালিৰ কাম কৰাৰ লগতে তাই উমান লৈ আছিল-বোৱাৰীয়েক উঠাৰ। যেতিয়াই তাই

দুৱাৰ মেলাৰ ঘুটুং শব্দ শুনিলে, তেতিয়াই গোহালিৰ পৰা আহি চোতাল পালে।

"অঃ! তই উঠিলি আই! মই কেতিয়াবাই উঠিলোঁ। উঃ! গৰু কেইটিৰ যে কি বিলৈ! তাকে অলপ চাই চিন্তি আহিলোঁ।" কথাখিনি কৈ বুঢ়ীয়ে মিনতিক বাহী বনখিনি কৰাৰ দিহা লগাই দিয়ে। মিনতিয়ে এফালৰ পৰা চোতাল সাৰি যায়, মুখত মাত নাই। দেহত কামৰ চলন্ত উচ্ছ্বাস। বুঢ়ীয়ে দুই এটা কথা কৈ গৈছে।

"বাহী চোতালত ভৰি দিলে পুৰুষৰ আয়ুস টুটে। সেয়েহে ঘৰৰ কোনোৱে নৌ উঠোঁতেই তিৰোতাসকলে চোতাল সাৰি গোবৰ-পানী ছটিয়াই আৰ্জাৰ হব লাগে।" পুৰুষৰ আয়ুস টুটে? মিনতিৰ বুকু চিৰিংকৈ যায়। ক'তা আমাৰ ঘৰততো এই কথা নাই? গাঁও নহয় যদিও অৱশ্যে আমাৰ ঘৰ নগৰতো নহয়। নগৰৰ গাতে লগা মাত্ৰ। কিন্তু আমাৰ মাইতো এই কথা মোক কোৱা নাই। তাত চাকৰ-নাকৰেও ৬।৭ বজালৈকে নুঠে। ফুলুৱে যেতিয়া হাল লৈ যায়,—তেতিয়া বেলি ভালকৈয়ে উঠে। শাওনীও তেতিয়াতে উঠি চোতালখন সাৰে। অৱশ্যে মই কেতিয়াবা সোনকালে উঠি চাহটুপি কৰোঁ। কিন্তু এওঁলোকৰতো চাকৰ, বান্দী একো নাই। তেন্তে সকলো-কাম ময়েই কৰিব লাগিব নেকি? কাম কৰি মিনতিয়ে আকাশ পাতাল বহুত ভাবি যায়। বুঢ়ীয়ে বাৰীৰ আগফাল, পাছফাল, বাট-নঙলা, দো-ঘৰা, ভুহৰা আদি সকলো তাইক দেখুৱাই দিয়ে। তাৰ পাচত গোবৰৰ পানী ছটিয়াবৰ দিহা দি ঘৰৰ চুৰা সাজ-বাচনখিনি উলিয়াই দিয়ে। পুখুৰীৰ চুৰা ধোৱা ঘাটটোও দেখুৱাই কুঁৱাত গা ধোৱাৰ দিহা দি বুঢ়ী আহে। ইটোৰ পাছত সিটোকৈ মিনতিয়ে কৰি যায়। গাভৰু ছোৱালী তাই। কঁকালত অপৰিসীম বল তাইৰ আছে। তাইৰ মনত পৰিছে—"শাহু আইৰ কথা তই হলে কেতিয়াও নেপেলাবি" মাকে আহিবৰ সময়ত কোৱা এই কথাষাৰ।

মিনতিয়ে বুঢ়ীৰ দিহা মতে সকলো কৰি কুঁৱাত গা ধুব লাগিছে। ইতিমধ্যে বুঢ়ীয়ে চোতালৰ আগৰ ফুল কেইজুপিৰ গুৰিত পানী দিবলৈ ধৰিছে। কোনো জোপাৰ গুৰিত গোবৰ দিছে, কোনো জোপাৰ বন পাত উঘালি দিছে। কেতিয়াবা নিজে নিজেই আকৌ কৈছে—"আই ঐ দেহি! এই হেন লহপহীয়া গোলাপৰ ডালটি কোনে, কেনেকৈ ভাঙিলে ঐ" ইত্যাদি।

ইফালে বেলিটিয়ে অকণমান ভুমুকি মাৰিছে। মৃণালৰ নিদ্ৰা শিথিল

হৈ আছিছে। চিলিমিলি টোপনিৰ জালতে তাৰ কাণত বুঢ়ীৰ কথাটো পৰিল। গোলাপৰ ডালটো তেন্তে ভাঙিছে? সি ভাবে। গত নিশা সি গোলাপ দুটি চিঙিছিল; মিনতিৰ খোপাত গুজি দিব এয়ে আছিল তাৰ মধুৰ কল্পনা। কিন্তু আবেগৰ আতিশয্যত সি ক'ব নোৱাৰিলে যে টান মাৰোঁতে গোলাপৰ ডালটো ভাগি থাকিল। লাহেকৈ উঠি সি বিছনাত বহে। দেখে টেবিলৰ ওপৰত তেতিয়াও গোলাপ দুপাহিয়ে অভিমানত মুখ ওন্দোলাই আছে। নিশা সি নানা কথাই পাঙিছিল। মিনতিৰ লগত নানা ৰং-ৰহস্যৰ খেলা কৰিব বুলি সি বহুদিনৰ পৰাই কল্পনা কৰি আছিল। কিন্তু যেতিয়া মিনতিক সি তাৰ সৰু কোঠাটোৰ ভিতৰলৈ অকলশৰে সোমাই অহা দেখিলে তাৰ সকলো আঁচনি বিস্মৃতিৰ গৰ্ভত বুৰ মাৰিলে। এজনী ৰূপহী অচিনাকি গাভৰু তাৰ সম্মুখত। নিশা; সি মাত্ৰ অকলে আছে—তাত আৰু কোনো নাই। সি আৰু একো ভাবিব নোৱাৰিলে। তাৰ হেপাহৰ গোলাপ টেবিলতে বাগৰি থাকিল। অনিন্দ্যসুন্দৰী মিনতিৰ বদন সৌন্দৰ্য্যই তাক অভিভূত কৰি পেলালে। সি কৰিব বুলি ভাবি থকা নানা প্ৰেমাভিনয়ৰ কথাও তাৰ আৰু কৰা ন'হল! কি কাৰণে কি হৈ গ'ল; সি একোকেই ক'ব নোৱাৰিলে। তাৰ কল্পনাৰ গোটেই জগতখন বাস্তৱৰ আঘাতত তেনেই ওলট পালট হৈ গ'ল। নিজৰ মনতে তাৰ লাজ লাগিল ভাবি ভাবি।

তেতিয়া সি লাহেকৈ উঠি দুৱাৰ মুখৰ ফালে আহিল। চকুত দিনৰ পোহৰ তাৰ তেতিয়াও ভালকৈ লগা নাই। টোপনিৰ জাল ভেদ কৰি জগতখনে তাৰ চকুত সম্পূৰ্ণৰূপে প্ৰতিভাত হৈ উঠিব পৰা নাই। চকুত এটা মোহাৰ মাৰিয়েই সি দেখিলে সদ্যস্নাতা তৰুণীৰ অপূৰ্ব্ব সৌন্দৰ্য্য। প্ৰথমেই তাৰ চকু পৰিল প্ৰতিমাৰ দৰে মিনতিৰ গোটেই অৱয়ৱটোত। তাৰ পাচত দেখিলে পুৱাৰ সূৰ্য্যৰ দৰে ৰক্তিমাভ মুখমণ্ডল। এটা উজ্জ্বল পানীৰ টোপাল কলমৰ দৰে জোঙা নাকটিৰ আগত ওলমি আছে। বাৰিষাৰ ক'লা মেঘমালাৰ দৰে তাইৰ দীঘল চুলিবোৰে গোটেই পিঠিফাল নিতম্বলৈকে আগুৰি আছে। ডিম্বৰুৰ দৰে চিয়াঁ কঁকালটিত ফুলজালিকটা কাহঁৰ কলহটো আলাসতে উঠি আছে। এফলীয়াকৈ ওলাই পৰিছে সমুন্নত বক্ষ। যেন পুৱাৰ পাতল বগা মেঘ-তৰঙ্গ ভেদি উত্তৰত গৌৰীশঙ্কৰ ধৱলাগিৰিয়েহে মূৰ দাঙি উঠিছে। নাইবা শিৱসিংহ ৰজাৰ ভাষাত ক'ব লাগিলে—"শ্ৰীফল বিফলিত কুচ যুগ লোলে। মত দ্বিৰদ গতি অতিশয় দোলে।" সুগোল নিতম্বৰ ভৰত যেন ভাঁৰ দুখন

অকণ হুৰালি গৈছে। তিতা চাদৰ আৰু মেখেলা গোটেই গাত লিপিট্ খাই পৰিছে আৰু সেই কাপোৰৰ আবৰণ অতিক্ৰম কৰি সোণবৰণীয়া গোলাপী ৰূপটো আপোনাআপুনি ভাঁহি উঠিছে। খোজৰ লাস্য আৰু গাৰ ত্ৰিভঙ্গ ভঙ্গিমাত যেন মেনকা উৰ্বশীহে উদয় হৈছে। আচল তিতি টোপা-টোপে মাণিক মুকুতা সৰিছে।

মৃণালৰ চকুত চকামকা লাগিল। "কি দেখিলোঁ, কি দেখিলোঁ" বুলি সি আকৌ এবাৰ চকু মোহাৰিলে। মিনতিৰ চকু মৃণালত পৰিল। লাজত তাইৰ গা ভাঙি আহিব ধৰিছিল। সিফালে শাহুৱেক ফুলব গুৰিত। মুহূৰ্ত্তত মৃণাল আঁতৰি বাহিৰ হ'ল।

পদূলিত সি দেখিলে কাঁহীখনিৰ মান বেলিটিৰ এফাল ওলাইছে। টিক্ টিক্ কৰে ৰঙা। সমগ্ৰ আকাশত সেই ৰং বিয়পি পৰিছে। তৰু-লতা, বন-পাত সকলোৱে আজি ৰং সাগৰত অৱগাহন কৰিছে। মনোমোহা প্ৰকৃতি। চৌদিশে আজি ৰূপ-ৰসৰেই অপূৰ্ব খেলা। বাস্তৱ জগত খন মৃণালে কল্পনাৰ চকুৰেহে যেন দেখিছে। কল্পনাই তাক আজি বাস্তৱ হৈ ধৰা দিছে। এখোজ দুখোজ কৈ সি পোৱা মাইলমান গ'ল। মুকলি পথাৰৰ মাজত ধক্ধকীয়া বগা আলি বাটটো এপাত কাঁড় যোৱাদি গৈছে। জুৰ সমীৰণ এছাটি মৃণালৰ গাত লাগিছে।

গা ধুই কাপোৰ-কানি সলাই অহাত বুঢ়ীয়ে মিনতিক ঘৰ মচা কামত লগালে। কীৰ্ত্তন ঘৰ মচাদি গোটেইটো ঘৰ ঘৰৰ মজিয়া পিৰালি মচি অঁতালে। ইয়াৰ পাচত বুঢ়ীয়ে বোৱাৰীয়েকক ক'লে—আমাৰ ঘৰত চাহ বৰকৈ নচলে। মাত্ৰ মানুহ-দুনুহ আলহী অতিথিলৈহে আমাৰ যোগাৰ থাকে। কিন্তু মৃণাল নগৰে চহৰে চাকৰি বাকৰি কৰি ঘূৰি ফুৰা মানুহ, সি এইবোৰ খায়। বাকী ল'ৰা-ছোৱালীবোৰে পুৱা আন জা-জলপান যি থাকে তাকে খায়। পাছে তইও নগৰৰ ওচৰৰে জীয়ৰী ; চাহ জানো নাখাবি ?

ইমান পৰে মিনতিৰ মুখ শুকাই আমঠু হৈ আছিল। পুৱা শুই উঠি মুখ নৌ ধুওঁতেই তাই চাহ বহাই দিয়ে। ঘৰৰ সবাতকৈ আগতে উঠি তাই এই ফেৰা কাম কৰি কেইঢোকমান নাখায় মানে গাত যেন হুঁচেই নাহে। ঘৰত সেয়ে দেউতাকে তাইক চাহৰ কেট্লি বুলিহে মাতিছিল। পাছে আজি ন ঠাইত, শাহুৰীৰ ঘৰত সেই পেটৰ কথাটো তাই কেনেকৈ কয় ? সেয়েহে "পৰদেশত অৱভেশ" ধৰা দি তাই আছে যদিও পেটে কিন্তু কোৰ্কোৰাই আছে। এতিয়া

যেই বুঢ়ীয়ে চাহৰ নাম ক'লে, মিনতিৰ গাত যেন নতুন বল আহিল। তাই ঘপৰাই মাত দিলে—"থাম"।

"তেন্তে কৰগৈ যা। সিও আহি চাহকে বিচাৰিব এতিয়া।" বুঢ়ীয়ে পৰামৰ্শ দিয়ে।

আন নহলেও চাহ কৰাত মিনতিৰ গা তিনিখন চাৰিখন। ততালিকে কেট্‌লিৰ পানীয়ে চেঁ চে কৰে মধুৰ গুঞ্জন তুলিলে। আহ! কি যে মিঠা, সেই সঙ্গীত। মিনতিৰ জিভা সৰস হৈ উঠে সেই গীতত।

মৃণাল ঘূৰি আহিল। মুখত শাওৱাৰ ঠাৰি। দাঁতন কৰি কৰি সি চোতাল পালেহি। সঁহাৰি পায়ে মিনতিয়ে পানীৰ ঘটিটো ন-গামোচা এখনেৰে সৈতে ইঘৰত থৈ গ'ল।

"আজি এইখন ঘৰৰ পৰিচৰ্য্যা কোনে কৰিছে? স্বয়ং লক্ষ্মীয়ে আহি এই ঘৰখনৰ যাৱতীয় কামত সোণৰ আঙুলি বুলাই যাব ধৰিছে নেকি? আজি যে গোটেই ঘৰৰ ৰূপ সলনি হৈ যোৱা দেখিছোঁ। তেন্তে গৃহলক্ষ্মী নিশ্চয় থিতাপি লৈছেহি; মৃণালৰ মনত নানা ভাবৰ খেলা। মুখ ধুই ধুই সি ভাবতে বুৰ গৈছে। "এইখন গামোচা? কি মিহি হাতৰ কাম! এফালে এডাল মনোমোহা লতাৰ বন কৰা। সৰু এই কাপোৰখনতেই যেন কাৰোবাৰ মৰম-চেনেহ, আবেগ-উচ্ছ্বাস আৰু নিখুঁত হস্ত নৈপুণ্যৰ নিদৰ্শন ফুটি উঠিছে।" প্ৰতিটো কামে প্ৰতিটো বস্তুৱেই আজি তাক কিবা নতুন মাদকতাৰ, নতুন মাধুৰ্য্যৰ সন্ধান দিছে। মৃণালে চকিখনত বহি ভাবে। আজি আৰু চ'ৰা ঘৰত বহিবলৈ তাৰ ভাল লগা নাই। তাৰ মনে বাঞ্ছা কৰে কাৰোবাৰ সান্নিধ্য, কাৰোবাৰ মধুৰ সঙ্গ; কিন্তু তাকে আশা কৰি সি শোৱা কোঠালিত বহি থকাটোও শোভা নাপায়। এনেয়ে টেবিলৰ ওপৰৰ পৰা সি এখন কিতাপ টানি লয়। এইখন বি. এ.-ৰ কবিতা পুথি। মিছাকৈয়ে এফালৰ পৰা পাতবোৰ লুটিয়াই বগৰাই যাব ধৰিলে। হঠাতে ব্ৰাউনিঙৰ "লাষ্ট ৰাইড্ টুগেদাৰ" (Browning-ৰ) "Last Ride Together" কবিতাটোত চকু পৰিল। তাৰ মনত পৰিল কবিয়ে আনন্দৰ আতিশয্যত কোৱা কথাষাৰ। "But who knows that the world may end to-night?" কবিয়ে তেওঁৰ যৌৱনৰ আকাঙ্ক্ষিত প্ৰেমিকাৰ লগত মাত্ৰ এবাৰ একে লগে ঘোঁৰাত উঠিবলৈ পাই আনন্দোন্মত্ত হৈ সমগ্ৰ বিশ্বৰ ধ্বংস আশা কৰিছিল। প্ৰেমৰ কি অপৰিসীম শক্তি! প্ৰেমানন্দৰ কি স্বৰ্গীয় মুহূৰ্ত্ত!! কিন্তু, মইতো অলপ পৰৰ বাবে

নহয়—মই যে একেবাৰেই মিনতিক পাইছোঁ। মৃণাল ভাব সমুদ্ৰৰ গভীৰ তলি পালেগৈ। এনেতে চাহৰ Tray লৈ মিনতি হাজিৰ।

মৃণালৰ ধ্যান ভাঙিল। এই গভীৰ কল্পনা—এই উজ্জ্বল বাস্তৱ! কল্পনাই বাস্তৱে মিলি খেলি-মেলি হৈ গ'ল।

"এয়া চাহ।" লাহেকৈ কৈয়ে মিনতি আঁতৰি যাব ধৰিছিল। অকস্মাতে মৃণালে তাইৰ হাত এখনত খাপ মাৰি ধৰিলে। মিনতি হতভম্ব হৈ গ'ল। স্পৰ্শ কৰিলেই জয় পৰি যোৱা লাজুকী লতাৰ দৰে তাইৰ সমগ্ৰ শৰীৰ লাজ দ্বিধাত পমি যাব ধৰিছিল।

"মোক চাহ মিঠাই দিছা? মই জানো তোমাক একো দিব নালাগে?" মৃণালে আবেগেৰে তাইৰ মুখলৈ চায়।

"তেন্তে দিয়ক!" এটি লাজুকীয়া দুষ্টালি হাঁহি মাৰি মিনতিয়ে তাইৰ আঁচলখন পাতিলে।

"কোঁচত নহয়; পাছ মুখ কৰা। মই তোমাৰ খোপাত এটি গোলাপ ফুল গুজি দিওঁ। এয়ে তোমাৰ স্বামীৰ মৰমৰ প্ৰথম অৰিহণা হওক।"

ইঙ্গিত মতে মিনতিয়ে কাম কৰি যায়। ফুল গুজি দি মৃণালে আকৌ কয়।—

"এতিয়া চাহ জানো মই অকলে খাব লাগে, লক্ষ্মীক উপবাসে এৰি?"

"আগেয়ে নাৰায়ণেহে লব লাগে; লক্ষ্মীয়ে পাচত।" এটা মিচিকীয়া হাঁহি মাৰি তাই কয়।

"এইয়া নাৰায়ণে ললে; এতিয়া লক্ষ্মীৰ পাল।" এই বুলি কৈ মৃণালে প্লেটৰ পৰা সন্দেচ্ এটা আনি মিনতিৰ মুখত সুমাই দিলে। বেচাৰীয়ে আৰু আপত্তি কৰিবৰ একো সুযোগকেই নাপালে। এই বিব্ৰত গাভৰুৰ বিতোপন ছবিখনি সি ধ্যান-মগ্ন যোগীৰ দৰে থৰহৈ চাই থাকিল—মাথো চাই থাকিল।

( ৩ )

"আপুনি মোক বিয়াৰ আগতে এবাৰ চাবলৈ নগ'ল কিয় ?" মিনতিৰ মুখত অভিমান ভাঁহি উঠিছে। তেতিয়া ৰাতি ৯·৩০ বাজিছে। ঘৰৰ আটাই-বোৰে শুইছে যদিও টোপনি যোৱা নাই। মৃণালে মিনতিক টানি আনি বিছনাৰ কাষত বহুৱাই ললে। তাৰ একেবাৰে গাতে লগাই।

"ইচ্ছা নগ'ল দেখি।" সি মিনতিৰ ভেম বঢ়াবলৈ কয়।

"তেন্তে বিয়া কৰালে কিয় ?"

"ইচ্ছা গ'ল দেখি।" সি আকৌ ৰগৰ কৰে। মিনতিয়ে ইচ্ বুলি উছাহ মাৰি তাৰ পৰা উঠি যাবলৈ বিচাৰে। মৃণালে হাত দুখনত ধৰি গাৰুৰ পৰা তাবেলখন আনি বান্ধি পেলায়।

"এতিয়া তুমি মোৰ প্ৰেম কাৰাগাৰত বন্দিনী।" মৃণালে মুখ টিপি টিপি হাঁহিবলৈ ধৰিলে। মিনতিয়ে হাঁহি ৰাখিব নোৱাৰিলে।

"তেন্তে দিয়ক মোৰ কথাটোৰ উত্তৰ।" অনুযোগৰ সুৰ তাইৰ কণ্ঠত। মৃণালে মিনতিৰ পিঠিত হাত ফুৰাই ফুৰাই ক'বলৈ ধৰিলে।

"সেইবোৰ বহুত কথা বুজিছা ; কিয় যে এই প্ৰশ্ন তুলিলা তুমি ইমান সোনকালে ! বাৰু গোটেই ক'ব নোৱাৰিলেও কিছু কওঁ। মোৰ বৃদ্ধা আয়ে মোক তেওঁৰ নিজৰ কলিজাটো যেন দেখে। সাংসাৰিক অভিজ্ঞতাও তেওঁৰ অসীম। মোৰ বাবে কোনজনী ছোৱালী উপযুক্তা হব আৰু কাৰ লগত থাকি মই চিৰ জীৱন সুখী হব পাৰিম, এই কথাৰ মীমাংসা তেওঁতকৈ আৰু আন কোনেও ভালকৈ কৰিব নোৱাৰে। বিশেষকৈ মাইকী মানুহে মাইকী মানুহক ভালকৈ জানে ; আৰু দেখিলেই বহু কথা চিনি পায়। আন পক্ষে নিজৰ মনে বছা বোৱাৰী এজনী পাবলৈ কাৰ ইচ্ছা নাই। এই ক্ষেত্ৰত মই ভাবিলোঁ আইতকৈ আন কোনেও মোৰ বাবে যোগ্যা পাত্ৰী বিচাৰি দিব নোৱাৰিব। সেয়ে মই তেওঁৰ ইচ্ছা ক্ৰমেই বিয়া কৰোৱাৰ সিদ্ধান্ত কৰিছিলোঁ।" কথাখিনি কৈ মৃণাল অলপ থামি গ'ল। এনেতে মিনতিয়ে সুধিলে—

"তেন্তে আপুনি আইৰ ইচ্ছামতেহে মোক বিয়া কৰিলে। নিজৰ ফালৰ কোনো ইচ্ছা বা আগ্ৰহ ইয়াত নাছিল ?" মিনতিয়ে যেন অলপ ক্ষুণ্ণা হৈছে। তাইৰ ভাষাত সেয়ে প্ৰকাশ পালে। মৃণালে হাতখন মিনতিৰ চুলিৰ ওপৰত

আল্‌ফুল্‌কৈ ৰাখি কয়।

"মোৰ যথেষ্ট আগ্ৰহ আৰু ইচ্ছা এই বিয়াত আছিল মিনু! নহলে বিয়া কৰাম কিয়?" বৰ মৰমেৰে সি তাইক তাৰ গালে টানি লয়।

"সেইটো কেনেকৈ? আপুনি নিজে মোক এদিন চোৱা নাই। আনকি এখন চিঠিৰো আদান প্ৰদান আমাৰ নহ'ল। এনে স্থলত আপোনাৰ আগ্ৰহ কেনেকৈ হ'ল মই নুবুজিলোঁ। আজিৰ দিনত দৰা-কন্যাৰ দেখা দেখি নোহোৱা কথাটো এটা অদ্ভুত কথা। বিশেষকৈ শিক্ষিত সকলৰতো কথাই নাই।" মিনতিয়ে আকৌ কিবা এটা ক'বলৈ গৈ থমকি ৰ'ল। ভাব বুজি মৃণালে উত্তৰ দিলে—

"আগ্ৰহ আৰু ইচ্ছা কেৱল দেখা-দেখি বা লিখা-লিখি কৰাৰ ওপৰতে নিৰ্ভৰ নকৰে মিনু! ই হ'ল মনৰ বস্তু। অৱশ্যে মনৰ ভিতৰত কিবা এটা উপায়ে সেই বস্তুটোৰ প্ৰতি এটা দৃঢ় ধাৰণা হ'ব লাগিব। এই ধাৰণা বা প্ৰতীতি বহু উপায়েৰে মনত জন্মিব পাৰে। দেখি, শুনি, কিবা ঘটনাৰ যোগে, বন্ধুত্বৰ ভিতৰেদি, লিখাৰ মাজেদি আৰু কেতিয়াবা কল্পনাৰ জৰিয়তেও। এই উপায় বিলাকে যেতিয়া মানস চকুত কোনো এটা বস্তুৰ উজ্জ্বল মূৰ্ত্তি দাঙি ধৰে, তেতিয়াই সেই বস্তুটোৰ প্ৰতি অন্তৰত স্পৃহা বা আকৰ্ষণৰ সৃষ্টি হয়। পুৰুষ-নাৰীৰ ক্ষেত্ৰত এই আকৰ্ষণ বা স্পৃহাই প্ৰেমত পৰিণতি লাভ কৰে। দুষ্মন্তই শকুন্তলাক দেখা মাত্ৰকে প্ৰেমত পৰিল, আৰু শকুন্তলাইও দুষ্মন্তৰ পৰা চকু ঘূৰাব নোৱাৰা হ'ল। উষাই আকৌ সপোনত দেখা অনিৰুদ্ধ কুমাৰৰ কল্পনা কৰি কৰিয়েই ভাত পানী এৰিলে। আন হাতে ৰুক্মিণীয়ে শ্ৰীকৃষ্ণৰ ৰূপ গুণৰ কথা আনৰ মুখে শুনি শুনি তেওঁতে দেহ-মন অৰ্পণ কৰিছিল।" মৃণালে কৈ থাকোঁতেই মিনতিয়ে তাৰ ডিঙিত সাৱটি ধৰি বৰ কৰুণ সুৰত ক'লে—

"তেন্তে কওক নাথ, আপুনি মোক বিয়াৰ আগতেই ভাল পাইছিল কিয় কেনেকৈ?"

মৃণালে দেখিলে যে মিনতিৰ মন সি জয় কৰিব পাৰিছে। গৌৰৱত তাৰ হিয়া উল্লাসিত হৈ উঠিল। আৰু বেছি প্ৰেম আৰু বেছি আকৰ্ষণ বিচাৰি সি কৈ উঠিল।—

"মই ক'তা? কেতিয়া ক'লোঁ তোমাক ভাল পোৱা বুলি? মই মুঠেই ভাল পোৱা নাই।" কথা শুনি মিনতিয়ে মৃণালৰ বুকুতে "ওঁ ওঁ" বুলি মুখখন লুকুৱালে। আত্ম প্ৰসাদত মৃণালৰ প্ৰাণ ভৰি উঠিল। সি মিনতিৰ মুৰৰ

পৰা পিঠিলৈকে আলফুলকৈ হাত বুলাই বুলাই কৈ গ'ল—

"বুজিছা মিনু! মই তোমাক ভাল পাইছিলোঁ বেছি। অন্ততঃ যি সকলে নিজে ছোৱালী চাই বিয়া কৰে, সেই সকলতকৈ অধিক। আৰু সেই দেখিয়েইহে তোমাক মই চোৱাৰ প্ৰয়োজন বোধ নকৰিলোঁ। বাহিৰৰ ৰূপ-লাৱণ্যই প্ৰথমে মনলৈ এটা কামনাৰ ছবি আনে। সেই কামনাৰ জৰিয়তে আহে আকৰ্ষণ। আৰু এই আকৰ্ষণে যেতিয়া ইন্দ্ৰিয় বিলাকত বেগ বা উত্তেজনাৰ সৃষ্টি কৰে, তেতিয়া এজনৰ হৈ পৰে আনজনৰ প্ৰয়োজন। সেয়ে ৰূপৰ ভিতৰে যি প্ৰেমৰ সৃষ্টি হয়, তাতে থাকে যৌন ক্ষুধা বা ইন্দ্ৰিয় লালসাই মূলাধাৰ ৰূপে। সেই প্ৰেম গাঢ় নহয়। বহুত সময়ত এই প্ৰেমে দাৰুণ বিচ্ছেদত পৰিণতি লাভ কৰে। উদাহৰণ স্বৰূপে ধৰা দুষ্মন্ত শকুন্তলাৰ মিলন। এটি মাত্ৰ দৃষ্টিতেই দুয়োৰো পৰস্পৰ আকৰ্ষণ হ'ল। দুইও দুইকো বাঞ্ছা কৰি গোপনে সম্ভোগত লিপ্ত হ'ল। কিন্তু যেতিয়া সেই ক্ষণিক উত্তেজনা শেষ হৈ গ'ল, সম্মোহ আঁতৰিল, দুষ্মন্তই শকুন্তলাৰ কথা একেবাৰে বিস্মৃত হ'ল। ফলত শকুন্তলাৰ কি বিলাই বিপত্তিয়েই নহ'ল চোৱা। কিন্তু মই তোমাক ভাল পাইছিলোঁ নেদেখাকৈয়ে। ই তোমাৰ কাৰণে আচৰিত যেন লাগিব পাৰে। কিন্তু আচৰিত হোৱাৰ একো কাৰণ নাই। মই আগতে তোমাক কৈছোঁ যে ভাল পোৱাৰ উপায় কেইবাটাও। মই তোমাক ভাল পাইছিলোঁ তোমাৰ সম্বন্ধে নানা কাহিনী শুনি আৰু তথ্য উদ্ঘাটন কৰি।"

"কাহিনী শুনি? কি কাহিনী মোৰ শুনিছিল দেব! মোৰ দেখোন তেনে কোনো কীৰ্ত্তি কাহিনী নাই যি জানি যুৱকে মোৰ প্ৰতি আকৃষ্ট হব পাৰে। গাৱঁৰে ছোৱালী গাৱঁতে ডাঙৰ দীঘল হৈছোঁ। শিক্ষা নাই; মেট্ৰিকটোকে পাচ কৰিব নোৱাৰিলোঁ। আন দুই এগৰাকীৰ দৰে জাকত-জিলিকা ৰূপো নাই মোৰ; গাৱঁৰ এশজনী ছোৱালীৰ শাৰীৰেই মই এজনী ছোৱালী মাত্ৰ। এনেকুৱাত·······।"

"বাৰু, বাৰু আৰু নালাগে। এতিয়া মোক ক'বলৈ দিয়া।" মৃণালে মিনতিৰ মুখ খনত সোপা দি ধৰিলে। "কাহিনী মানে মূলাগাভৰু, ৰাধা-ৰুক্মিণী আদিৰ দৰে কীৰ্ত্তি কাহিনীৰ কথা মই কোৱা নাই। মুঠ কথা মোৰ মনে বছা ভাৰ্য্যা এগৰাকীৰ বাবে যি যি গুণৰ বিশেষ দৰ্কাৰ বুলি মই ভাবো, সেই গুণ তোমাৰ ভিতৰত আছে বুলি মই সন্ধান পাইছিলোঁ।"

আত্ম-গৌৰৱত অধীৰ হৈ মিনতিয়ে মৃণালৰ কান্ধত তাইৰ মূৰটো আওজাই

দি ৰিহাৰ আচল খনৰ মুৰটো কামুৰিবলৈ ধৰিলে। মৃণালে স্বাভাৱিক গাম্ভীৰ্য্যৰে কৈ যাবলৈ ধৰিলে—

"তুমি জানা, শ্ৰদ্ধেয় ৰাম দত্ত মোৰ শিক্ষা গুৰু। তেখেতে মোক নিজৰ ল'ৰাতকৈয়ো অধিক স্নেহ কৰে। এইজন গুৰুৰ শিক্ষা আৰু আদৰ্শতেই অনুপ্ৰাণিত হৈ মই আজি মানুহমুৰা হব পাৰিছোঁ। তেখেতৰ মান-যশৰ কথা তোমাক আৰু নকলেও হ'ব। এই অঞ্চলত এনে মানুহ নাই, যি তেখেতৰ গুণ গৰিমা, ত্যাগ, সাধনা আৰু মহত্ত্বৰ কথা নাজানে। এই নমস্য বৃদ্ধ শিক্ষক যিহেতু তোমাৰো শিক্ষা গুৰু আছিল, সেই বিষয়ে বিশেষ নকলেও হব। এই সদাশয় গুৰুজনেই প্ৰথমে আনিছিল তোমাৰ বিবাহৰ প্ৰস্তাৱ। তেখেতৰ তোমাৰ প্ৰতি এটা অকৃত্ৰিম মৰম আৰু তোমাৰ স্বভাৱ চৰিত্ৰৰ ওপৰত এটা বিশেষ আস্থা আছিল। বুদ্ধি-বৃত্তিৰ ফালৰ পৰাও আটাইবোৰ শিক্ষকে তোমাৰ প্ৰশংসা কৰিছিল। বোৱা-কটা কাম তুমি বৰ ভাল জানা বুলি তোমালোকৰ গাওঁৰ মানুহৰ মুখে মই শুনিছিলোঁ। আৰু বহুত কথা মই নিজেও অনুসন্ধান কৰি উলিয়াই লৈছিলোঁ। সেইবোৰ বহুত কথা। মুঠতে মিনু! ইয়াকে জানিবা যে এই সকলবোৰ কথাই ক্ৰমে ক্ৰমে তোমাৰ প্ৰতি মোৰ এটা অনুৰাগৰ সৃষ্টি কৰিছিল। আৰু সেই অনুৰাগ ক্ৰমে ক্ৰমে বাঢ়ি তোমাক বিয়া কৰাৰ সিদ্ধান্ত এটাত মই উপনীত হৈছিলোঁ গৈ। ইয়াৰ ভিতৰতেই আইৰ দ্বাৰা তোমাক চোৱা, পছন্দ কৰোৱা আদি কাম চলাই আছিলোঁ। এই সম্বন্ধে আৰু বহুত কথা আছে ; সময়ত তোমাক ক'ম।" মৃণাল অলপ নিমাত হৈ ৰ'ল। সুৰুঙা পাই মিনতিয়ে আৰম্ভ কৰি দিলে ; তাইৰ মুখখন আনন্দোজ্জ্বল।

"আজি মোৰ বুকুৰ পৰা ডাঙৰ বোজা এটা নামি গ'ল। উস্ প্ৰভু! এই কথাই মোক কিমান খুলি খুলি খাইছিল! মোৰ লগৰীয়ানী সকলে মোক সদায় ঠাট্টা কৰে।" "হেৰা! তোমাৰ দেখোন মুখ-পদ্ম স্বামী-ভ্ৰমৰে এবাৰো পানকে নকৰিলে।" কোনোৱে কয় আপোনাৰ বিয়া কৰিবলৈ মন নাই। আইৰ খেচ্-খেচনিত তত্ নাপাইহে বিয়াত এনেয়ে মত দিছে। আকৌ কোনো জনীয়ে কয়—আপুনি হেনো কাৰোবাৰ ল'ভত পৰি বোধ ৰূপ ধৰিছে ; আৰু এইখন বিয়া হলেও আমাৰ শান্তি নহব। "হাঁয় প্ৰভু! কি যে কথাবোৰ! মই কেতিয়াবা তাইহঁতৰ আগতেই কান্দি পেলাবৰ মন যায়। চকু চলচলীয়া হৈ যায়।" কথাষাৰ কোৱাৰ লগে লগে মিনতিৰ মাত কঁপি উঠে। সুৰটিও কৰুণ হৈ পৰে।

"ভয় নাই মিনু! মই কাৰো "লাভ"ত পৰা নাই। অ'; নহয়, মিনতিৰ "লাভত" কিন্তু পৰিছোঁ। কি কোৱা ?" মৃণালে অলপ পাতলালি কৰিবলৈ চেষ্টা কৰে। এনেতে দুৱাৰত কিবা এটা কেৰেক্ শব্দ হ'ল। দুয়ো উচাপ খাই উঠে।

"একো নহয়, কুকুৰটোৱে গা ঘহাঁব পায়" মৃণালে উঠি মিনতিৰ মুৰটো গাৰুত হেঁচি দি ক'লে—"বহুত ৰাতি হ'ল। আজিলৈ সভা ভঙ্গ কৰি শোৱা যাওক।" লাহে লাহে দুয়ো শুই পৰে।

তগৰে তাঁতৰ শালত বহি ফুল বাছি আছে। বয়সত তাই কিশোৰী। বৰ ৰাংঢালী ছোৱালী। বুঢ়ীৰ শিকনিত হাতে মুখে তাই সমান হৈ আহিছে। বিয়া নাম, আই নাম, গোপীনী নাম, বৰগীত সকলো তাইৰ মুখত সৰ্ সৰকৈ আহে। ষ'ৰে যি কামতে নাথাকক তাই কিবা নহয় কিবা এটা গীত গাই থাকিবই। এতিয়া ফুল বাছি বাছিও তাই গীত গাই আছে।

ফুল আছে ফুলি, কদম আছে হালি ;
কিয় আইদেউ চিন্তা কৰা বোপা বেয়া বুলি।··

"হেৰ লেব্‌লেবী জনী , "বোপা বেয়া" মাৰোঁতে সেইফালে ফুলত দেখোন কেনা লাগিল ? মুখ খনেৰেহে লাওপাত কচুপাত ; কামৰ ফালে নজৰ নাই।" মাকে ডাবি মাৰি উঠে। তগৰে তলকিবই পৰা নাছিল যে তাইৰ ফুলত ভালে-খিনি কেনা লাগিছে। মাকৰ ভয়তে তাই থত্ মত্ খালে।

"যা এতিয়া বৌৰেৰক মাতি আন। শাহুৰেকৰ কথা মিনতিয়ে ভিতৰৰ পৰা শুনি আছিল। হাতত গাৰুৰ গিলিপটো চিলাই কৰি কৰিয়েই ওলাই আহে।

"চাওঁ এইফালে আহচোন, আই ; এই পাগলীজনীয়ে ফুলত কেনা লগালে। তই এইবোৰ ভাল কৰি তাইক অলপ শিকাই দে। মই এপাক বিয়নীহঁতৰ ফালে গৈ আহোঁ। আজি বহুত দিন যোৱা নাই।" চেনেহীয়ে বাটৰ ফালে খোজ লয়। অলপ গৈ থমকি বৈ "অ হেৰি ঔ, যাচোন বেগাই ; ঢেঁকাৰ ওপৰতে চুণ অলপ কলাপাতেৰে মেৰিয়াই থোৱা আছে। বিয়নীয়ে বোলে আমাৰ শামুকৰ চুণ ভাল পায়। সিদিনা কৈছিল।"

তগৰে দৌৰ মাৰি আনি দিয়ে। চেনেহীয়ে পাণ দুমুঠিৰ টোপোলা-টোতেই ভৰাই লয়।

"এৰা কিনো নিবি আই ! ঘৰখনত একো বস্তুৰেই নোহোৱা হ'ল। মানুহৰ ঘৰলৈ খালী হাতেৰেও যাব নোৱাৰি।" বুঢ়ীয়ে কেই খোজ মান দিওঁতেই মিনতিয়ে মাত লগালে।

"আই আপুনি বস্তু এটা লৈ আহিব।" বুঢ়ীয়ে ঘূৰি চায়।

"সিদিনা মোৰ কাপোৰ কটা কেঁচি খন বিজুলীয়ে নিছে। লৈ আহিব।

মোৰ চোলাৰ ভাগ এটা কাটিব লাগে।” বুঢ়ীয়ে “বাৰু” বুলি কৈ দীঘল দীঘল খোজ ধৰিলে। ৰূপহীহঁতৰ গাৱঁলৈ তিনি মাইল-মান দূৰ? ৰূপহী মিনিতিৰ মাক আৰু বিজুলী ভনীয়েক। বেলি বেছি নাই। আকৌ ঘূৰি আহিব লাগিব। বুঢ়ী প্ৰায় ঢপলিয়াই গৈছে।

চেনেহী গৈ পাওঁতে ৰূপহীয়ে আন এজনী বুঢ়ীৰ লগত কথা পাতি চোতালত বহি আছে। ৰ'দ-ভাগৰত চেনেহীৰ মুখ ৰঙা পৰি ঘামি উঠিছিল। ৰূপহীয়ে বিয়নীয়েকক দেখি একে জাপেই আগ বাঢ়ি গৈ হাত খনত ধৰি লৈ আহিল।

“আই ঐ দেহি! এই ৰ'দ খনত বুঢ়ীজনী কেনেকৈ জুৰুলী হৈ আহিছে চা! হেৰ বিজুলী! পানী এঘটি লৈ আহ। গামোচা আন, পীৰা আন।” ৰূপহীৰ গাত ততেই নাই।

“কিনো কৰিবি বিয়নী, বাটো ভালেখিনি। অলপ বেলিয়ে পোহৰে নাহিলে আকৌ ঘূৰি যাবলৈও টান।” কৈ কৈ চেনেহীয়ে ভৰি ধোৱে। কথাৰ মূৰতে আন জনী বুঢ়ীয়ে এটা হাঁহি মাৰি কয়।—

“হওক হওক আই, এইনো কি দূৰ? কথাতে কয় বোলে—ওচৰৰ খেতি, দূৰৰ বেটি। জা-জীয়ৰী যিমানে দূৰত দিব পাৰি সিমানে ভালহে।”

ইতিমধ্যে বিজুলীয়ে পীৰা আনি দিয়ে। ৰূপহীয়ে বিয়েনীয়েকক আগ্ৰহেৰে বহিবলৈ কৈ নিজে আন খনি পীৰা চপাইলৈ গাতে গা লগাই বহিল। আজি কেবা দিনৰ মূৰত বিয়নীয়েক আহিছে। নতুন মিতিৰ। তাতে জীউ যেন বৰ-ছোৱালীজনীৰ খবৰ বা কি? মাকৰ চিত। এদিনে এযুগ যেন হৈছে। সেয়ে পোনে পোনে তাই সোধে—“হয়ে বিয়নী! আইটি ভাল আছে, হু?” চকুত আবেগ উৎকণ্ঠা।

“আছে, বিয়নী আছে। একো চিন্তা নকৰিবি। এই মাত্ৰ মই দুয়ো ননন্দ-বোৱেকক ' তাঁত শালতে এৰি থৈ আহিছোঁ। চেনেহীয়ে আশ্বাসৰ সুৰত কয়।

“হওক বিয়নী হওক। বাছা ভালে থাকক তাতে। পাছে ভনী, কাম-কাজ বা কেনে, কি কৰিছে? আমাৰ ইয়াত অৱশ্যে বিশেষ কাম-বন নাছিল। স্কুলীয়া ছোৱালী। লিখা পঢ়া কৰোঁতে বিশেষ সময় নাপায়। তথাপি মই তাতে চেগৰ আগচুলিত ধৰি তাইক গাৰ কাপোৰ জোখৰি নিজে বৈ লব পৰা কৰিছোঁ। ঘৰৰ বাহী-বন কৰা অভ্যাসো তাইৰ নাই। সেইবোৰ শাওনীয়ে



এম. এল. এ.—২

কৰে। পাছে তেওঁ বুলি মই কেতিয়াবা কওঁ বোলো হেৰ! বেটিৰ কপালে বান্দীৰ কপালে সমান। ক'ত কি কৰিব বিধাতাই যোৰা মাৰি থৈছে ক'ব নোৱাৰি। হাকিমনী হব পাৰিলেতো গাই ৰাখিলি। নাপালে তেওঁ য'তে ত'তে হাতৰ বনখিনি কৰি খাব পৰা হোৱা ভাল। পাছে কিনো কৰি বিয়নী! বাপেক ককায়েকহঁতে তাইক বন কৰা দেখিলে মোক দম্‌দমাই উঠে। মুঠেই একো লাৰিব দিবই নোখোজে। মই ক'লেও কয় বোলে ছোৱালী মানুহ; কালিলৈ উলিয়াই দিলে লোকৰ ঘৰত কি সুখ-দুখ আছে তাকে কোনে জানে? উলিয়াই নিদিয়া দিন চাৰিটা অলপ আমাৰ ঘৰতে সুখ-আৰামত থাকিলেই জানিবা? তহঁতৰনো তাত কেলেই চকু পৰিছে হু? এই দৰে বিয়নী তাইক গাত অলপ বতাহ লাগিব নিদিয়াকৈ, নোখোৱা খন খুৱাই, নিপিন্ধাখন পিন্ধাই ইমান ডাঙৰ কৰিলোঁ। এতিয়া সেই হেন জীয়ৰী মোৰ চকুৰ আগত আজি ইমান দিন নেদেখি গোটেই আন্ধাৰ দেখিছোঁ। মাইকীৰ চিত ফাটি যাব খোজে ভনী।" ৰূপহীৰ চকুৰ পৰা সৰ্‌ সৰ্‌কৈ পানী পৰিবলৈ ধৰিলে।

'এ তইচোন কেনেখন কৰ বিয়নী! ছিঃ—পায়নে? উলিয়াই দিলি বুলি ছোৱালীজনীনো কিবা পৰলৈ গৈছে নে? সেয়া দৈৱকীয়ে দেখোন পুথিত কৈছে শশীপ্ৰভাক বোলে—

তোমাৰেসে জী-জোঁৱাই তোমাৰেসে ঘৰ।
তুমিসে আপোন হৈবা আমি হৈবো পৰ॥

কালি ছোৱালী জনী উলিয়াই দিয়া নাছিলি, কেৱল ছোৱালী জনীহে পাইছিলি, আজি উলিয়াই দিছ, মানে লগতে জোঁৱাই পালি; যি নেকি নিজৰ পেটৰ পোৰ সমান। আৰু ভালে বেয়াই এঘৰ মিতিৰ পালি। ছোৱালীতো আছেই; তোৰ ছোৱালী নুবুলি কিবা আনৰ বুলিব নে? নে আপুনি কি কয়?" চেনেহীয়ে আনজনী বুঢ়ীলৈ মুখ ডুপিয়ায়।

"কেলেই নহয়, হয়, আই! আপুনি ঠিকেই কৈছে। তেওঁবুলি আই এটা কথা। বোলে—আগফাল শুৱনী কাকিনী তামোল

পাছ ফাল শুৱনী পাণ।
বৰ ঘৰ শুৱনী জীয়ৰী ছোৱালী
উলিয়াই দিবলৈ টান॥

হেজাৰ হলেও বাপেকী মাইকীৰ চিত। শোক তাপ হবই। মায়া, দুৰ্ঘোৰ মায়াত থাকি আমিনো কেনেকৈ মনক বুজাব পাৰিম? শকুন্তলা কণ্ব

মুনিৰ পালিতা ছোৱালীহে। ইমান শাস্ত্ৰ-সদাচাৰ, ধ্যান ধাৰণা কৰি থকা আশ্ৰম-বাসী ঋষি, শকুন্তলাক উলিয়াই দিওঁতে শোকতে মাতিব নোৱাৰি তেওঁৰ মাত থোকা থুকি হ'লগৈ। আৰু আমি মূৰ্মতি কলা-কণা মানুহ আই; আমাৰনো কি? হওঁতে দুদিন মান শোক তাপ থাকিবই। পাচত জী-জোঁৱাইৰ সুখ শান্তি দেখিলে সেই দুখ আৰু নাথাকে।' বুঢ়ীয়ে কোৱাৰ লগে লগে ৰূপহীয়ে তামোল কাটি বটাত সাজুকৈ থৈছে। এনেতে বিজুলীয়ে চাহ আনি তিনিওকে দিয়ে।

"এ আই, এইবোৰনো কেলৈ? মোৰ এই চাহ-তাহ খোৱাৰ অভ্যাস নাই আই! লৈ যা তহঁতেই খাবি।" ৰূপহীয়ে জোৰকৈ বিয়নীয়েকক মান্তি কৰালে। নাখালে আটায়ে বেয়া পাব দেখি চেনেহীয়ে আৰম্ভ কৰিলে। আন জনী বুঢ়ীয়ে ক'বলৈ ধৰিলে।

"এৰা আই, খাবিনো কি? আজি কালি এই বংচঙীয়া পানী টুপিয়েই সকলো ফালে। আগৰ হলে দূৰ-দুৰণিৰ মানুহ আহিব, কোমল চাউল, চিৰা, থপ্‌থপীয়া গাখীৰৰ সৈতে দিব। তাতে পকা মনোহৰ দুটা বাকলি গুচাই লৈ যদি সানি-পুৰ্তকি ল'লা তেন্তে কিনো খাবা!" বুঢ়ীয়ে সোলা দাঁত দুপাৰি উলিয়াই হাঁহিবলৈ ধৰিলে। ৰূপহীয়ে অলপ গম্ভীৰ হৈ ক'লে।—

"আচল কথাই কৈছে। আলহী অতিথি সুধিবলৈ বৰ লাজেই লগা হ'। গাখীৰ বুলিবলৈ আৰু ঘৰখনত নাই। হওঁতে গাই গৰুও চাৰি-পাঁচজনী। বন্ধা চাকৰো আছে। পাছে দেশনখত কিবা জুই লাগিছে। গাইৰ বাহত নাই গাখীৰ, পানীত নোহোৱা হ'ল এটা মাছ পুঠি আৰু নো খাবা কি?" ৰূপহীৰ মুখত বৰ-বিৰক্তি।

"আৰু সেইবোৰ কথা নকবা বিয়নী! পাপ অধৰমে পৃথিৱী ভৰি পৰিল। তাৰে এইবোৰ চিন দেখুৱাব ধৰিছে ঈশ্বৰে। পাছে অ' আই বিজুলী! বাইদেৱেৰাই কিবা কেঁচী এখনৰ কথা কৈছিল দোখোন। মোৰ যাবৰ বেলিও হ'লহি। পাওঁগৈ মানে সাঁজ লাগিবই।" চেনেহীয়ে যাবলৈ প্ৰায় উদ্যত হয়।

"মুয়ে কাইলৈ লৈ যাম বাৰু; কিবা এটাৰ চিলাই অলপ মোৰ শিকিব লগাও আছে বাইদেউৰ ওচৰত।" বিজুলীয়ে ঘৰৰ ভিতৰৰ পৰাই কয়।

"অ বিয়নী, পাছে ডাঙৰ কথা এটাই সুধিবলৈ থাকিল। বাৰু বিজুলী কাইলৈ যাব খুজিছে ভালেই হৈছে। তাই একেলগে বায়েককো লৈ আহিব।

জানেই নহয় ? নতুন ছোৱালী, একেলগে ৭।৮ দিন থাকি তাই চাগে উচ্পিচাই আছে এবাৰ মাকৰ ঘৰলৈ আহিবলৈ। তই কিন্তু পঠাই দিবি বিয়নী।"

"হওঁতে হয়; নিয়ম মতে পঠাব লাগে। কিন্তু এটা অসুবিধা বিয়নী! ল'ৰাটোও পৰহিলৈ নে তাৰ পাছদিনা যাবই বোলে। তাৰ ছুটিও শেষ হ'ল। পৰৰ তলত চাকৰি কৰা মানুহ। সেইদেখি তাইক আৰু তিনি দিন মান পলমেই আনিব। এই দুটা দিন আৰু তই থাক ধৈৰ্য্য ধৰি। মই হলে তোক কওঁ, তোৰ ছোৱালীয়ে মোৰ ঘৰত মুঠেই কষ্ট নাপায়। মোৰ মানত মোৰ তগৰ যেনে, মিনতিও ঠিক তেনেই। আজি এই কেইদিনে তাইৰ মনত মই কোনো দুখ চিন্তাৰ ভাৱ দেখা নাই। বেচ হাঁহি-মাতি মিলি-জুলি আছে।" কথা কৈ কৈ চেনেহী নওলা মুখলৈকে আহে। বুপেহীয়েও আগবঢ়াই থবলৈ আহিছে। জীয়েকৰ ভাল কথা শুনি তাইৰ চকু দুটা আনন্দত উজ্জ্বল হৈ উঠে আবেগত বিয়নীয়েকৰ হাতত ধৰি তাই সোধে।

"হয় বুকুৰ বিয়নী! মোৰ আইটিয়ে সকলো কাম-বন ঠিকমতে কৰিব পাৰিছে ? তই হলে ভনী তাইক কিবা নাজানিলেও শিকাই বুজাই লবি। মোৰে শপথ, তাইক যেন মৰম চেনেহ কৰ। বৰ আলসুৱা তাই মোৰ।"

"সেই কথা মোক কৈ থাকিব লাগিছেনে ? ময়োতো ছোৱালীৰ মাইকী। একেদিনে জানো সকলো কাম ঠিক কৰি লব পাৰিব ? লাহে লাহে আপুনি সকলো সজ হৈ যাব। কিবা নোৱাৰিলে মই জানো মৰিছোঁ ? আগতেনো কোনে কৰি থুৱাইছিল ? বোৱাৰীজনী পালোঁ বুলি মইনো কিবা ৰজাৰ ৰাণী হৈ গলোঁনে ? বুজিছ বিয়নী, সেইবোৰ নলগা কথা মোক নকবিহঁক। বাৰু যা এতিয়া, মোৰো সিফালে ৰাতি হবগৈ।" দুয়ো বিয়নীয়েকে নমস্কাৰ জনাই দুইফালে গ'ল।

লাহে লাহে বেলি পাটত বহিল। গৰু-গাই ঘৰমুৱা হ'ল। চেনেহী বেগাবেগিকৈ গৈ ঘৰ পালেগৈ। তেতিয়া ঘৰত বন্তি জ্বলিছে।

চেনেহী আহি ঘৰসোমাই দেখিলে মিনতিয়ে চকু মুখ তপ্-তপীয়া কৰি বহি আছে। ওচৰতে তগৰে তাইৰ স্কুলীয়া পাঠ্য পাঢ়ি আছে। হঠাতে শাহুৰেক সোমাই অহাত মিনতিৰ চকুত ভৰি থকা অশ্রু কেইবা টোপালো সৰি গ'ল। ল'ৰা-লৰিকৈ তাই সেইবোৰ মচি ললে; কিন্তু চেনেহীৰ চকুৰ পৰা সাৰিব নোৱাৰিলে।

"কি আইটি, তই কান্দিছ? কি হ'ল? কিবা কাঁজিয়া পাতি কৰিছ নেকি? কিন্তু কাঁজিয়া কাৰ লগত? ল'ৰাটোৱে তেন্তে........?" চেনেহীয়ে বাকী অংশ ক'বলৈ নৌ পাওঁতেই তগৰে তপ্‌কৈ কৈ উঠিল।

"আজি বৰ বৌবে সৈতে বৌৰ কাঁজিয়া লাগিছিল মা! আমাৰ চোতালত।"

"ডাঙৰ বৌৱেৰৰ সৈতে? ঐ বাপ! তাই বাঘে-খাটীয়ে এইখিনি পালেহি কেনেকৈ? মই থকাততো তাই কোনো দিনে নাহে। ৰাম, ৰাম! কচোন ক ভালকৈ, কি কাঁজিয়া কৰিলি?" চেনেহীয়ে বৰ উদ্বিগ্ন হৈ সোধে।

"কাঁজিয়া মই একো কৰা নাই আই, তেওঁহে মোক ভালেমান ককৰ্থনা কৰিলে। কিন্তু মোৰ হলে একো দোষ নাই আই! কিয় যে—"

"বাৰু নালাগে মই জানোঁ। তাইৰ লগত দোষ অদোষৰ কথা নাই। কিন্তু চোতাললৈ খেদি আহিল কিয় তাকে ক?"

মিনতিয়ে বৰ লাজ আৰু বেথাৰে কয়। "তেওঁৰ সৰু বাপু বোলা সেই "কিৰণ" আমাৰ চোতালত আমন্ জিমনকৈ বৈ আছিল। মই তাক হাতত ধৰি ঘৰলৈ আনি মৰম কৰিছিলোঁ আৰু দুটা বিস্কুট খাবলৈ দিছিলোঁ। তাৰ পাচত ক'ৰ পৰা আহি বাইদেৱে সাউৎকৈ তাক মোৰ পৰা টানি লৈ গ'ল। বেচাৰাৰ মুখৰ পৰা আঙুলি ভৰাই বিস্কুট খিনিও উলিয়াই পেলাই মোক গালি পাৰিবলৈ ধৰিলে। এনে বেয়া ব্যৱহাৰ দেখি মাত্র ক'লোঁ যে সৰু ল'ৰাক সিমান ভয় দেখুৱা বেয়া। আৰু মোকেইবা কিয় ইমান ঘিণ কৰিলে? মই জানো পৰ? তেওঁ টিকিচি বিকিচি গ'ল। মোক ক'লে—"বৰ জমিদাৰৰ ঘেটীহ'ত, হাকিমনীহ'ত, তহঁতক মাতিছেই বা কোনে? মোৰ ল'ৰা-ছোৱালীক লেবেলা সাদৰ দেখুৱাবলৈ এনেকৈ ফুচুলালে আৰু মান নাথাকিব।" লগে

লগেই সেই সৰু ল'ৰাটোৰ পিঠিত ঔপৰাদি কিল পৰিল। বেচাৰাৰ চিঞৰত মোৰ কেনে যে লাগিল! মইও আই মুখ বাখিব নোৱাৰি ক'লোঁ বোলো বাইদেউ! এনে ব্যৱহাৰ কৰাতকৈ বৰং মোক যদি চৰ এটা মাৰি গ'লহেঁতেন, তেন্তে সিমান আঘাত নাপালোঁহেঁতেন! পিছে মই জানিবা জ্বলা জুইত ঘিউহে ঢালিলোঁ। তেওঁ গোটেই ৰাইজক শুনাই মোক নানা অবাইচ্ গালি দি গ'ল। মই বোলে বিয়াব কইনাই কিবা শত্ৰুৰ শাল লৈ আহিলোঁ, মই বোলে বাঢ়নীৰে তেওঁক কুবাওঁ বুলিলো। হুৰা-দুৰা লগালত মানুহ বহুতো আহিছিল। মই লাজত তেনেই মৰি গলোঁ আই! মুখেৰে কিন্তু কাকো একো ক'ব নোবাৰিলোঁ। মই যে আহিয়েই এই ডাঙৰ কলঙ্কটো পাব লাগিব তাক মই সপোনতো কল্পনা কৰা নাছিলোঁ আই!" মিনতিৰ চকুত টপ্ টপকৈ পানী বাগৰি গ'ল।

ইমান সময়ে চেনেহীয়ে দম্ বন্ধ কৰাৰ দৰে সকলো শুনি আছিল। এতিয়া এটা দীঘল হুমুনিয়াহ কাঢ়ি "হুঁও" বুলি কিবা এটা ক'বলৈ গৈ খপ্‌কৈ ৰৈ গ'ল। ওঠ দুটা কঁপি উঠি ঠিক ভাষা বিচাৰি নাপাই যেন আপুনি থিৰ হ'ল। মিনতিৰ চকুৰ পানীবোৰ মচি দি মূৰত হাত বুলাই তাই ক'বলৈ ধৰিলে—"তই নাকান্দিবি আই! তোৰ চকুত পানী দেখিলে মোৰ আৰু শান্তি নাথাকিব। ভাবিছিলোঁ সকলো দুখ কষ্টৰ সাগৰ পাৰহৈ এটা শান্তিৰ উশাহ লব পাৰিছোঁ। আজি পঞ্চাশ বছৰ বয়সত সোমালোঁ সুখ কেনে তাক জীৱনত আৰু নাপালোঁ। যিদিনা তোৰ উজ্জ্বল মুখখনি দেখিলোঁ, সেই দিনাই যেন মোৰ শত সহস্ৰ দুখ কষ্ট কৰবালৈ উৰি গ'ল। মই যেন বৰ ভাগ্যৱতী; লক্ষ্মীক যেন মই ঘৰ চপাই আনিব পাৰিলোঁ। কিন্তু হঠাতে আজি তোৰ চকুত পানী দেখি মোৰ সমস্ত পুৰণি দুখৰ কথা চকুৰ আগতে ভাঁহি উঠিছে। বৰ পুৰণি ঘাঁ এডোখৰত নতুন আঘাত লাগি গ'ল। নাই, নাই··!" কিবা যেন ক'বলৈ গৈ চেনেহীৰ মাত বন্ধ হৈ গ'ল। চকু একেবাৰে বাষ্পাকুল।

মিনতি স্তম্ভিত হৈ গ'ল। তাই হা কৰি শাহুৱেকৰ বেদনা-ক্লিষ্ট মুখলৈ চাই ব'ল। "তেন্তে এই ঘটনাৰ আৰঁত আৰু কিবা দাৰুণ যন্ত্ৰণাদায়ক কথা আছে—যি কথা ভাবিলেও জ্বালাতন হয়। উঃ! মইযে কিয় কথাটো কৈ পেলালোঁ। আগতে ঘৃণাক্ষৰেও কিবা জনা হলে!" মিনতিয়ে মনতে ভাবে।

"তেনেহ'লে এইবোৰ কথা এৰি দিয়ক আই! মই আপোনাক কোৱাটোৱেই অন্যায় হৈছে।"

মিনতিৰ কথাত বাধা দি শাহুৰেকে কয়—"নাই, নাই। সত্যক ছাপ দি ৰাখিব কেনেকৈ বোকা ছোৱালী ? সি আপুনি প্ৰকাশ হব। মই ভাবিছিলোঁ— মোৰ অতীত দুখ বেদনাৰ কথা জীৱনত কাকো আৰু ন'কম। নিজৰ পেটৰ সন্তানকো অন্ততঃ। কিন্তু মই নোৱাৰিম, মই আৰু নোৱাৰিম মিনতি! মই তোক ক'ম। অন্ততঃ মোৰ এই মনৰ জ্বালা গুচাবৰ বাবে তোক ক'ম। কিন্তু, কিন্তু যে····।" বুঢ়ীৰ কথা উত্তেজিত হৈ আহে। তাইৰ যেন বৰ ডাঙৰ ভাগৰ লাগিছে এনে ভাবে ফোঁপাবলৈ ধৰিলে। তগৰে মাকৰ অৱস্থা দেখি চকুলো টুকিবলৈ ধৰিলে।

"আপুনি ইমান অধৈৰ্য্য নহব আই! ছিঃ ইমান ক্ষুদ্ৰ কথা এটাতে আপুনি ·· ···।"

"ক্ষুদ্ৰ; ক্ষুদ্ৰ নহয় আজলী! তই কি বুজিবি? বিচিত্ৰ সংসাৰ ক্ষেত্ৰৰ নতুন আলহী। বাৰু তোক মই ক'ম সকলো। আজি আৰু সেইবোৰ উজ্জাৰি লাভ নাই। এতিয়া সকলো পাহৰি যা। একো মনলৈ নানিবি। ভাবিবি যেন একোৱেই হোৱা নাই। আৰু এইবোৰ কথা যেন কাৰো আগত তই নকৰ। এনেকি মৃণালৰ আগতো নহয়। ক বাৰু, মোৰ এই কথা ৰাখিব পাৰিবি ?"

"আপোনাৰ আশীৰ্ব্বাদত পাৰিম আই। কিন্তু আপুনি শান্ত হওক। আপোনাক অধৈৰ্য্য দেখিলে আমি কি দৰে ধৈৰ্য্য ধৰি থাকিব পাৰোঁ বাৰু? এই বয়সত ইমান কষ্ট কৰি আপুনি ইমান দূৰ বাট বুলি আহিছে, তাতে শৰীৰত ইটো সিটো অসুখ লাগিয়ে আছে। এই হেন অৱস্থাৰ মাজত আপুনি এনে দুশ্চিন্তাবোৰ নানিব আই! মোৰ শপথ। কিবা শোকৰ কথা থাকিলেও তাক পাহৰিবলৈ যত্ন কৰক। মই আপোনাৰ ভৰিত ধৰিছোঁ।"

মিনতিৰ সান্ত্বনাত চেনেহী যথেষ্ট সুস্থ হৈ আহে। লাহে লাহে উঠি কাপোৰ সলাই পাগলৈ যোৱাৰ ব্যৱস্থা কৰে। মৃণাল কৰবাৰ মিটিঙলৈ গৈছে। আহি পালেই ভাত বিচাৰিব। দিনটো প্ৰায় টলোঁ টলোঁ কৈ ফুৰি নিশা ঘৰটো পালে তাৰ ভোকে পিয়াহে আগুৰি ধৰে। এয়ে তাৰ স্বভাৱ। মাকে ভালকৈ জানে যে মৃণাল কেতিয়াও বেয়া কামত ঘূৰি নফুৰে। তথাপি ৰ'দে বতাহে, বোকাই পানীয়ে ৰাতি এপৰলৈকে সি সেইদৰে ফুৰাটো মুঠেই পছন্দ নকৰে। তাৰ বাবে তাক যথেষ্ট বকেও। কিন্তু সি যেতিয়া হাঁহি মাৰি—"আই বৰ ভোক লাগিছে।" বুলি পাক ঘৰৰ দুৱাৰ মুখত ভুমুকি মাৰে,—মাতৃ হৃদয়ৰ সকলো ক্ষন্তেকীয়া আক্ৰোশ, অভিমান আঁতৰি যায়। এতিয়া মৃণালৰ কথা ভাবি চেনে-

হীয়ে পূৰ্ব্বৰ ঘটনাৰ কথা পাহৰি আছিল। এয়ে জননী! যাৰ নাম স্বৰ্গৰ দৰে পবিত্ৰ।

এইখিনিতে কৈ থও যে মৃণালৰ পিতৃ যেতিয়া ঢুকায়; তেতিয়া তাৰ বয়স মাত্ৰ ১০।১২ বছৰ। জীৱ ৰাম দলৈয়ে চেনেহীক ৪৫ বছৰ বয়সত বিয়া কৰায়। আগৰ পত্নীয়ে দুটা পুত্ৰ সন্তান এৰি ইহ সংসাৰ ত্যাগ কৰে। তেতিয়া সিহঁতৰ বয়স এটাৰ ৫ বছৰ আৰু আনটোৰ ৩ বছৰ। দুয়োৰো নামে ক্ৰমে নিৰ্ম্মল আৰু উৎপল। জীৱনৰ সম বয়সত ইন্দ্ৰিয়ৰ কোনো তাড়না নাছিল যদিও কেৱল উৎপলৰ মুখলৈ চায়ে জীৱৰামে চেনেহীক আনে আৰু চেনেহীকো মৃণাল আৰু নৃপেন—দুটি পুত্ৰ সন্তান দি সংসাৰৰ পৰা বিদায় লয়। জীৱৰামৰ মৃত্যুৰ সময়ত তগৰ আছিল মাকৰ গৰ্ভতেই। আজি সন্ধিয়া যিয়ে মিনতিৰ লগত কাজিয়া কৰিছিল; তাই হ'ল নিৰ্ম্মলৰ পত্নী বিতৃষ্ণা। বৰ্ত্তমান সিহঁত মৃণাল-হঁতৰ চুবুৰীয়া ভাই-ভাগিৰ দৰে।

মৃণালৰ ছুটী শেষ। পিচদিনা পুৱাতেই সি ৰাওনা হব লাগিব। নহলে ৫ মাইল বাট খোজ কাঢ়ি বজাৰ গাড়ী ধৰা মস্কিল। গতিকে কি ক'ত কাপোৰ-কানি, কিতাপ-পত্ৰ ভৰাব লাগে ৰাতিয়েই ঠিক্-ঠাক্ কৰি থব লাগে। মিনতিয়ে বস্তুৰ ব্যৱস্থা কৰিছে ; কিবা পাহৰিলে মৃণালে সোঁৱৰাই দিছে। ৰাতি ৯ বাজিলত মৃণাল ভাত পানী খাই কোঠাত সোমাল। অলপ পাছত মিনতি আহি চুপ্ চাপ্ থিয় হৈ ৰ'ল। প্ৰায় ১০ মিনিট কাৰো মুখত কথা নাই। মৃণাল কিবা ধ্যান কৰাৰ দৰে স্তব্ধ। মিনতিয়ে কাতৰভাৱে তাৰ চকুৰ ফালে চাই আছে।

"তুমি আহি সেইদৰে ৰ'লা যে ?" মৃণালে মিনতিৰ চকুলৈ চালে।

"আপোনাক দেখি ভাল লাগিছে।" মিনতিৰ মাতত অস্বাভাৱিক গাম্ভীৰ্য্য।

"তেন্তে নেদেখিলে আৰু মোক ভাল নাপাবা নহয়নে ? মোক দেখিলেহে চাগৈ ভাল পোৱা।"

"ভাল নাপাম কিয় ? ভাল নালাগিব হে।" মিনতিয়ে অৰ্থৰ ব্যতিক্ৰম বেন দেখি জোৰ দি কয়।

"অ' বাৰু, তেন্তে তুমি মোক ভৱিষ্যতে ভাল পাবা বুলি আশা কৰিছা। অন্ততঃ এতিয়া সিমানকৈ ভাল পোৱা নাই যদিও।" মৃণাল বেছি গম্ভীৰ হৈ দেখুৱায়।

মৃণালৰ কথাত মিনতি ক্ষুণ্ণ হয়। তাই ধৰি লয় যে মৃণালে তাইক কিবা খং কৰিছে। নহলে এতিয়া ভাল পোৱা নাই যদিও বুলি কিয় ক'ব ? মৃণাল বৰ ভাৱপ্ৰৱণ। বাক্য চাতুৰ্য্য তাৰ বৰ বেছি। অকোৱা পকোৱা কথাৰে ৰহস্য কৰি সি বৰ আমোদ পায়। মৃণাল আজি মিনতিৰ কেইদিনমানৰ চিনাকি। তাতে চাৰিবেৰৰ মাজত থকা অলপ শিক্ষাৰ ছোৱালী তাই। মৃণালৰ উচ্চ দৰৰ ৰহস্য কৌতুক বুজি নাপালে। মিনতি বৰ অভিমানীও আছিল। গতিকে ভিতৰি ক্ষুণ্ণ হ'ল যদিও বাহিৰত একো প্ৰকাশ নকৰি তাই বেৰত আঁৰি থোৱা হৰগৌৰীৰ ছবি খনলৈ চাই থাকিল।

মৃণালে ভাবিছিল এই বগৰত মিনতিয়ে হঠাতে খং কৰি উঠিব আৰু প্ৰতি-

বাদ কৰিব। তেতিয়া সি হাঁহি মাৰি ৰহস্যটো উপভোগ কৰিব আৰু সেইবোৰ মিছা কৌতুক বুলি উৰাই দিব। কিন্তু যেই মিনতিয়ে তেওঁৰ কথাটো আওকাণ কৰা যেন দেখুৱাই আনফালে মুখ ঘূৰালে তেতিয়া মনত সন্দেহ হ'ল। "তেন্তে কি মিনতিয়ে সঁচাকৈ এতিয়া মোক ভাল পোৱা নাই নেকি? কিন্তু নহয়, সি কেতিয়াও হব নোৱাৰে।" মৃণালে তেনে কথা কল্পনা কৰিবলৈ কষ্ট বোধ কৰিলে। তৎক্ষণাৎ মিনতিৰ হাতত ধৰি সি কাষত বহুৱাই লয়।

"এতিয়া মোক নাচাই মহাদেৱক চাবলৈ ধৰিলা নেকি? কিন্তু মই যে কালিলৈ যাম৷ কালিলৈৰ পৰাই বাৰু ছবিখন যিমান পাৰা চাই থাকিবা।" মৃণালৰ কথাবোৰ বৰ দয়াৰ্দ্ৰ। মিনতিৰ চকুলৈ কৰুণ ভাবে সি চাই ৰ'ল।

বেচাৰীয়ে অভিমান পাহৰি গৈছিল। স্বামীৰ প্ৰতিটো কথাই তাইৰ বুকুত বাজিছিল আৰু চকুদুটা তিতি পোহৰত চক্‌মক্ কৰি উঠিছিল। মুখেৰে একো তাই ক'ব নোবাৰিলে। মাত্ৰ মৃণালৰ পিনে আৰু চাব নোৱাৰি তলমূৰ কৰিলে।

"দুখ নকৰিবা; মইতো চিৰ দিনৰ বাবে নাযাওঁ। কিছুদিনৰ পাচত আকৌ লগ হ'ম্হি। কিন্তু মিনু! কেইটা মান কথা মোৰ তোমাক কবলগীয়া আছে। কোঁৱা, তুমি তাক পালন কৰিব পাৰিবা?" মুৰত হাত ফুৰাই মৃণালে সোধে।

"কওক! আপোনাৰ কথা পালন কৰাটোৱেই মোৰ জীৱনৰ ধৰ্ম্ম যে! পালন নকৰাটো মোৰ অধৰ্ম্ম। স্বামীৰ সেৱাতে নাৰীৰ তৃপ্তি।" কথাৰ গুৰুত্ব সিমান নুবুজিলেও সহজ নীতিজ্ঞানৰ ফালৰ পৰা মিনতিয়ে কথাবোৰ কৈ যায়।

"তোমাৰ উত্তৰত সন্তোষ পালোঁ। কৰ্ত্তব্য পালিবলৈ ভগৱানে তোমাক মনোবল দিয়ক। চোৱা মিনু! মই তোমাৰ যেনে প্ৰিয় আৰু মান্য, আইও মোৰ তেনে আপোন আৰু পূজনীয়া। গতিকে মোৰ যি পূজ্যা চেনেহী জননী তেওঁৰ প্ৰতি তোমাৰ কৰ্ত্তব্য মোতকৈ কোনো গুণে কম নহয়।"

"নিশ্চয় নহয়; আপোনাৰ যি মাতা, মোৰ তেওঁ আই। মোক তেখেতে নিজৰ জীয়ৰীৰ দৰে মৰম কৰে। সিজনাক কেনেকৈ অনাদৰ কৰিম?"

"মোক অতিশয় আনন্দ দিলা। কিন্তু মনত ৰাখিবা; মোৰ এই দুখুনী মাতৃয়ে কেতিয়াও কোনো কথাত তোমাৰ পৰা যাতে দুখ নাপায়। ভাবিবা, তেওঁক সন্তুষ্ট কৰা মানে মোক সন্তুষ্ট কৰা আৰু তেওঁক অসন্তোষ দিয়া

মানে মোক দিয়া। সংসাৰখন বৰ জটিল মিনু! কেতিয়া কি সোঁতত পৰি কাৰ মন কি হয়, ক'ব নোৱাৰি। সেয়ে দৃঢ়প্ৰতিজ্ঞ হৈ মানুহে কৰ্ত্তব্য কৰিব লাগে।"

"এই শিক্ষা মোক আই-পিতায়ে দিছে। আপুনিও আশীৰ্ব্বাদ কৰক মই যেন কৰ্ত্তব্য-বিমুখ নহওঁ।"

মিনতিয়ে মূৰ দোঁৱায়; মৃণালে তাইৰ মূৰটো বুকুৰ মাজত সাৱটি ধৰি আশীৰ্ব্বাদ কৰে। কেইমিনিটমান কাৰো মুখত কথা নাই। হঠাতে পাতল পাতলকৈ মৃণালে দুই এটা শব্দ কৈ যাবলৈ ধৰিলে।

"ভগৱান সাক্ষী, আমি পৰস্পৰে কিমান গভীৰ ভাল পোৱাত আৱদ্ধ। কিন্তু মিনু! জগতত প্ৰেমৰ অভাৱ নাই। প্ৰেমেই জগতৰ সকলোকে গাঁথি থৈছে। তাতেই এটা কথা এই যে অতি ভাল পোৱাত মান-অভিমান, খং-সন্দেহ আদি ঘনাই আহে। সেয়ে মই ভাবোঁ—প্ৰেম কৰাটো সহজ কিন্তু প্ৰেম ৰক্ষা কৰাটো অতিকৈ টান। এই ক্ষেত্ৰত দুয়োজনৰ দায়িত্ব অতি গুৰুতৰ। সু-চিন্তা আৰু সু-বিচাৰ বুদ্ধিৰ অভাৱত বহুত মধুৰ মিলনৰ অকালতে অৱসান ঘটে।"

মৃণালৰ বিশ্লেষণধৰ্ম্মী কথাবোৰ উপলব্ধি কৰিব পৰা নাছিল যদিও মিনতিয়ে অৰ্থ বুজি গৈছিল আৰু কিবা এটা আশংকাত হঠাতে সুধি পেলায়—

"তেন্তে সেই প্ৰেম স্থায়ী কৰিবলৈ উপায় কি? যাৰ চিন্তা আৰু বিচাৰ বুদ্ধি নাই, সেইবোৰে তেন্তে

"সেইবোৰেও প্ৰেম ৰক্ষা কৰিব পাৰে। প্ৰেমৰ জন্ম হৈছে নিৰ্ম্মল অন্তৰত। বাহ্যিক ৰূপ বা আনন্দ-বিলাসত নহয়। যাৰ অন্তৰ পৱিত্ৰ, অকলুষ, সৰল আৰু সুন্দৰ, সেই দম্পতিৰ প্ৰণয় স্থায়ী হয়। বুদ্ধি আৰু কৌশলৰ দ্বাৰা প্ৰেম স্থায়ী কৰিব নোৱাৰি। মুঠ কথা, দুখন অন্তৰৰ ফট্‌ফটীয়া নিৰ্ম্মল ছবি পৰস্পৰে স্পষ্টকৈ দেখিবলৈ পাব লাগে। দুটাৰ মাজতে দ্বিধা, সংকোচ, গোপনীয়তা আদি একো থাকিব নালাগে। যেনিবা এটা কোঠা, দুখন খিৰিকি। দুয়োখনেদি পোহৰ বতাহ সমানে ভিতৰলৈ গতি কৰিব পাৰিছে।"

"কিন্তু শাস্ত্ৰ বিলাকত পোৱা যায়, বহুত পৱিত্ৰ মিলনত দৈৱদোষে নিকৰুণ বিচ্ছেদ আনি দিছে। ৰাম-সীতা, শ্ৰীবৎস-চিন্তা, নল-দময়ন্তী আদি প্ৰতিটো প্ৰেমৰ কাহিনীয়ে আমাৰ চকুৰ পানী উলিয়ায়। কওঁক নাথ!

মানুহৰ সাধ্যৰ বাহিৰেও কিবা এটা আছে—যি শক্তিৰ প্ৰভাৱ আমি নামানি নোৱাৰোঁ ?"

"নিশ্চয় ! জনম-মৰণ, মিলন-বিচ্ছেদ, সুখ-দুখ আদি সকলো দৈৱেই ঘটায়। তথাপি দৈৱকে ধিয়াই বহি থকাটো মানৱ ধৰ্ম্ম নহয়। মনুষ্য-চেষ্টাই দৈৱ-দোষ খণ্ডন কৰিব পাৰে। মানুহৰ সৎকৰ্ম্মই নিজৰ ভাগ্যৰ পৰিৱৰ্ত্তন কৰে। অসৎ কৰ্ম্মই তেনেকৈ দুৰ্ভাগ্য মাতি আনে। নানা বিপদ-সংঘাততো অন্তৰৰ পৱিত্ৰতা আৰু কৰ্ত্তব্যবোধ হেৰুৱা নাছিল বাবেই নল-দময়ন্তী আদিৰ পুনৰ মিলন হৈছিল আৰু সেইবোৰ কাহিনী বিশ্বত চিৰদিন উজ্জ্বল হৈ আছে। গ্ৰীক সাহিত্যত স্বামীয়ে পত্নীক যমপুৰীৰ পৰা ঘূৰাই অনা আৰু আমাৰ হিন্দু সাহিত্যত সাবিত্ৰী, বেউলা আদিয়ে পতিক জীয়াই অনাৰ দৃষ্টান্ত আছে। সেয়ে কৈছোঁ—পৱিত্ৰ প্ৰেমৰ বিনাশ নাই। ই অক্ষয়। ক্ষুদ্ৰ দেহ ব্যৱধানে এই প্ৰেমক নিষ্প্ৰভ কৰিব নোৱাৰে।"

মিনতিয়ে মূৰ্ত্তিৰ দৰে অচল-অটল হৈ মৃণালৰ কথাবোৰ শুনি যায়। বেদৰ বাণীৰ দৰে প্ৰতিটো শব্দই তাইৰ কাণৰ দুৱাৰেদি সৰকি গৈ অন্তৰৰ কোনোবাখিনিত খুন্দা খাইছে। বৰ জোৰকৈ তাইৰ সৰু হাত দুখনেৰে মৃণালৰ ডিঙিত আকোঁৱালি ধৰে—যেন মৃণাল কৰবালৈ আঁতিৰ যাব খুজিছে আৰু তাই সেই গতি প্ৰতিৰোধ কৰিছে।

"আৰু এটা কথা মিনু।"

"কই যাওক।"

"কৰ্ত্তব্য বৰ কঠোৰ বস্তু। ইয়াক পালন কৰোঁতে মানুহ শিলৰ দৰে কঠোৰ হৈ পৰিব লাগে। দুৰ্ব্বলতা ইয়াৰ শত্ৰু। কিন্তু ই ঘনাই আহিব বিচাৰে। জ্ঞানীয়ে ইয়াক সদায় পৰিহাৰ কৰে।"

"কি দুৰ্ব্বলতাৰ কথা আপুনি কৈছে ? মোক অলপ বুজাই কওঁক।"

"ধৰা, মই কালিলৈ যাব লাগে। যদি তোমাক এৰাৰ দুখ-দুৰ্ব্বলতাই মোক আক্ৰমণ কৰে, তেন্তে মোৰ যোৱা নহব। আৰু যোৱা নহলে মোৰ কৰ্ত্তব্য বিভ্ৰাট ঘটিব। গতিকে সেই দুৰ্ব্বলতাক মই প্ৰশ্ৰয় দিব নালাগিব। ঠিক সেই দৰে তুমিও।"

"কিন্তু মৰমে জানো ইমান নিয়ম-নীতি মানি চলিব পাৰে ? প্ৰিয় বিচ্ছেদত কাতৰ নোহোৱাটো জানো আন্তৰিকতাৰ লক্ষণ ?"

"এইখিনিতে ভুল কৰিলা অলপ। মৰম, কৰ্ত্তব্য পাহৰাটোক নুবুজায়।

বৰং নাপাহৰাটোকহে বুজায়। এই কৰ্ত্তব্য-বোধৰ বাবেই মূলাই নিজ হাতে যুদ্ধৰ সাঁজ বৈ স্বামীক দিব খুজিছিল; সংযুক্তাই আপোন হাতে নিজ স্বামীক ৰণৰ সাজ পিন্ধাই পঠাইছিল আৰু জয়মতীয়ে গদাক পলুৱাই থৈ তিল তিলকৈ নিজক মৃত্যুৰ মুখলৈ টানি নিছিল। প্ৰাণ দিও মানুহে কৰ্ত্তব্য সাধন কৰে। কৰ্ত্তব্য সবাবো ওপৰত। কৰ্ত্তব্য সাধনৰ বেলিকা বীৰঙ্গনা প্ৰেমিকাৰ চকুত পানী আহিব নোৱাৰে। বিচ্ছেদ কিয়, মৃত্যুৰ মাজেদিও প্ৰেমে জীৱন লাভ কৰিবলৈ বিচাৰে। প্ৰেম মৰণজয়ী। কবিয়ে কি লিখিছে শুনা :—

নাছিল মৰণ ভয় মৃত্যু হ'ল পৰাজয়

জন্ম হ'ল মৰণৰ লগে লগে যাৰ।

এইটোৱে কি বুজায়? জয়া মৰিল, কিন্তু তেওঁৰ প্ৰেম জগতত অবিনশ্বৰ হৈ ৰ'ল।"

হঠাতে ঘড়ীটোৰ ওপৰত মৃণালৰ চকু পৰিল। তেতিয়া ১২ বাজি ৫ মিনিট গৈছে।

"মিনতি! ৰাতি ভালেখিনি হ'ল। অলপ শোৱা যাওক। তুমি আকৌ ৰাতি থাকোঁতেই উঠিবই লাগিব নহয়?" মৃণালে চকু মুদিবলৈ চেষ্টা কৰে।

মিনতিয়ে ভাবে—শোৱা যাব, কিন্তু টোপনি জানো আহিব? নিদ্ৰা-দেৱী আজি মোৰ ওপৰত ৰুষ্টা। তথাপি চেষ্টা কৰা দৰ্কাৰ। মৃণালৰ ভৰি স্পৰ্শ কৰি তাই লাহেকৈ শুই পৰে। মৃণালৰ বাহুপাশেৰে মিনতিৰ ডিঙি মেৰ খাই পৰে।

মৃণালৰ বিচ্ছেদত আজি মিনতিৰ মনত শান্তি নাই। এই কেইদিনে জনমত নকৰা কত কামকে তাই কৰা নাই! বাহীবন, তাঁত-সূতা বোৱা, গোহালিৰ কাম' ঢেঁকী দিয়া, শাক পাচলি কৰা আদি ইটোৰ পাচত সিটো কামৰ আৰ্জিবয়ে নাই। দ্বিধা নাই, অৱসাদ নাই যেন এফালৰ পৰা সকলো বনকে দংশিহে নিছে। কিন্তু আজি মৃণাল আতঁৰাৰ পৰা তাইৰ হাতত একো বনেই যেন নিসিজে। ঘটি-লোটা মাজি পানী ভৰাই নিওঁতে হাতৰ পৰা খহি পৰি গৈছে: বঁতৰত মহুৰাটো বাঁটোতে নলীত সূতা নপৰি শলা-কাঠিতহে মেৰ খাই পৰিছে। চেনেহীয়ে মিনতিৰ এই অৱসাদৰ কথা টেৰ পাইছে। সেয়ে মৰমৰ ধমকি দি কৈছে, "বাৰু যা যা, তই অলপ চাহকে কৰগৈ। মোৰো এঢোক খাবৰ মন গৈছে।" নিৰ্ব্বাক মিনতিয়ে আঁতৰি পৰে। চেনেহীয়ে ভাবে—"আই ঐ দেহি! সুৰুয নোহোৱাত যেন সূৰ্যকান্তি ফুল লেৰেলি পৰিছে!

মাকৰ বুকুৰ মাজত সোমাই শুই শুই মিনতি ইমানটি হৈছিল। বিয়াৰ আগলৈকে এই ৰীতি ৰক্ষা হৈছিল। সেয়ে যিদিনা মিনতিক উলিয়াই দিয়ে ৰূপহীৰ আৰু গোটেই নিশা শোৱা নহ'ল। বুকুৰ ধন যেন বিধাতাই নিষ্ঠুৰ হাতেৰে কাঢ়ি লৈ গ'ল। মিনতিয়েও মাকৰ সেই কৰুণ বিননিত চকুলো সামৰিব নোৱাৰিছিল। আজি চেনেহীৰ বিছনাত শুই শুই মাকৰ কথাকে তাইৰ মনত পৰি গৈছে। একে কৰুণাময়ী দুই নাৰী, শাৰীৰিক আকৃতিত ভিন। এজনীয়ে উদৰত ধাৰণ কৰিছিল, আৰু আনজনীয়ে আজি স্নেহময়ী অন্তৰৰ কৰুণাধাৰিৰে তাইক অভিষিক্ত কৰিব খুজিছে।

"আই মিনু! তোৰ মা'বাতকৈ মই কোনোগুণে পৰ নহওঁ আই। মোৰ তগৰকো এদিন তোৰ দৰে উলিয়াই পঠাব লাগিব! তাই যদি কাৰোবাৰ ঘৰত গৈ শাহুৰেকৰ অনাদৰ পায়, তেন্তে মোৰ মাকৰ হিয়াত সেই তাপ নালাগিবনে? সেয়ে মই ভাবোঁ জীয়ৰী আপোন নহয়, বোৱাৰীহে আপোন। জীৱনৰ শেষ মুহূৰ্ত্তলৈকে যাৰ লগত বঞ্চিব লাগিব, তেওঁ কেতিয়াও পৰ হব নোৱাৰে।"

মিনতিয়ে শাহুৰেকৰ মৰম পাই মাকক হেৰুৱা দুখ পাহৰি যাবলৈ ধৰিলে। তাই ভাবে যথাৰ্থতে এনে শাহু সকলোৰে ভাগ্যত নিমিলে। শাহুৰ নিৰ্য্যাতন

সম্পৰ্কে তাইৰ মনত বহুত ভয়েই সংস্কাৰবদ্ধ হৈ আছিল। আজি প্ৰেমময়ী শাহুৰীৰ স্নেহোচ্ছ্বাসত অন্তৰৰ মলিন সংস্কাৰবোৰ আঁতৰি যাবলৈ ধৰিলে। তাইৰ মনলৈ চিনেমাৰ দৰে নানা জনৰ ছবি আহিবলৈ ধৰিলে। মাক, দেউতাক, ভনীয়েক, ককায়েক; বিয়াৰ সেই ইষ্ট-কুটুম্ববোৰ, শহুৰৰ পক্ষৰ বিয়াত অহা কুটুম্বৰ তিৰোতাবোৰ আৰু শেষত মৃণাল। মৃণালৰ ছবি মনলৈ আহোঁতেই তাইৰ বুকুখন ঢপ্‌ঢপাই উঠিল। গতৰাতি আৰু আজি এই ৰাতি! একেই নিশা, একেই আন্ধাৰ, একেই নীৰৱতা। কিন্তু আজিৰ নিশাই, যেন নিবিড় নিস্তব্ধতা আৰু ঘনান্ধকাৰ বুকুতলৈ সমস্ত পৃথিৱী ছাটি পেলাইছে। ঝিলি-বিলাকে বৰ বেদনাদায়ক কণ্ঠেৰে নিশাটো কৰুণ কৰি তুলিছে। জানো! কি অজান পখীৰ পোৱালিয়ে মাকৰ মৰম বিচাৰি চিঁ-চিঁয়াই উঠিছে?

"মিনু! তগৰৰ টোপনিয়েই আহিল। বাৰু ভালেই হ'ল।" এই বুলি চেনেহীয়ে এটা দীঘল হুমুনিয়াহ কাঢ়ি নিজৰ অতীত জীৱনৰ কাহিনী উলিয়ালে।

"তোৰ দৰে এদিনময়ো ছোৱালী আছিলোঁ আই! আই-পিতাৰ মৰমো পাইছিলোঁ যথেষ্ট। তেওঁলোকে আমি চাৰিজনী ভনীৰ ভিতৰত মোকেই কৰি-ছিল বেছি মৰম। মই আছিলোঁ বৰ। আগছোৱাত পিতাৰ ধন-ধানো আছিল। কিন্তু আমি অভাগিনী ভনীহঁতৰ মাজত ভাই বুলিবলৈ নাছিল। এই দুখে আই-বোপাইক সোনকালে বুঢ়া কৰি আনিছিল। শেষত পিতাৰ কৰ্ম্মশক্তি একেবাৰে কমি আহিল। যি অকণ জমা-জৰী আছিল সিও ঢুকাই গ'ল।"

চেনেহী হঠাতে বৈ গ'ল। তাৰ পাচত এটা দীঘল উশাহ লৈ আকৌ ক'বলৈ ধৰিলে।

"এৰা! সেই বুলি পিতাই এটা অসুখতো ভুগিছে। এনে সময়তে তোৰ শহুৰে মোক খোজা-বঢ়া কৰে। মোৰ এতিয়াও ভালকৈ মনত আছে। নিশা যেতিয়া আমি শোঁও; আইয়ে বেমাৰী পিতাৰ ওচৰত বহি প্ৰায়ে মোৰ বিয়া লৈ কাঁজিয়া কৰে। মই টোপনি অহা ভাও ধৰি সকলো শুনি থাকোঁ। আইয়ে কয়; "মোৰ ছোৱালী কিহত কম? ঘৰুৱা কাম-বনত তাইক কোনেও নোৱাৰে। ধীৰ-গম্ভীৰ স্বভাৱ চালে তাইৰ লেখিয়া ছোৱালী এই গাৱঁতেই নাই। স্কুলত দিবৰ নহ'ল যদিও তাই ঘৰতেই পুথি-পাঁজি পঢ়িব পৰা হৈছে। এই হেন মোৰ প্ৰথমা ছোৱালীক বৰলা বৰলৈ দিব নোৱাৰোঁ। তাতে আকৌ গৈয়ে দুই-তিনিটা ল'ৰা-ছোৱালীৰ আমনি সহিব লাগিব।" আইৰ কথা কোৱা হলে

পিতাই কৈছিল—"দেখ, ববলা হলেও অমূকাব দৰে ধনী-মানী মানুহ সেইখন সমাজত কেইটা? মোৰ ছোৱালীয়ে ইয়াতেই যদি কিবা এটা বস্তুৰ কষ্ট পাইছে, তাত গৈ তাক নাপাব। বিশেষকৈ মন কৰি চা—মই বুঢ়া হৈ পৰিলোঁ। আজি ইটো, কালি সিটোকৈ অসুখ। কোনে জানে কাৰ কেতিয়া কি হয়? ইফালে ছোৱালীতো আৰু তিনি জনী দিবলৈ আছে। কথাটো সব পিনেই ভাবিব লাগে।" এই দৰে নানা তৰ্ক-বিতৰ্ক কৰি শেষত মোৰ বিয়াৰ ঠিকেই কৰি পেলালে।

মোৰ মনত কেনে লাগিছিল মই ঠিক বুজাই ক'ব নোৱাৰোঁ; কিন্তু যেতিয়া মোৰ লগৰীয়া বান্ধৱীসকলে মোক বুঢ়া বৰলৈ দিয়া বুলি ঠাট্টা কৰিছিল; তেতিয়া বেদনাত মোৰ বুকু ফাটি যাব খুজিছিল। চকুৰ পানী লুকুৱাবলৈ মই প্ৰায়ে সিহঁতৰ পৰা আঁতৰি পৰিছিলোঁ। কিন্তু আই পিতাৰ অৱস্থা দেখি মোৰ বেথাও লাগিছিল বৰ। ঘৰত আই-পিতাই সদায় মোক বুজনি দিছিল। "তই আই সুখী হবি। তিৰোতাৰ স্বামীয়েই গুৰু। পতিব্ৰতা নাৰীৰ অমঙ্গল হব নোৱাৰে। এনে স্বামী, সকলোৰে ভাগ্যত নিমিলে।" ইত্যাদি।

বিয়া হৈ গ'ল। সেই নিশাটো কিযে অমঙ্গলীয়া আছিল। বৰ যোৱাৰ ঠিক আগৰে পৰা ভীষণ শিল-বৰষুণ। গোটেই পৃথিবীত প্ৰলয়ৰ নাচোন। ধুমুহাত গছ-বন ভাঙি বাট-পথো বন্ধ হৈছিল। তাকে দেখি আইয়ে কান্দিবলৈ ধৰিছিল। বিয়াঘৰীয়া নানা জনৰ মুখত নানা কথা। "এৰা এই বিয়াই কি অমঙ্গলৰ কথা সূচনা কৰিছে নাজানোঁ।" এনেবোৰ মন্তব্যই মোৰ বুকুত বৰকৈ আঘাত দিছিল। মোৰ বিয়াখন বহাগৰ কোনো এটা আপদীয়া তাৰিখত এই দৰেই শেষ হৈছিল।"

শাহুৰেকৰ কথাবোৰে মিনতিক আঘাত কৰিবলৈ ধৰিলে। তাইৰ সুধিবলৈ ইচ্ছা হয়, কিয়নো এই বিয়াত শাহুৰেকে অমত প্ৰকাশ নকৰিলে। কিন্তু নিজে নিজেই তাই সেই প্ৰশ্নৰ উত্তৰ পাইছিল। গাৱঁৰ অশিক্ষিতা, পিতৃ-মাতৃৰ ভক্তি-পৰায়ণা ছোৱালী। তাতে অসমৰ্থ বুঢ়া বাপেকৰ চাৰিজনীকৈ কন্যাদায়। শাহুৰেকৰ প্ৰতি সহানুভূতিত আপোনা-আপুনি তাই কৃতজ্ঞ হৈ আছে। তাইৰ বিদ্ৰোহী মনে প্ৰকাশৰ ভাষা বিচাৰি নাপায়।

বহু পৰ অকলে কৈ কৈ বুঢ়ীয়ে সোধে—"আই মিনু! টোপনি গলি নেকি?"

"নাই আই, মই শুনি আছোঁ। আপুনি কৈ যাওক।" মিনতিয়ে উত্তৰ দিয়ে।

"ক'মানো কি আই! তাৰ পাছতে মোৰ জীৱনত এক নিকৰুণ অধ্যায়ৰ আৰম্ভ হ'ল। এৰা! অতি দুখৰ, বেদনাৰ জীৱন। স্বামী গৃহলৈ আহিয়ে মই বিয়াৰ কইনাই কেঁচুৱা লৈছিলোঁ। উৎপল তেতিয়া তিনি বছৰীয়া। তাৰ মুখত মৌ-সনা ঠুনুক-ঠানাক্ মাত। সি যেতিয়া মোৰ ওচৰলৈ মা, মা, বুলি, আহে, মোৰ হিয়াখনি কৰুণাৰে ভৰি উঠিছিল। পাগলীৰ দৰে মই তাক মুহূৰ্ত্তে বুকুৰ মাজত সুমুৱাই সাৱটি ধৰিছিলোঁ। দেহি ঐ! এইহেন নিষ্পাপ দেৱ-শিশুক নিঠুৰ বিধাতাই মাউৰা কৰিছে! মই বিধাতাৰ সেই হিংসা নিম্মূ'ল কৰিম। মই এই পবিত্ৰ বালকক মাতৃ-হিয়াৰ সকলো মৰম, চেনেহ, দয়া, তিয়াগেৰে বুৰাই ৰাখিম। এই প্ৰতিজ্ঞা মোৰ মনলৈ আহিলেং মই এক আনন্দত মতলীয়া হৈ পৰিছিলোঁ। নিৰ্ম্মলৰ বয়স ৬।৭ বছৰ আছিল। সি প্ৰায়ে মোৰ লগ নেৰিছিল। ইটো, সিটো সুধি সি মোক আমনি কৰিবলৈ ভাল পাইছিল। নিশা হলে তাক সাধু কৈ কৈ মই শুৱাই থব লাগে। উৎপলক মই লৈ চুমা খালে সি প্ৰায়ে মুখখন আমোলাই মোক খং কৰিছিল। মই যে তাক বেছি মৰম নকৰোঁ এই অভিমানত সি মৰি গৈছিল। তেতিয়া মই তাৰ মুৰত হাত ফুৰাই, খুৰ্ম্মা নাইবা বিস্কুট হাতত দি সেই অভিমান দূৰ কৰিছিলোঁ। এই দৰেই এই দুই পবিত্ৰ বালক হ'ল মোৰ কৰ্ম্ম-বহুল সংসাৰ খনৰ আনন্দৰ সমল। মোৰ এই ব্যৱহাৰত স্বামীয়ে যে বৰ সন্তোষ পাইছিল মই তাক বুজিছিলোঁ।

কিন্তু চুবুৰীয়া দুই-চাৰিয়ে এই কথা সহ্য কৰিব নোৱাৰিছিল। সিহঁতে মন্তব্য কৰে—"আই ঐ, বেটীৰ লেৰেলা সাদৰখন চা! যেন মৰা মাকজনীহে শ্মশানৰ পৰা উঠি আহিছে!" আন কিছুমানে আকৌ "বাৰু থ থ। তাইৰ দুই এটা হওঁকচোন নিজৰ ফালৰ; তেতিয়া দেখিবি!" এনেবোৰ কথা আহি মোৰ কাণত পৰিলে মোৰ বুকুখন ধপ্‌ধপাই উঠিছিল। হাঁয় প্ৰভু! মোৰ মৰম কি ইমান স্বাৰ্থপৰ? এই চেনেহ কি ইমান উপৰুৱা? মই কল্পনা কৰা নাছিলোঁ যে মোৰ ল'ৰা হব আৰু তেতিয়া ইহঁত মোৰ পৰ হৈ যাব। কিন্তু এই তিৰোতাবোৰে কিয় তেনে কথা কয়? এই কথা ভাবিলে মনত বৰকৈ আঘাত লাগিবলৈ ধৰিলে; আৰু ৰাতি হলে মই প্ৰায়ে প্ৰাৰ্থনা কৰিছিলোঁ। "হে পিতা পৰমেশ্বৰ। মোৰ অন্তৰত যি অকৃত্ৰিম মৰম চেনেহ দিছা; তাৰ পৰা যেন মোক কেতিয়াও বঞ্চিত নকৰা। এই নিৰ্ম্মল শিশুদুটিক যেন মই জীৱনত কেতিয়াও পৰ নাভাবোঁ। যদি তোমাৰ সৃষ্টিত এনেহে কিবা নীতি আছে, যে

নিজৰ পেটৰ সন্তান জন্মিলে সতিনীৰ ল'ৰালৈ আৰু চেনেহ নাথাকে ; তেন্তে প্ৰভু! মোৰ উদৰত সন্তান নিদিবা। আৰু যদি দিয়াও তেন্তে এই শিশু দুটিক মই হিংসা কৰাৰ আগতে মোক মাৰি নিবা। এইদৰে কেতিয়াবা উৎপলক বুকুৰ মাজত লৈ লৈয়েই মই কান্দি পেলাইছিলোঁ। নাজানোঁ ভগবানে মোক কিয় ইমান দুৰ্ব্বল মনৰ কৰি গঢ়িছিল।"

চেনেহীৰ কথাবোৰ শুনি মিনতিৰ অন্তৰ শাহুৱেকৰ প্ৰতি ভক্তিত ভৰি উঠিছিল। ইমান মৰম, ইমান চেনেহো কি মানুহৰ অন্তৰত ঈশ্বৰে দিয়ে ? তাই আবেগত বৰ নোৱাৰি চেনেহীক কয়—"ই দুৰ্ব্বলতা নহয় আই! ই যে আপনাৰ বহল অন্তৰৰহে পৰিচয়। দয়াইহে জগতক জয় কৰিব পাৰে। ঈশ্বৰে আপোনাক বৰ অমূল্য সম্পদ দান কৰিছে।"

"অমূল্য নে কি কেনেকৈ ক'ম আই! কিন্তু মই এইবাৰেই দাৰুণ আঘাত-বোৰ পাব লগা হৈছিল। পাছত মোৰ এনেকুৱা ভাব হ'ল যে, মই যদি নিষ্ঠুৰা হলোহেঁতেন, মোৰ অন্তৰত যদি দয়া-মায়া কিছু কম হ'লহেঁতেন, তেন্তে পাছৰ ঘাত-প্ৰতিঘাতবোৰে মোক সিমান নিদাৰুণ আঘাত দিব নোৱাৰিলেহেঁতেন। কি ভাল, কি বেয়া, কি মূল্যবান, কি তুচ্ছ, এই জটিল সংসাৰথনত বুজিবলৈ আমাৰ বুদ্ধিৰ নাটনি। সি যিয়েই নহওক, মুঠতে প্ৰভুৱে যি বাটে চলাই আনিছে, সেই বাটে আহিছোঁ। বাৰু! আজি ৰাতি ভালেখিনি হব পায়, এতিয়া শো বাৰু। মই আমনিহে কৰিলোঁ তোক।"

"আমনি নহয় আই! আজি বৰ ভাল লাগিল কথাবোৰ শুনি। মোক আপোনাৰ সকলোবোৰ কথা কব লাগিব। আপুনি মোৰ ধৰ্ম্মমাতা। মই আপোনাৰ সুখ দুখৰ সকলো কথা জানিব পাৰিলে কৃতাৰ্থ হ'ম।" বিনীত-ভাৱে মিনতিয়ে কয়।

"ক'ম আই ; তোক মই সকলো ক'ম। তোক এনেকৈ কবলৈ পাই আজি মই কিমান আনন্দ পাইছোঁ!" চেনেহীৰ মাত কোমল হৈ যায়।

লাহে লাহে নিদ্ৰাদেৱীয়ে ক'লা আৰুঁ-কাপোৰখন চকুৰ আগত আৰি দি যাদুকৰৰ দৰে আঙুলি বুলাই দুয়োকে অচেতন কৰি আনে।

( ৮ )

মৃণালে ভাবি যিমানে জোৰেৰে আগলৈ দিছিল ; সি সিমানে অনুভৱ কৰিছিল যেন কিবা এটা শক্তিয়ে তাক পাছলৈ টানিছে। কোবাল বতাহৰ প্ৰতিকূলে যোৱাৰ দৰে সি ঘৰৰ পৰা আঁতৰহৈ গৈ তাৰ গাড়ী ধৰিলে। ৰেলে, জাহাজে, মটৰে, খোজ কাঢ়ি সি দ্বিতীয় দিনা আবেলি তাৰ বহা পালে।

সৰু জান এটিৰ পাৰতে তাৰ জীৰ্ণ জুপুৰীটো। জানটোত খৰালি হলে প্ৰায় পানী নাথাকে। তাৰ ওচৰতে হাইস্কুলখনো। তাতে সি শিক্ষক। মৃণালে তাৰ ছুটকেচ্ আৰু তালি-টোপালো মাটিতে থৈ লাহেকৈ ভগা দুৱাৰখনৰ তলাটো খুলে। দেখে মজিয়াখন কেঁচুমতাবে ভৰি আছে। মাজে মাজে বগাপৰি ভেঁকুৰি উঠিছে আৰু কেঁয়া-বনবোৰ তাতে ঠন ধৰি উঠিছে। পিৰালিতো তেনেই বন জঙ্গল। ডিঙিটো অলপ ভিতৰ সুমুৱাই দিওঁতেই এটা উৎকট ভেঁকুৰা গোন্ধ তাৰ নাকত সোমাই গ'ল। আজি এমাহৰ পাছত তাৰ সেই প্ৰিয় পঁজাটিৰ এনে দশা। বাহিৰৰ পৰা মাল-বস্তুখিনি লৈ সি ভিতৰ সোমাল। তাৰ ভগা বাঁহৰ পজালৰ চাং খনতেই সি বস্তুখিনি থলে। এনেতে সি দেখিলে তাৰ মাটিৰ কলহটো কাতি হৈ পৰি আছে। তাকে দেখি তাৰ মনত পৰিল যে তাৰ বৰ পিয়াহ লাগিছে ; আৰু ডিঙিটো তেনেই শুকাই যাবলৈ ধৰিছে। কলহটোৰ ওচৰলৈ গৈ দেখে যে তাত অলপ পানী আছে অদ্ভূত ৰং ধৰি, আৰু কলহৰ মুখত মকৰাই তাৰ চিকাৰ ধৰিবৰ বাবে এখন মজবুত্ জাল তৈয়াৰ কৰিছে। মৃণালে দেখিলে যে এই কলহটো ঘঁহি-পিহি মাজি, তাত আকৌ নৈৰ পানী ভৰাই আনিবলৈ তাৰ শৰীৰত বলেই যেন নাই। ইফালে সি পেটত বপ্ বপ্ কৰে ভোকো অনুভৱ কৰে। ঘৰতে সি এসাজ খাই আহিছে, তাত বাহিৰে সি আৰু খোৱাৰ ব্যৱস্থা ক'তো কৰিব পৰা নাই। কেৰাহী দুটাৰ ফালে চকু দি দেখিলে তাত বোল ধৰি বিবৰ্ণ হৈ আছে। সি অনুভৱ কৰিলে যে—সি বৰ অৱশ হৈ পৰিছে, আৰু কিছুপৰ থিয় দি থাকিলে যেন সি পৰি যাব।

তোঁতিয়া বোঁলটো ৰঙা পৰি পশ্চিমত বুৰ মাৰিব খুজিছে। যেন কিবা দাৰুণ শোকত কান্দি কান্দি চকু ৰঙা কৰি পেলাইছে। মৃণালে তাৰ

জেপৰ পৰা জুইশলাটো উলিয়াই মমবাতিডাল জ্বলাই ললে আৰু বিছনাখন লাহে লাহে খুলিলৈ দীঘল দি পৰিল। ভোক পিয়াহৰ কথা সি একেবাৰে ভুলি গ'ল। তাৰ মূৰটো যেন কোনোবাই দাঙি ওপৰলৈ তুলি লৈ গৈছে; আৰু শূন্যতে ঘূৰাই লৈ ফুৰিছে। চকু দুটা সি লাহেকৈ মুদি ললে। তাৰ সন্মুখত কিছুমান অতীত জীৱনৰ দৃশ্য চিনেমাৰ ছবিৰ দৰে ভাহি উঠিল।

প্ৰথমে সি দেখিলে মিনতিৰ করুণ চকুহালি। নিৰ্ব্বাক কিন্তু অফুৰন্ত ভাষা ভৰা। ভিতৰত অব্যক্ত বেদনাৰ ফল্গু। দুদিন আগৰ সেই ৰঙীন দিন কেইটা! ক্ষন্তেকীয়া সেই বিলাস-বিহ্বল মুহূৰ্ত্তবোৰ! আৰু আজিৰ এই নিষ্ঠুৰ বাস্তৱ। সি যেন এটা মধুৰ সপোনহে দেখিছিল আৰু সাৰ পাই এতিয়া এই নিৰ্দ্দয় বাস্তৱ। মৃণালৰ জীৱনত দুখ-কষ্ট, বেদনা, অভাব-অভিযোগ এই সকলোবোৰেই সত্য। সুখ, আনন্দ-বিলাস, সুযোগ-সুবিধা, ভোগ-তৃপ্তিৰ লগত তাৰ পৰিচয় নাই। সাধাৰণ শিক্ষাৰ পাছতে সি শিক্ষকতাত সোমায়। দুটা প্ৰধান কাৰণত এই ব্ৰত গ্ৰহণ কৰিবলৈ সি বাধ্য হৈছিল। এটা হ'ল তাৰ আৰু দীন পৰিয়ালটোৰ জীৱিকা। আনটো হ'ল পবিত্ৰ শিক্ষাদান ব্ৰতৰ হেপাঁহ। সি শুনিছিল শিক্ষক-জীৱন ত্যাগৰ জীৱন। শিক্ষকতা সন্মানৰ পদবী। টকা ইয়াত নাই যদিও শ্ৰদ্ধা আৰু সন্মান আছে। এই কথাবোৰ তাৰ ভাল লাগিছিল। তাৰ মনত পৰে সি নিজৰ শিক্ষাগুৰু সকলক কিমান শ্ৰদ্ধা ভক্তি কৰে। অজানিতে তাৰ অন্তৰত এই শিক্ষকতাৰ আদৰ্শৰ ছাপ এটা পৰি গৈছিল। সেয়ে সি যেতিয়া আৰ্থিক দৈন্যতাত জীৱনৰ উন্নতি আৰু উচ্চ আকাংখা সকলো বাদ দিব লগা হয় আৰু চমৎকাৰ অন্নচিন্তাত পেপুৰা লাগি পৰে, তেতিয়া শিক্ষকতা কৰাটোকে সি তাৰ জীৱনৰ উপায় ৰূপে বাছি ললে। কিন্তু ইয়াৰ ভীষণতম ভিতৰ-ফালটোৰ কথা সি কল্পনা কৰিব পৰা নাছিল। শিক্ষকতাৰ নিকৰুণ সত্য খিনি সি কেতিয়াও উপলব্ধি কৰিব পৰা নাছিল। আজি যেন তাৰ চকুত নতুন সত্য এটা ধৰা পৰিছে।

"শিক্ষকতা কৰা মহা-পাপ" তাৰ শিক্ষক বন্ধুসকলৰ মাজত এই কথা সি প্ৰায়ে শুনিছিল। তেতিয়া তাৰ আদৰ্শমুখী প্ৰাণটো কিচ্ কিচাই উঠিছিল। সি সকলো বন্ধুৰ বিৰুদ্ধে যথেষ্ট যুক্তি দাঙি ধৰি তৰ্ক কৰিছিল।

"শিক্ষকতাৰ প্ৰতি যাৰ এনে হীন ধাৰণা সি সকল এই কামলৈ নাহিলেইতো ভাল; দেশৰো মঙ্গল।" মৃণালৰ এই তেজোদ্দীপ্ত উক্তিত প্ৰায়বোৰেই একো

প্ৰত্যুত্তৰ দিব নোৱাৰিছিল। তেতিয়া বিজয় উল্লাসত তাৰ মনলৈ শান্তি আহিছিল। তথাপিতো দুই এজন বৃদ্ধ শিক্ষকে এটা অৰ্থ ব্যঞ্জক হাঁহি মাৰি নিজে নিজে কৈছিল ..... "হুঃ। আমিও এদিন এনে গৰ্ব্ব কৰিছিলোঁ। কিন্তু এদিন যাক লৈ গৰ্ব্ব হৈছিল আজি সিয়েই ধিক্কাৰৰ কাৰণ হৈছে।" আজি বুঢ়াৰ এই কথাষাৰে মৃণালৰ অন্তৰত যেন কিবা অৰ্থ দিব খোজে। নুবুজা কথা এটা যেন তাৰ বুজি পোৱা যেন লাগে। সি ভাবে, "কিতাপৰ জ্ঞানতকৈ অভিজ্ঞতাৰ মূল্য বেছি। বুঢ়া সকলে নিশ্চয় ডেকাতকৈ বেছি জানে। তেন্তে কি শিক্ষকতা কৰা সঁচাকৈয়ে মহা-পাপ ? নাই, নাই সি কেতিয়াও হব নোৱাৰে। এনে কথা মনলৈ অহাও পাপ।" সি আৰু ভাবিব নোৱাৰে। সি নাভাবে ; কিন্তু ভাববোৰ আপুনি আহে। সি কব নোৱাৰাকৈয়ে বহুত কিবা কিবি ভাবি যাবলৈ ধৰিলে। ভাবৰ যে সীমা নাই। ভাবে যে বাধা নামানে। ভাবৰ উদ্দাম গতি। মানুহে স্বেচ্ছায় ভাবত উটি নুফুৰে, ভাবেইহে মানুহক উটাই লৈ ফুৰায়।

নিশ্চল নিৰ্জীৱৰ দৰে কিমানবেলি বিছনাত অচেতন ভাৱে পৰি ৰ'ল, মৃণালৰ হুচ্ নাই। তাৰ যদি মনটোও নিশ্চল অৱশ হৈ পৰিৰ'লহেঁতেন ! কিন্তু বিধাতাৰ কি বিচিত্ৰ নীতি ! তাৰ চিন্তা, স্মৃতি, কল্পনা সকলোবোৰ এই অৱশ শৰীৰত তীব্ৰ হৈ জাগি উঠিছে। তাৰ অশৰীৰী আত্মাটো সিহঁতে টানি চোঁচৰাই লৈ ফুৰিব ধৰিছে। বিশ্ৰাম নাই, শান্তি নাই। শৈশৱৰ দুখময় অতীতলৈ তাৰ মনত পৰিছে। এটা এটাকৈ সকলো কৰুণ কাহিনী তাৰ মনত পৰিবলৈ লাগিল।

"যি দিনা মৃণালৰ জন্ম হ'ল, চুবুৰীয়া কেবাগৰাকীও তিৰোতা আহিছিল।" চেনেহীয়ে শুই শুই বোৱাৰীয়েকৰ আগত কৈ যাবলৈ ধৰিলে। মিনতিয়ে মনে মনে সকলো শুনি যায়। মৃণালৰ অতীত কাহিনী! কিমান মধুৰ লাগিছে নামটো শুনিয়েই তাইৰ কাণত!

"সি বৰ দুৰ্ভগীয়া; সি বৰ দুৰ্কপলীয়া মিনি!" বুঢ়ীৰ কথাত আবেগ ফুটি উঠে। "মই যেতিয়া প্ৰসৱ-বেদনাত অস্থিৰ হৈ আছিলোঁ, উৎপলে মোৰ ওচৰলৈ যাবলৈ নাপাই কান্দি কাটি হুলস্থুল কৰিছিল। তেতিয়া তাক বাহিৰ-কোঠালিত ৰাখি থকা এগৰাকী তিৰোতাই বৰ কৰ্কশ মাতেৰে তিৰস্কাৰ কৰিছিল। "বহ্ বহ্ বেটা, পুঠি মাছৰ দৰে বৰ ধৰ্ ফৰ্ কৰিব নালাগে। কালিৰ পৰা তোৰ পিঠিত ঐ পৰিব।" সেই কথাত আন দুই গৰাকীমানেও যোগ দিছিল। আধা চেতন অৱস্থাত মোৰ কাণত এই বাক্য-বাণবোৰ পৰি শেলে বিন্ধাদি বিন্ধিছিল। আৰু মৃণাল! যাৰ জন্মই হোৱা নাই, তাৰ প্ৰতি চুবুৰীয়াৰ ইমান ঈৰ্ষা! এই ক্ষোভত মোৰ হিয়া ভাগি যাওঁ যাওঁ হৈছিল।

এইদৰেই চুবুৰীয়াৰ অভিশাপ মূৰতলৈ মৃণালৰ জন্ম হ'ল। মৃণাল মোৰ পেটৰ পোৱালি হলেও কোনো দিনে আন দুজনাতকৈ তাক অধিক স্নেহ কৰা নাই। বেচাৰাহঁতৰ মাক নাই বুলি যাতে মনলৈ কোনো বিমৰ্ষ ভাব আহিবলৈ সুযোগ নাপায় তাৰ বাবে মই সিহঁতক অধিক চেনেহ কৰিছিলোঁ। এটা ভাল বস্তু হলে মৃণালতকৈ সিহঁতক সৰহকৈ দিওঁ। মৃণালে কেতিয়াবা আপত্তি কৰিলে কৈছিলোঁ—সিহঁত যে তোৰ ককায়েৰা; তোতকৈ ডাঙৰ। এইদৰে সৰু ল'ৰাৰ প্ৰাপ্য বিশেষ আদৰ-স্নেহকণৰ পৰাও মৃণালক বঞ্চিত কৰিছিলোঁ। কিন্তু তথাপি ৰাক্ষসী চুবুৰীয়ানীবোৰে সদায় সিহঁতক ফুচুলাই মোৰ বিৰুদ্ধে নানা অপ্ৰীতিকৰ ঘটনাৰ সৃষ্টি কৰিছিল।

মৃণাল লাহে লাহে ডাঙৰ হ'ল। সি উমলি ফুৰে। এদিন উৎপলে সৈতে কিবা কাজিয়া এখন লাগিল মৃণালৰ। দুয়ো ল'ৰা মানুহ। উৎপলে জোৰেৰে তাক গটা মাৰি দিলে। মৃণাল সৰু ল'ৰা। সি ছিটিকি গৈ কাঠ এচলাত

হাম্‌খুৰি খাই পৰিল। তাৰ খুঁতৰিটো ফাটি ধাৰাসাৰে তেজ বৈ আহিল। তৎক্ষণাৎ মই তাক ধৰি আনিলোঁ। উৎপলক এটা চাপৰ মাৰিলোঁ। আৰু এটা মাৰিম বুলি হাতখন দাঙি আৰু মাৰিব নোৱাৰিলোঁ। কাৰণ দি দুখে, লাজে, অভিমানে কান্দি পেলালে তেতিয়াই। বোঁছকৈ মাৰিম বুলি ভয়তে সি কোঁচ খাই গৈছিল। ঠিক এনে পৰতে চুবুৰীয়ানী বাঘিনী খুড়ীয়েক জনীয়ে আহি দেখিছিল। তাই সাউৎকৰে আহি উৎপলক টানি নিয়ে। আৰু মোক তিৰস্কাৰ কৰিবলৈ ধৰে।

"এনে কেঁচা খাটী মাহীমাক ; তাই নিজৰটো টানি নি আদৰ কৰে, উৎপল পৰ হ'ল। তাক মাৰি গুড়ি কৰিলে। দেহী ঐ ! আইহঁত, বোপাইহঁত চাহি। আমি কিবা মৰি গৈছোঁ নে তাৰ মাক নাই বুলি ?"

গোটেইন হুৰাদুৰা লাগিল। তাইৰ কথাতে হয় দি নানা জনীয়ে যোৰি নানা ককৰ্থনা কৰিবলৈ ধৰিলে। উৎপলে এইবোৰ শুনি বোঁছকৈ উচুপি কান্দিছিল। নাজানোঁ, সি কি বুজিছিল ! তাক লেবেলা সাদৰ দেখুৱা তিৰীৰ অভাৱ নহ'ল। কিন্তু বেচাৰা মৃণালৰ কথা কোনেও ভৱাৰ আৱশ্যক নেদেখিলে। তাৰ খুঁতৰিৰ পৰা তেতিয়াও ডক্‌-ডকীয়া তেজ বৰই লাগিছে। হাঁয় হতভাগ্য ! তই কেৱল বিমাতাৰ সন্তান বুলিয়েই আজি এই কাউৰীবোৰে তোৰ মৰমবেথা নুবুজিলে। যদি উৎপলো মোৰ পেটৰ সন্তান হলহেঁতেন ! আজি এই পাপিনীহঁতে ইয়াত প্ৰৱেশ কৰিব পাৰিলেহেঁতেন নে ? এবাৰ উত্তেজনাত ভাবিলোঁ—ইহঁতক তিৰস্কাৰ কৰি খেদি পঠিয়াওঁ কিন্তু পিছ মুহূৰ্ত্তে কিয় নাজানোঁ মোৰ কণ্ঠৰোধ হৈ গ'ল। মায় বাধা দি ৰাখিব নোৱাৰা চকুৰ পানীবোৰ সৰ্‌সৰ্‌কৈ বৰলৈ আৰম্ভ কৰিলে।

মোৰ শাস্তি সিমানতে শেষ নহ'ল। বিধাতাৰ দ্ৰোহী মই। ৰাতি বেতিয়া সকলো কাম বন কৰি আটাই ভাত পানী ৰান্ধি শেষ কৰিলোঁ ; বাপেক কৰবাৰ পৰা আহিল। মই ভাঁৰ ধুবলৈ লোটা পীৰা উলিয়াই দিলোঁ। কলোঁ— "ভাত বাঢ়োৱেই, ভাঁৰ ধুই আহক।" ইফালে উৎপল, নিৰ্ম্মলহঁতে ভাত খাবলৈ বহিছে। মৃণালৰ সাধাৰণ ভাৱে জ্বৰ উঠিছে। তাক মই শুৱাই ৰাখিছোঁ। বহুবেলি ভাঁৰ ধুই নহাত মই বাহিৰলৈ গলোঁ। এনেতে তেওঁ ভিতৰ সোমাল। মুখখন বৰ ভয় লগা। বাৰিষাৰ ডাঠ ক'লা মেঘৰ দৰে। মই ভয়ে ভয়ে কলোঁ—"এনেকৈ কিয় আছে ? ভাত যে ঠাণ্ডা হৈ গ'ল।" মোৰ এই কথা শুনিয়েই ৰুদ্ৰ মূৰ্ত্তি ধৰি—"নাখাওঁ তোৰ ভাত, ভয়ে ভয়া।"

বুলি কাঁহীখন লাঠি মাৰি ছিটিকাই দিলে। ভাত আঙা বাগৰি মজিয়া গুচি চুৰানি হ'ল। বুজিবলৈ মোৰ আৰু বাকী একো নৰ'ল। এই লাঠি মোৰ মূৰত মাৰিবলৈ নাপালে, ইমানেই মাত্ৰ বাকী ৰ'ল। তাৰ পাছত........।"

"তাৰ পাছত আৰু কি হ'ল কি ক'ম মিনি! তিৰোতাই সকলো সহ্য কৰিব পাৰে। কিন্তু পতিৰ পৰা অবিচাৰ আৰু ঘৃণা বা অৱজ্ঞা কেতিয়াও সহ্য কৰিব নোৱাৰে। মোৰ বুকু বেদনাত ফাটি গ'ল।"

কৈ কৈ বুঢ়ীয়ে উচুপিবলৈ ধৰিলে। তাই এইবোৰ সঁচাকৈয়ে বাস্তৱ ঘটনা যেন পালে। ই যে তাইৰ সুদূৰ অতীতত ঘটা ঘটনা, এই কথা পাহৰি গ'ল। অনুভূতিৰ তীব্ৰতাত তাইৰ অতীত দুখৰ জ্বালাই ন কৈ আঘাত কৰিলে।

"আই আপুনি কিয় কান্দিছে? এইবোৰ দুখৰ দিন আপোনাৰ অতীত হৈ গৈছে। ই এতিয়া সাধু কথাহে।" মিনতিৰ চকুৰ পানীবোৰ নিজে আঁচলেৰে মচি মচি শাহুৱেকক এইদৰে সান্ত্বনা দিয়ে। তাইৰো অন্তৰ বেদনাত ভাগি গৈছিল।

"এৰা গোটেই নিশা চকুৰ পানীৰে গাৰু তিয়াই ঈশ্বৰক খাটিছিলোঁ। প্ৰভু! এনে জীৱন নালাগে। মোক মাৰি লৈ যোৱা। ইফালে মৃণালৰ জ্বৰ টানকৈ উঠিল। সি উচাপ্ খাই চিঞৰি উঠে। "আই! আই! মাৰিলে, মাৰিলে।" তাৰ দহ্‌দহীয়া তপত দেহটি বুকুত বান্ধি আকৌ প্ৰাৰ্থনা কৰোঁ। হে পিতা! মোৰ বাছাৰ অমঙ্গল নকৰিবা। ই নিষ্পাপ। ইয়াৰ সলনি মোক তুমি সকলো শাস্তি দিয়া। মাৰি নিয়া। মই মৰিলে সকলোৰে মঙ্গল হব। মই থকাৰ বাবেই মৃণাল বাপেকৰ মৰমৰ পৰাও বঞ্চিত হৈছে। চুবুৰীয়াইও ভাবে মই উৎপলহঁতক হিংসা কৰোঁ বুলি। কিন্তু প্ৰভু! মই যদি মৰোঁ তেন্তে মৃণাল, উৎপল, নিৰ্ম্মল সকলোটিয়ে বাপেকৰ সমান মৰম চেনেহ পাব; আদৰ যত্ন পাব। চুবুৰীয়ায়ো একে ঘাট-মাউৰা ল'ৰা কেইটাৰ মাজত ভেদ ভাব কৰিব নোৱাৰিব। এতেকে প্ৰভু! মোক মাৰা, মোক আঁতৰ কৰা। কিন্তু বিধাতাই মোক মাৰি নিনিলে।"

"এইদৰে কিমান যে অঘটন ঘটিছে, তাৰ সীমা-সংখ্যা নাই। মৃণালৰ থুতৰিৰ তলৰ ক'লা দাগটো দেখিলে মোৰ পুৰণি কথাবোৰ উগাৰি আহে। সেইটো তাৰ দুৰ্ভাগ্যৰ ছাপ হৈ যেন ৰৈ গ'ল। কিমান যে বিপদ দুৰ্ঘটনা তাৰ মূৰৰ ওপৰেদি বাগৰি গৈছে। মই এই অভাগিনী দুখুনী মাকৰ জেৰুজেৰীয়া ভগা হিয়াখনৰ মাজত তাৰ প্ৰতিটো সাঁচ বহি আছে।"

চেনেহী হঠাতে বৈ গ'ল। কাৰো মুখত অনেক বোলি কথা নাই। এনেতে মিনতিয়ে সোধোঁ নোসোধোঁকৈ সুধি পেলায়।

"বাৰু আই। শহুৰ বোলো জনা-বুজা মানুহ আছিল। তেখেতে এই ঘটনাবোৰৰ আঁতি-গুৰি নোলোৱাকৈ······· ?"

"এবা-কোনো বিচাৰ নকৰাকৈয়ে বহুত সময়ত তেওঁ মোক নিৰ্য্যাতন কৰিছিল।" বুঢ়ীয়ে মিনতিৰ কথা শেষ হ'বলৈ বাট চাব নোৱাৰিলে। "জনা-বুজা বুলি কোনো কথা নাই। বৰং জনা-বুজা বুলি, জ্ঞানী বুলি যাৰ গৌৰৱ আছে, সিয়েইতো বেছি জঘন্য কাম কৰিব পাৰে মিনি! যি কেৱল নিজৰ বিবেক বিবেচনা মতে চলে, সমাজ বা লোক নিন্দাৰ প্ৰতি কোনো ভ্ৰুক্ষেপ নাই, সিবোৰে সিমান বেয়া কাম নকৰে। তই চা বাৰু, শ্ৰীৰামচন্দ্ৰ ঈশ্বৰ অৱতাৰ, মহা সত্যপৰায়ণ, পিতৃভক্ত। কিন্তু দুখনী সীতাদেৱীৰ প্ৰতি কি অবিচাৰ কৰিলে! সাধাৰণ লোক-অপবাদৰ ভয়ত গৰ্ভৱতী সতীক বনবাস দিলে। নিজে এবাৰ অগ্নি পৰীক্ষা কৰি সীতাক সতী বুলি জানিও এই জঘন্য কাম কেনেকৈ কৰিব পাৰিলে? এইয়ে সত্যবাদীৰ চিননে? এইয়ে শ্ৰীৰামৰ ন্যায়-নিষ্ঠাৰ পৰিচয়নে? ধোবাই ধুবুনীক গালি পাৰিলে, তাকে জগত ঈশ্বৰে মুঠি মাৰি ধৰিলে।"

আৰু কিবা কবলৈ গৈ বুঢ়ীয়ে আৰু কব নোৱাৰিলে। তাইৰ বুকুত বিদ্ৰোহৰ জুই। যুগে যুগে সহি অহা নাৰী-নিৰ্য্যাতিনৰ কৰুণ বেদনাই তাইক উত্তেজিত কৰি তুলিছে। মিনতিয়ে ভাবে ঠিকেই কৈছে বুঢ়ীয়ে। অশিক্ষিতা নাৰীয়েও তেন্তে সত্য-বিচাৰ, স্বাধীন চিন্তা কৰিব জানে! উঃ! যি সত্য সি সূৰ্য্যৰ দৰে আপুনি প্ৰকাশ হয়। তথাপি তাই বুঢ়ীক জুখিবৰ মনেৰে কয়—

"কিন্তু আই! শ্ৰীৰাম আছিল প্ৰজাৰঞ্জক। প্ৰজাক তেওঁ নিজ প্ৰাণতকৈও ভাল পাইছিল। সেয়েহে প্ৰাণাধিক প্ৰজাৰ প্ৰীতিৰ অৰ্থে সতী ভাৰ্য্যাকো বিসৰ্জ্জন দি জগতত ত্যাগৰ মহিমা ৰাখিছে।"

বুঢ়ীয়ে গৰ্জ্জি উঠি উত্তৰ কৰিলে—"মূৰ্খ যি, বিবেক বিচাৰ যাৰ নাই সিবোৰে এই যুক্তি মানিব। ত্যাগৰ নমুনা দেখুৱাবলৈ তেওঁ আৰু ঠাই নাপালে? গান্ধীয়ে কি কৈছে? "মোৰ দৰে হাজাৰ, হাজাৰ লাখ লাখ জনৰ মৃত্যু হওক—কিন্তু জগতত সত্য থাওক।" কিন্তু ৰামে কৰিলে হাজাৰ হাজাৰ মূৰ্খ প্ৰজাৰ প্ৰীতিৰ বাবে সত্য বিসৰ্জ্জন। সত্য-নিষ্ঠাৰ লক্ষণ সেইটো নহয়। জনকে বাৰু কি কৈছে?' "মোৰ এই ৰাজ সিংহাসন, এনেকি গোটেই মিথিলা

নগৰী জ্বলি পুৰি গলেও মোৰ একো নাযায়। (মিথিলায়াং প্ৰদীপ্তায়াং ন মে দহ্যতি কিঞ্চন)। এই ভাবৰ কৰ্মবৰ্ত্তী হৈহে সত্য ৰক্ষা কৰিব পাৰি। কোনে ভাল পাব, কোনে বেয়া পাব এই বিচাৰ ইয়াত নাখাটে।"

মিনতি তেনেই অবাক হৈ গ'ল। বুঢ়ীৰ বিৰুদ্ধে কোনো যুক্তি তাই বিচাৰি উলিয়াব নোৱাৰিলে। মাত্ৰ মুখৰ পৰা ওলাল—

"তথাপি পতি পৰম গুৰু। পতিবিনে নাৰীৰ গতি নাই। ভুলচুক সকলোৰে আছে আই!"

"নিশ্চয়, নিশ্চয়, আই। তই ঠিকেই কৈছ। পতিয়ে কি কৰিলে নকৰিলে তাৰ দোষ গুণৰ বিচাৰ নাৰীয়ে কৰিব নোৱাৰে। সীতাই চৰম দুখ-নিৰ্য্যাতন সহিও এই বুলি পাতাললৈ গ'ল।—"হে প্ৰভু! মই যেন জন্মে জন্মে ৰাম হেন স্বামী পাওঁ।" সতীৰ মহিমা সেই খিনিতেই। সীতা আইৰ এক কণা চৰণ ধুলিৰো আমি যোগ্যা নহওঁ। তথাপি স্বামী গুৰুৰ শ্ৰীচৰণ চায়েই সকলো দুখ কষ্ট ভুলি থাকিবলৈ চেষ্টা কৰিছিলোঁ। এতিয়া সেই ভাবেৰেই সোনকালে কাল হলে আৰু হয়।

নিশা ক্ৰমে গভীৰ হৈ আহিল। তন্দ্ৰাই সকলোৰে দেহ মন অৱশ কৰি আনিলে। চাওঁতে চাওঁতে উভয়ে টোপনিত মগন হ'ল।

দ্বিতীয় দিনা ৰাতি—

নীলা ধ্নীয়া কাগজখনত মৃণালে বৰ ব্যস্ত ভাবে লিখি যাবলৈ ধৰিছে। এইখন মিনাতিলৈ চিঠি। তাৰ জীৱন-সঙ্গিনী, অৰ্দ্ধাঙ্গিনী প্ৰেয়সীলৈ প্ৰথম চিঠি। বুকুত তাৰ ভৰি উঠিছে আবেগ, উচ্ছ্বাস। প্ৰাণত সি অনুভৱ কৰিছে গৌৰৱ আৰু স্মৃতিত তাৰ ভাহি উঠিছে—অশৰীৰী ভাৰ্য্যাৰ উজ্জ্বল ছবি। প্ৰথমতে ভাৱ প্ৰৱণতাত সি ভাষা বিচাৰি নাপায়। সি ঢালি দিব খোজে প্ৰেম-মন্দাকিনী, উদ্বেলিত অমৃতৰ ধাৰা। বহুবেলি থপ্ জপাই থাকিহে শেষত আৰম্ভ কৰিব পাৰিছে। সি লিখিছে—

প্ৰিয়তমা মিনু!

"মিনু" বুলিলেই শতবাৰ বুকুত প্ৰতিধ্বনি উঠে। কিমান মধুৰ নামটি। আৰু সোণ-বৰণীয়া দেহটি! মোৰ চকুৰ আগত যেন থিয় হৈ আছে! কিন্তু ই মোৰ কল্পনা। তুমি আজি দুশ মাইলৰো অধিক আঁতৰত। ছিঃ, এনে কল্পনা কি বেদনা দায়ক!

মনত পৰে তোমাৰ বিদায় পৰৰ গভীৰ বেদনা ভৰা আনত মুখ খনি। এতিয়াও বাহু যুগল চঞ্চল হৈ উঠে—এবাৰ মোৰ উদং বুকুৰ মাজত সেই মুখ সাৰটি লবলৈ। গৈয়েই চিঠি দিব—আধা কঁপা মাতেৰে তুমি কৈছিলা। তাৰ প্ৰতিধ্বনিটো মোৰ কাণত এতিয়াও বাজি আছে।

তোমাক নাজানিছিলোঁ। তোমাক কিন্তু বুকুৰ মাজত পালোঁ। কিমান মৰম! কিমান বেথা!! আজি আকৌ তুমি মোৰ আঁতৰত। মোৰ কিন্তু গোটেই শৰীৰত তোমাৰ দেহৰ কোমল পৰশ, মধুৰ শিহৰণ এতিয়াও অনুভৱ কৰিছোঁ।

শৰীৰৰ ব্যৱধান; কিন্তু মন তোমাতে নিমগ্ন। তুমি মোৰ প্ৰাণৰ কাষত বহিবানে? গাতে লাগি—গাৰ কাষত নহয়—মোৰ হৃদয়ৰ মাজত।

এৰা! ফুৰি গৈ তোমাক কোঠালিত নেদেখিলে মনটো চঞ্চল হৈ উঠিছিল। পিছফালে দেখোঁ বুলি উঁকি মাৰি চাইছিলোঁ; কিন্তু তুমি যে প্ৰাণৰ মাজতে বহি আছা আজি অনুভৱ কৰিছোঁ।

বাৰু প্ৰাণাধিকে! কোৱাচোন তোমাৰ কেনে লাগিছে? তোমাৰ চিঠিখনি কোন তাৰিখে পাম? মোৰ ধৈৰ্য্যই আটিবনে? ছিঃ, মই বৰ চঞ্চল। মাফ কৰিবা। বিশেষ নিলিখোঁ। ভালে ভালে পাইছোহি! আইক শ্ৰদ্ধা জনাবা। মোৰ অপৰিসীম চেনেহেৰে—ইতি—

তোমাৰ কল্পনা-বিলাসী

"মৃণাল"

চিঠিখন লিখি অ'তাই ভাজ কৰি খামটোত ভৰাই ধুনীয়াকৈ নামটো লিখিছে। Sreemati Minati—এনেতে দুৱাৰত হঠাৎ কেৰেক্ শব্দ। লগে লগে যি সোমাই আহিল, মৃণাল স্তম্ভিত হ'ল। এইজনী বিন্দু বৰুৱা। চকুত যাৰ বিজুলি, দেহত ভঙ্গিমা।

"বাৰু লুকুৱাব নালাগে। আমি দেখিলে খয়-লয় নাযায়।"

বিন্দুৱে মিচিকিয়া হাঁহিটো মাৰি একেবাৰে আহি আচীৰ তলত লুকাই থোৱা চিঠিখনি হাত কৰিলে। মৃণাল অপ্ৰতিভ হৈ গ'ল। সন্ধিয়া এইদৰে গাভৰু এজনী, মাত্ৰ লগত ৫ বছৰীয়া ছোৱালী এজনীৰে সৈতে অকলশৰীয়া ডেকা এজনৰ ঘৰত প্ৰৱেশ কৰাটো তাৰ পক্ষে বৰ স্বাভাৱিক যেন নালাগিল। সেয়ে সি বহিবলৈ কব নে, কি কব একো ঠিক কৰিবই নোৱাৰিলে। কিন্তু বিন্দুৱে নিজে তাৰ শোৱা বিছনাৰ ওপৰত বহি পৰিল।

"বাৰু বিয়াত নামাতিলে নাই; কিন্তু উপযাচি অহা হতভাগিনীক নো বহিবলৈও কব নেপায়নে?"

ৰহস্যৰ হাঁহি মাৰি তাই মৃণালৰ মুখলৈ চায়। মৃণালৰ নিজকে দোষী যেন পাই লাজ লাগিল, আৰু প্ৰায় অপ্ৰস্তুত হোৱাৰ দৰে কলে—

"ক্ষমা কৰিব মিচ্ বৰুৱা! মই ···অ' নহয়; আপুনি এই চকী খনতে বহকহি। বিছনাত····।" নিজৰ বহা চকীখন এৰি দিয়ে মৃণালে।

"নালাগে, নালাগে বাৰু। মই নিজে বহিলোঁ যেতিয়া বহিলোৱেই; আৰু উঠাই পে'লাই মোক লাজ নিদিব। হিঃ হিঃ" বিন্দুৱে কৌতুকৰ হাঁহি হাঁহিবলৈ ধৰিলে।

কথাটো মৃণালৰ বৰ স্বস্তিকৰ লগা নাছিল। কিন্তু ভদ্ৰতাৰ খাটিৰত তাইৰ ৰগৰত যোগ নিদিলেও নহয়। সেয়ে এটা কৃত্ৰিম হাঁহি মাৰি সি কয়—

"ভাল বাৰু! যেনে ভাল দেখে! পাছে আজি হঠাতে অহাৰ কিবা কাৰণটো জানিব পাৰোনে?" এই প্ৰশ্নটো সুধিম বুলি সি সুধিব নোৱাৰিলে।

মনতে কেইবা বাৰো তাকে পদ্যৰ দৰে আঁওৰাবলৈ ধৰিলে।

বিন্দু স্থানীয় মাইনৰ স্কুলখনৰ শিক্ষয়িত্ৰী। ছোৱালীজনী দেখাত মাগুৰ বৰণীয়া, বৰ শকত। বয়সো প্ৰায় ২৫ৰ ওপৰ হৈছে। বিয়াবাৰু হোৱা নাই যদিও গোটেই অঞ্চলটোতে কি ল'ৰা, কি বুঢ়া আটায়ে বিন্দু বাইদেউ বুলি মাতে। সকলোৱে ইয়াকে জানে যে বিন্দুৱে আৰু কালৈকো বিয়া নোসোমায়। বহুতে বিয়ালৈ ধৰাত হেনো খাটাং জবাব দিছে যে জীৱনত তেওঁ বিয়া নোসোমায়। বৰ্ত্তমানে তাই ইমান শকত হৈ পৰিছে যে মানুহে ছোৱালী খুজি-বলৈ ভয়েই কৰে। শিক্ষাত বিন্দু মেট্ৰিক ফেইল আৰু নগাওঁ শিক্ষয়িত্ৰী ট্ৰেইনিং প্ৰাপ্তা।

এই খিনিতেই আমি বিন্দুৰ অলপ পৰিচয় দি থওঁ যে বেচাৰী আগছোৱা কালত নিয়তিৰ নিষ্ঠুৰ পৰিহাস সহ্য কৰিব লগা হৈছিল। সেয়ে স্বভাৱ-চৰিত্ৰত এটা কাঠিন্য আৰু মাতত বুঢ়তা দেখা গৈছিল। শৈশৱতে পিতৃ-মাতৃ বিয়োগ আৰু ভৰ যৌৱনতে তাইৰ একমাত্ৰ পালক ককায়েক জনৰো হাইজাত মৃত্যু ঘটাত তাই সংসাৰ অৰণ্যত এটি নিঃসঙ্গ হৰিণ-শিশুৰ দৰে হৈ পৰিল। তেতিয়াৰে পৰা তাই দুখীয়া খুড়াকৰ ঘৰত আশ্ৰিতা আৰু শিক্ষয়িত্ৰী হৈ ভাত কাপোৰ মোকলাইছে।

অনুপ, বিন্দুৰ খুড়াকৰ ল'ৰা। ১০ম মানৰ শেষ পৰীক্ষাৰ সময়ত খুড়াকৰ অনুৰোধ এৰাব নোৱাৰি মাত্ৰ এমাহ কাল মৃণালে তাৰ ঘৰুৱা শিক্ষক হৈছিল। কেতিয়াবা বিন্দুৰ হাতৰ চাহকাপ, কেতিয়াবা তামোলখন মৃণালে খাইছিল। ইমানেই বিন্দু-মৃণালৰ সম্পৰ্ক। বহু পৰ মৃণালে কি কৰ, কি নকৰকৈ ভাবি আছিল। এনেতে বিন্দুৱে কলে—

"আপুনি চাগৈ মোক বৰ খং কৰিছে নহয় ? এয়া লওক আপোনাৰ চিঠি।" অ' মিনতি ·· মিনতি ·· মিনতি ··· ।" হাঁহি হাঁহি চিঠিখনি মৃণালৰ বুকুৰ জেপটোত সুমুৱাই দিয়ে।

মৃণালৰ স্নায়ুমণ্ডল লৰি উঠে। আজি বিন্দুৰ ব্যৱহাৰ বহুত বেলেগ। ক'তা ! আগেয়েতো তাৰ লগত এনে ৰগৰ-ৰহস্য কৰা নাই ? তেন্তে আজি কিয় এই পৰিবৰ্ত্তন ! মৃণালে অবাক হৈ ভাবে। কথাৰ সুৰ বদলাবলৈ মৃণালে সোধে।—

"খুড়াদেওৰ ভাল নে ?"

"ভালেই। আৰু মিনতিৰ ?" চকুত সেই একে ৰহস্যৰ প্ৰশ্ন। "কোন মিনতি ?" মৃণালে নুবুজাৰ দৰে সোধে।

"সেই মহা ভাগ্যৱতী ; যালৈ চিঠি লিখিছে।"

"তেওঁক জানো চিনি পায় ?"

"আগতে লতা জুপি মাটিত বগাই থাকোতে চিনা নাছিলোঁ। কিন্তু এমাহৰ আগত শ্ৰীল শ্ৰীযুক্ত মৃণাল দলৈ নাহৰ জোপাত বগোৱাৰ পৰা চিনি পাইছোঁ।"

"হাঃ হাঃ! মই জানো নাহৰ ?"

"এৰা নাহৰ নহয়, হৰ হে হব লাগিছিল আচলতে। অৰ্থাৎ যিয়ে হৰণ কৰে!"

"আপুনিও যে, মইনো কি হৰণ কৰিলোঁ বৰুৱা ?"

"বাৰু বাৰু, হৰণ কৰা দোষত পুলিচত দিম বুলি ভয় কৰিব নালাগে। তেন্তে পূৰণেই কৰিছে। অৰ্থাৎ আগে এক আছিল, এতিয়া দুই হ'ল। তাৰ পাছত তিনি, চাৰি, পাঁচ, ইত্যাদি ক্ৰমে চক্ৰবৃদ্ধি। কি বোলে ? হিঃ হিঃ।"

হাঁহি হাঁহি বিন্দু মৃণালৰ একেবাৰে কাষ চাপি আহিল আৰু মৃণালৰ বাওঁ বাহুত তাইৰ সোঁ-বুকু এবাৰ ঘহনি খালে। মৃণালৰ ইন্দ্ৰিয়মণ্ডল হঠাতে এবাৰ জোঁকাৰ খাই উঠিল। যেন ইলেক্‌ট্ৰিক চুইচ্‌ লগা মানুহৰ ভৰিৰ পৰা মূৰলৈকে গোটেই শৰীৰ নিমিষতে জিন্‌ জিনাই গ'ল। বিন্দুৰ ঢিলাকৈ বান্ধি থোৱা খোপাটো মেলখাই পৰিল। গভীৰ সমুদ্ৰৰ তৰঙ্গমালাৰ দৰে তাইৰ আলুলায়িত নিবিড় কেশ-গুচ্ছই গোটেই পিঠি আগুৰি ধৰি বিছানাত ওলমি পৰিল। তেতিয়াও বিন্দুৰ চকু মুখত হাঁহিৰ উচ্ছ্বাস। মুকলি হোৱা খোপাৰ প্ৰতি তাইক কোনো ধৰণৰ মনোযোগ দিয়া দেখা নগ'ল। অকস্মাতে মৃণালৰ মনত পৰিল তাৰ পৰিণীতা পত্নীৰ অনাবৰণ ৰূপ। বুকুখন তাৰ চিৰিৎ কৈ উঠে। কিন্তু এওঁতো তাৰ পত্নী নহয়। অবিবাহিতা ভদ্ৰ মহিলা, যাক মাতৃ জ্ঞান কৰিব লাগে। ছিঃ! মনৰ কি অসংযত গতি! জোৰেৰে আত্ম সংবৰণ কৰি সি চকীৰ পৰা উঠে। অবাধ্য তাৰ চকু এক মুহূৰ্ত্তৰ বাবে আকৌ বিন্দুৰ ফালে গ'ল। তাইও থিয় হৈ খোপাটো বন্ধাৰ অলস চেষ্টা এটা কৰিছে। কিন্তু কান্ধৰ পৰা চাদৰখন বিছনাত পৰিছে। হালধীয়া তাইৰ পাতল ব্লাউজটো ফালি যেন বুকুখনত দুটা নতুন আগ্নেয়গিৰি হৈ মৃণালৰ ফালে জোৰেৰে আগবাঢ়ি আহিব খুজিছে। যাৰ বিস্ফোৰণে নোপোৱে কিন্তু দগ্ধ-বিদগ্ধ কৰে। আজোৰত ব্লাউজৰ টিপ্‌ বুতাম এটা খোল খাই গৈছিল।

মৃণাল ৰোমাঞ্চিত হৈ উঠিল। কিন্তু তাৰ শক্তিশালী বিবেকে ভিতৰৰ পশুটোক শৃংখলিত কৰিবলৈ উদ্যত হ'ল। সজোৰে বুকুত হাত দুখন বান্ধি

সি দুই এখোজ ইফাল সিফাল কৰিবলৈ লাগিল ; আৰু বিনয়েৰে কলে—

মিচ্ বৰুৱা ! আজি তামোল এখনকে আপোনাক দিব নোৱাৰিলোঁ। বাৰু, চাহ অলপকে কৰোঁনে ? যদি দয়া কৰি ক্ষন্তেক বহে !”

“দয়া ? ঔ আই ! এনেকুৱা দয়া মই কৰিব নোৱাৰিম, যি দয়াৰ বিনিময়ত মাত্র একাপ চাহ মিলে।” আকৌ মুখত দুষ্টালিৰ হাঁহি। হাঁহি হাঁহিয়ে তাই দুৱাৰ মুখ পায় আৰু কৈ কৈ বাহিৰ ওলায়।

“বাৰু দলৈ দেও ! আজি আৰু চাহ দি কষ্ট কৰিব নালাগে। এদিন খুব ভালকৈ খুৱাব লাগিব কিন্তু। বিয়াৰ চাহ। পলম হলে খুড়ীদেৱে বকিব, মই যাওঁ।”

মৃণালে কি কবলৈ বিচাৰিছিল যেন কথাৰ আঁত হেৰাই গ’ল। মাত্র মুখত আহিল—“ভাল, ভাল বাৰু।” বিন্দু কিছুদূৰ আগ বাঢ়ি আকৌ ঘূৰি মৃণালৰ ফালে চালে।

“অ’ দলৈ দেও, আজি আহি মিছাকৈয়ে আপোনাক আমনি কৰিলোঁ। মাফ কৰিব দেই।” ভদ্রোচিত ভাৱেই তাই নমস্কাৰ কৰি কয়।

প্ৰতি নমস্কাৰ কৰি মৃণালে হাঁহি কয়—“নেভাৰ মাইণ্ড্, নেভাৰ মাইণ্ড্ মিচ্ বৰুৱা ! বন্ধুৱেতো বন্ধুৰ ওচৰলৈ আহে।” কথাষাৰ কৈয়ে সি জিভাত কামুৰি ধৰে। সি ভাবে—যেন সি ভুল কলে। ক’তো ! বিন্দুতো তাৰ একো বান্ধৱী স্থানীয়া নহয় ? কিন্তু সি তেন্তে কব লাগিছিল কি বুলি ? “মানুহে মানুহৰ ওচৰলৈ আহে।” এই বুলি কলে ভাল হ’লহেঁতেন কিজানি ! কিন্তু··· সকলো মানুহতো সকলো মানুহৰ ওচৰলৈ নাহে ? আৰু বন্ধু ! বন্ধুত্ব জানো কাৰো লগত কাৰো সৌহাৰ্দ্য গঢ়ি নুঠাকৈ সাধাৰণ চিনাকিতে ঘটিব পাৰে ? তেনেহলে আজিৰ পৰাই বিন্দু যেনিবা মোৰ বান্ধৱী হ’ল। তেতিয়াতো মোৰ কথাষাৰৰ অৰ্থ ঠিক হয় !” সেই কথাটিকে নানা ধৰণে ৰোমন্থন কৰি মৃণাল ঘৰৰ ফালে সোমায়। ইতিমধ্যে বিন্দু গৈ অদৃশ্য হৈ পৰে।

ঘৰ সোমাই তাৰ বুকুত বন্ধা হাতখন জেপত থকা চিঠিখনত এবাৰ ঘঁহনি খাই চৈতন্য হ’ল। “ছিঃ ছিঃ ! মই কাৰ কথা ভাবি আছোঁ ? বুকুত মিনতিৰ পবিত্র প্রেমাভিসিক্ত পত্র আৰু মই চিন্তা কৰি আছোঁ আন এগৰাকীৰ তুচ্ছ কথা কেইটামান !” সকলো ভাব জোঁকাৰি পেলাই সি মিনতিৰ ফালে মনটো নিবৰ চেষ্টা কৰে। কিন্তু আকৌ বিশ্লেষণ আহে। সি নিজকে নিজে

হাঁহে। "কি যে সংকীৰ্ণ, নীচ-মনা মই! এজনী চিনাকি ছোৱালী আপোন ভাবি মৰম কৰি মোৰ খবৰ লবলৈ নিজে আহিছে, সেইটোত মই গৌৰৱ আৰু সুখহে অনুভৱ কৰিব লাগে। সেইজনাৰ কথা ভবা বা মৰমৰ শলাগ লোৱাতো মোৰ অসততা হব পাৰে কেনেকৈ? এইটো জানো মোৰ মিনতিৰ প্ৰতি কিম্বা অন্যায় বা অধৰম কৰাৰ কথা হব পাৰে?"

এইদৰে সপক্ষে বিপক্ষে নানা কথা ভাবি ভাবি মৃণালে চিঠিৰ সম্পূৰ্ণ addressটো লিখি শেষ কৰে। তাৰ পাছত সি চৰুলৈ যায়। ভাত পানী খাই উঠি লাহেকৈ বিছনাত দীঘল দিয়ে। লেম্পটো নুমাই দি চকু মুদিবলৈ চেষ্টা কৰে। এনেতে তাৰ সম্মুখলৈ আহিল বিন্দু, মিনতি আৰু দুই এগৰাকী নাৰী-মূৰ্ত্তি। তাৰ অবিবাহিত জীৱনৰ দুই-এটা ঘটনা মনত পৰিল, য'ত সি নাৰী-প্ৰাণৰ মুক্ত সংবেদন উপেক্ষা কৰি তাৰ দৰিদ্ৰ জীৱনৰ সৎ আদৰ্শ ৰক্ষা কৰিব পাৰিছিল। আজিৰ সদ্যঘটিত কাহিনীটোকে সি বিশ্লেষণ কৰি চাবলৈ ধৰিলে। তাৰ মনত পৰিছে বিন্দুৰ বিদ্যুৎ চাৱনি, পাতল হাঁহি, অসংযত অভিব্যক্তি, মুক্তকেশী-স্বল্পা-ভৰণা চঞ্চলা ছবি। কিন্তু বিন্দু কি সঁচাকৈয়ে কলুষ ভাব লৈ আহিছিল? নহয়, নিশ্চয় নাহে। ই তাৰ পশুপ্ৰবৃত্তিৰ ভ্ৰান্ত কল্পনা। মানুহক সংভাৱে, পৱিত্ৰ ৰূপত চাব পৰা-টোহে মানুহৰ ধৰ্ম্ম। ধৰ্ম্ম কি? ঠিকেইতো সি ধৰ্ম্ম বুজে। তেন্তে অধৰ্ম্মৰ ভাব আহিল কেনেকৈ? সেয়েইটো ৰহস্য! তাৰ জীৱনৰ বহুত দুৰ্ব্বল মুহূৰ্ত্তত এনে ভাবৰ তাণ্ডৱ-নৃত্য সি সহ্য কৰিছে। কিন্তু ভগবানেহে তাক পাপত প্ৰবৃত্ত কৰোৱা নাই। তেন্তে এই দুৰ্ব্বল মুহূৰ্ত্ত বোৰেই সম্পূৰ্ণ দায়ী! "আজি যদি প্ৰিয়তমা মিনি মোৰ ওচৰত থাকিলহেঁতেন?" সি ভাবে। "ঠিক; ঠিক কথা। এনে এটা চঞ্চল, দুৰ্ব্বল মুহূৰ্ত্ত কেতিয়াও সৃষ্টি হব নোৱাৰিলেহেঁতেন।" সি সত্য উদ্ঘাটন কৰাৰ দৰে উৎফুল্লিত হৈ উঠে। ভাৰ্য্যাই স্বামীৰ সত্য ধৰ্ম্ম অক্ষুণ্ণ ৰখাত সহায় কৰে। পত্নীয়ে পতিৰ ধৰ্ম্ম-কৰ্ম্ম সকলো গ্ৰহণ কৰি পতি-মুখী হয় আৰু এই পতিৱ্ৰতাই স্বামীৰ সকলো কামনা বাসনা হাব-ভাব সংযত কৰি সত্য ধৰ্ম্ম ৰক্ষা কৰি থাকে। সেয়ে পত্নীক সহধৰ্ম্মিনী বুলিছে। মৃণালে মিনতিৰ কথা ভাবিবলৈ ধৰে।

"মোৰ সকলো কামৰ মাজত আহি আহুদি কৰিছিল আমাৰ সেই খুৰী-শাহুৰেৰাই।" ৰাতি শোৱা পাটীত পৰি বুঢ়ীয়ে এইদৰে তাইৰ অতীত জীৱনৰ কাহিনী মেলে। মিনতিৰো ক্ৰমে শুনিবলৈ উৎকণ্ঠা বাঢ়িহে যায়।

"মই যেতিয়া এই ঘৰলৈ আহোঁ, আগতে সেই মানুহজনীয়ে নিৰ্ম্মলহঁতৰ কিছু খা-খবৰ লৈছিল। কাৰণ মোক বিয়া কৰোঁতে কৰোঁতে তোৰ শহুৰেৰৰ প্ৰায় দুটা বছৰ মাজতে কাটি গৈছিল। সেই দেখি এই ভাই-বোৱাৰীয়েক গৰাকীৰ প্ৰতি শহুৰেৰৰ কিছু ভাল ভাব আছিল। এইফেৰি দুৰ্ব্বলতাৰ সুযোগকে লৈ তাই হোৱাই-নোহোৱাই বহুত সময়ত মোক অনেক মনোকষ্ট দিবলৈ নেৰিছিল। হঁওতে তেওঁলোক আমাৰ পৰা বেলেগ আছিল যদিও, দুই ভায়েকৰ মাজত মিল থকাৰ বাবে ভিতৰুৱাল বহুকথাত দুইখন ঘৰ একে আছিল।

এদিন মই দেখিলোঁ সেই খুৰীয়েকজনী ঘৰত সোমাই উৎপলৰ লগত ধেমালি কৰি আছে। মই পুখুৰীত খোৱা বাচনকেখন ধুই-পখালি আনি ভিতৰ সোমাইছোঁ। এনেতে দেখোঁ তাই উৎপলক দিয়া বিস্কুটৰ বাহটো বাঁকি বহুতো বিস্কুট কাপোৰত লৈ ঘৰলৈ গ'ল। মই কথাটো দেখিয়ো নেদেখা যেন দেখুৱালোঁ। কাৰণ মোৰ বৰ লাজ লাগিছিল। এই কথা মই মোৰ স্বামীৰ আগতো লাজতে নুলিয়ালোঁ। কিন্তু কি আচৰিত! ল'ৰাৰ ভাগৰ প্ৰায় সকলো বস্তু তাই সেইদৰে সদায় নিবলৈ নেৰিছিল। এনেকি পাছত মোক দেখাকৈয়ে নিবলৈ ধৰিলে।

আমাৰ তেতিয়া টকা পইচাৰ কোনো অভাৱ নাছিল। গতিকে বাপেকে সিহঁতলৈ ঘনাই সেইবোৰ আনি দিছিল। কিন্তু যেই এদিনাখন দেখিলে যে তিনি-দিন আগতে অনা ডাঙৰ বিস্কুটৰ টিং এটা সাং হৈ আছে; তেতিয়া তেখেতে মোক খং কৰি কলে যে এনে ব্যভিচাৰী মানুহৰ ঘৰত লক্ষ্মী বাস নকৰে। খং প্ৰায় বেছিকৈয়ে উঠিছিল দেখি মই ভয়ে ভয়ে কলোঁ—যে খুৰীয়েকে নিয়াতহে এনে হৈছে। তেখেতে মনত কি ভাবিছিল ক'ব নোৱাৰোঁ; কিন্তু তাৰ পাছত তিনিদিন মান মোক মতা নাছিল আৰু বিস্কুটো আনি ল'ৰাক দিয়া নাছিল।

আন এদিনাখন সেইদৰে বিস্কুটৰ টিঙত হাত সুমাই নিবলৈ ধৰোঁতে মই বাধা কৰিলোঁ। কলোঁ যে তেনেকৈ গোটেই নিনিবা। দেউতাকেও ঘনাই সাং হোৱা বুলি খং কৰে। পাছে যেনিবা মই কথাষাৰ কৈ কিল খাবলৈহে বাকী থাকিল। তাই গোটেই দাং খাই উঠিল। তাই হেনো উৎপলৰ বাবেহে বিস্কুট উলিয়াইছিল। মই মিছাকৈয়ে চোৰ জাহ দিলোঁ। তাইৰ চিঞৰত চুবুৰীয়া মানুহ গোট খালে। তোৰ শহুৰো ঘৰত আছিল। মানুহবোৰৰ আগত তাই হাত জোকাৰি মোক নানা কথা শুনাবলৈ ধৰিলে।

"এই ঘৰখন ময়ে ইমান দিন চলাইছিলোঁ। তই ক'ত আছিলি? এই ল'ৰাক মই বান্দীয়ে ইমানটো কৰিলোঁ। এতিয়া তাই আহিছে ঘৰ পাতি দিবলৈ। ল'ৰাক নিদি নিজে বস্তু খাই শেষ কৰে, আকৌ মোকেই তাই চোৰ বুলি বান্ধিব খোজে। ইয়াকে বোলে মাহী—সতিনীৰ পোঁক দিওঁ বোলোতেই বস্তু হৈ যায় বাহী।" এইকথা শুনি নিৰ্ম্মলৰ পিতাকেও বৰ লাজ পালে। তেখেতে চ'ৰা ঘৰৰ পৰা সাউৎ কৰে আহি কোঁতিয়া মোৰ চুলিত ধৰিলে মই কবই নোৱাৰিলোঁ। মোক কোনো কথা নোসোধাকৈয়ে দুটা পুৰ্ণহতীয়া চৰ মাৰিলে। মই অনেক সময়লৈ অচেতন হৈ আছিলোঁ। পাছত তত্ পাই দেখোঁ—মোৰ গাৰ কাপোৰত তেজ। তেজ দেখি মই প্ৰথমে বৰ ভয় খাইছিলোঁ। পাছত দেখোঁ দাঁতৰ পৰা তেজ ববই লাগিছে। এতিয়া মোৰ ওচৰত কোনো নাই। সেই ৰাক্ষসী খুৰীয়েকে বোধকৰোঁ মনৰ আনন্দত গৈ নিজ ঘৰত জিৰণি লৈছে। ধেমালি চোৱা মানুহবোৰে ধেমালি চাই, দিহা-দিহি গৈছিল।

বুজিছা মিনি! মোৰ এই শুকান দেহাটোৰ ওপৰেদি কিমান মাৰ-কিল, কিমান অত্যাচাৰ চলিল মই তাক কৈ অন্ত কৰিব নোৱাৰোঁ—তিৰোতাই স্বামীৰ মাৰ খায়,—কিন্তু এনেয়ে অদোষত, বিশেষকৈ স্বামীয়ে কোনো বিচাৰ নকৰাকৈ যেতিয়া মোক আঘাত কৰে তেতিয়া মোৰ অন্তৰতহে আঘাত লাগিছিল বেছি। কেইবা দিন ধৰি মই নাখাই-নলৈ থাকি সেই আঘাত পাহৰিবলৈ যত্ন কৰিছিলোঁ। এইদৰে দিনে দিনে মোৰ শৰীৰ জীহি গৈছিল। তেতিয়া মোৰ পিতালৈ মনত পৰিছিল। পিতাই বিয়াৰ সময়ত আইক কৈছিল;—"মোৰ ঘৰতেই যদি কিবা বস্তুৰ দুখ পাইছে, তেও স্বামীৰ ঘৰলৈ গৈ মোৰ ছোৱালীয়ে একো অভাৱ নাপাব।" মই স্বামীৰ ঘৰত কিমান নিৰ্ভাৱ, কিমান সুখী; সেই কথা পিতাই আৰু দেখিবলৈ নাপালে। বাস্তৱিকে তিৰোতাৰ যিটো আচল ডাঙৰ অভাৱ, সেই অভাৱকে মই স্বামীৰ ঘৰত পাইছিলোঁ।"

চেনেহীৰ চকুৰে পানী বৈছিল। ভাৱে খুন্দিয়াই তাইৰ কথা বন্ধ কৰি দিছিল। মিনতিয়ে একো মাতিব পৰা নাছিল। চেনেহীয়ে ভগা ভগা মাতেৰে আকৌ ক'বলৈ ধৰিলে।

"মই এদিনলৈও স্বামীৰ মন নাপালোঁ। এদিন এষাৰ মৰম কৰি মোক মতা নুশুনিলোঁ। স্বামীৰ ওচৰত তিৰোতাই কেনেকৈ আবদাৰ কৰে, মই তাৰ ভূ নাপাওঁ। মাত্ৰ তেওঁলৈ সদায় এটা ভয় কৰি মই চলিছিলোঁ। কিবা বুপে জগৰ লগাওঁ, কেনেবাকৈ দোষত পৰোঁ, এই আশঙ্কাত মই সদায় জীৱটো টোপোলা বান্ধি চলিব লগাত পৰিছিল। তথাপি দিনটোৰ ভিতৰত এটা নহয় এটা খুঁত মোৰ কামত ওলাবই। মই নাজানোঁ, স্বামী-স্ত্ৰীৰ সম্বন্ধনো কেনেকুৱা। কিন্তু এইটো ভাব মোৰ মনলৈ আহিছিল প্ৰায়ে যে এনেকুৱা সংসাৰ কৰাতকৈ মোৰ মৰণ হোৱাই ভাল আছিল। এজনী বান্দীৰ জীৱন কিজানি মোতকৈ সুখৰ হ'ব। কিয়নো দিনটো নানা কষ্ট কৰাৰ পাছত বান্দী এজনীয়ে নিশ্চয় নিজৰ স্বামীৰ ওচৰত অকণ মৰম, এফেৰি শলাগৰ মাত পায়। পুৰুষৰ এষাৰ চেনেহৰ মাতত তিৰোতাৰ হেজাৰ দুখ-ভাগৰ আঁতৰি যায়। আৰু মোৰ জীৱন আছিল সেই দেখিয়েই বৰ্হি দুৰ্ব্বহ। কোনো কাম-কাজতে মই উৎসাহ নাপাইছিলোঁ। কেৱল খাটিছিলোঁ। হাঁহি নাই, মাত নাই ; দিন যায় ৰাতি আহে, আকৌ দিন আহে। মোৰ জীৱনত একো ৰস নাপাইছিলোঁ।"

বুঢ়ী কিছুবেলি থমকি ৰ'ল। মিনতিয়ে ছেগ পাই এষাৰ প্ৰশ্ন তুলিলে—

"বাৰু আই ! সেই সময়ৰ মানুহবোৰে ঘৈণীয়েকক সদায় মাৰ-কিল কৰিছিল নহয়নে ?"

"মাৰ-কিল সকলোৱে কৰিব কিয় ? কিন্তু আজিও জানো তেনে মানুহ দেখা নাযায় ? হেজাৰৰ ভিতৰত কোনো এজনী হতভাগিনীৰ কপালত সেই যোগ মিলে। মই যিমান জানোঁ, মোৰ লগৰীয়া সকলো ছোৱালীয়ে একোখন সুখৰ সংসাৰেই পাইছিল। অৱশ্যে সিবিলাকৰ কোনোৱে মোৰ দৰে বয়সীয়াল বৰলা বৰলৈ পৰা নাছিল। মই মোৰ বান্ধৱীহঁতৰ কথা বিশেষ নাজানোঁ। কিয়নো বিয়াৰ পাছত মই আৰু আইৰ ঘৰলৈ মুঠেই যাব নোৱাৰিছিলোঁ। পিতা আমাৰ ঘৰলৈ মাত্ৰ এবাৰহে অহা মনত পৰে। আয়ে কেতিয়াবা মোক মৰমতে নিবলৈ আহিলেও প্ৰায়ে নিৰাশ হৈ উলটি যাব লাগিছিল। মোৰ ভনীহঁত মাজে মাজে আহিলে তাইহঁতৰ মুখেই মোৰ বান্ধৱীবোৰৰ দুই এটা কথা শুনিবৰ সুযোগ হৈছিল। উঃ ! ভগবান !! কি কথাবোৰ যে মনলৈ আহে ?"

বুঢ়ীয়ে নিমাত হৈ থকা দেখি মিনতিয়ে আচৰিত হৈ সোধে—

"আপুনি কাৰ কথা ভাবিছে আই! কোনোবা মৰমৰ বান্ধৱীৰ কথা চাগৈ⋯"

"নহয় মিনি! মোৰ পিতাৰ কথাহে মনত পৰিছে। তেতিয়া মোৰ বিয়াৰ দুবছৰ হৈ গৈছে। মই আৰু পিতাৰ মুখ দেখা নাই। শুনিছিলোঁ, তেওঁ সদায় মোৰ কথা কৈ শোক কৰিছিল। সেইবাৰ পিতাৰ টান অসুখ। আয়ে দিনে দিনে খবৰ পঠায়। পিতাই হেনো এবাৰ মোৰ মুখ চাব খুজিছে। মোৰ মনটো উৰি গৈ তেওঁৰ ওচৰ পায়। অনেক কাকূতি কৰি এবাৰ যাবলৈ বিচাৰোঁ। কিন্তু যোৱাৰ অনুমতি নাপাইছিলোঁ। নেদেখাত গৈ মই কান্দিছিলোঁ। এনেতে এদিন খবৰ আহিল যে পিতা আৰু এই ধৰাধামত নাই। মই মূৰ্চ্ছা গৈ পৰিছিলোঁ। যেতিয়া তত্ আহিছিল, তেতিয়া মাত্ৰ স্বামীয়ে মোৰ পিতাক চাই আহিবলৈ অনুমতি দিয়া শুনিছিলোঁ। শোক আৰু খঙত মোৰ গোটেই শৰীৰত জুই জ্বলিছিল। মই কি কৰিম, কি নকৰিম ভাবি নাপাইছিলোঁ; কিন্তু কিহৰ টানত নাজানোঁ, মই উধাতু খাই লৰিগৈ আইৰ ঘৰ পাইছিলোঁ। তাৰ পাছত কি হ'ল, তাকনো কেনেকৈ কওঁ মিনি? মোৰ এতিয়াও মাত বন্ধ হৈ আহিব খোজে। বুজিছা মোৰ আই! মোক যোৱা দেখি চকু পানী টুকি থকা আয়ে লৰি আহি মোৰ ডিঙিতে সাবট মাৰি ধৰি চিঞৰি কান্দিবলৈ লাগিল⋯ ।"

"উঃ! মই আৰু সেই কথা বেছি ক'ব নোৱাৰোঁ। ইয়াতে সেইদিনৰ কথা থাওক। কিন্তু মোৰ বুকুত পিতাৰ অন্তিম কালৰ কথা খিনি এতিয়াও বহি আছে। তেওঁ হেনো মৃত্যুৰ আগলৈকে মোৰ নাম লৈ লৈ শেষত আইক এই বুলি কৈ চকু মুদিলে—"চেনেহীক কৰি তাই যেন মোক ক্ষমা কৰে। তাইৰ জীৱন মই ধ্বংস কৰিছোঁ। গতিকে সেই মুখ দেখাৰ অধিকাৰ মোৰ আৰু নাই। মোৰ বাকী দুজনী ছোৱালীৰ দায়িত্ব তোৰ হাতত। তোৰ বিচাৰ মোতকৈ বহুত ভাল হ'ব। ধন আৰু যশস্যা কেতিয়াও আচল বস্তু নহয়। আচল বস্তু অন্তৰহে। গতিকে যি জীৱনৰ মোল বুজে—জীৱন তেওঁকেই দান কৰিব লাগে।" শুনিছানে মিনি! মোৰ পিতাই বহুত আক্ষেপ মনতে লৈ গৈছিল। বাৰু, বাৰু! ভগৱানে তেওঁৰ আত্মাক শান্তি দিয়ক। আজি ৰব কিবা কথাবোৰ ওলাল। উঃ হৰি! হৰি!!"

"এতিয়া আৰু সেইবোৰ এৰক আই! ৰাতি ভালেখিনি হৱপায়।"

"এৰা! শুই থাক মোৰ সোণ! অকণ টোপনি যোৱাবে চেষ্টা কৰোঁ।"

লাহে লাহে দিন যাবলৈ ধৰিলে। মিনতিক পাই চেনেহীৰ উলাহ। প্ৰথমতে মিনতিৰো দিনবোৰ ভালেই কাটি গৈছিল। গৰমৰ দিন। সিদিনাখন দুপৰীয়া ৰ'দটোও বৰ টান হৈছিল। খাই উঠি বুঢ়ীয়ে চোতালৰ আগৰ গছজোপাৰ ছাঁতেই বহিছে। ইফালে মিনতিয়ে চুৰা-মাটি পেলাই আজৰি হোৱা দেখি চেনেহীয়ে মাত লগালে—

"চাওঁ আই, অকণ এইফালে আহচোন! মোৰ মূৰটোত খুট দুটামান দে।"

বুঢ়ী এখন পীৰাত বহি চুলি মেলি ললে। মিনতিয়ে মূঢ়া এটাত বহি শাহুৱেকৰ ওকণী বিচাৰিবলৈ ধৰিলে।

"আপোনাৰ চুলিটাৰি ইমান দীঘল? এই বয়সতো আমাতকৈ ভাল হৈয়েই আছে, আপোনাৰ চুলিবোৰ।" মিনতি আচৰিত হয়।

"কিনো ভাল দেখিছ তই? যুৱতী কালত মোৰ খোপা দেখি মানুহে ভয় খাইছিল। কোনো দিনে নজৰ নাই, যত্ন নাই, চুলি হ'ল বুলিনো সদায় থাকিবনে? মিঠাতেলৰ বাহিৰে মোৰ চুলিয়ে আন তেল দেখাই নাই। মূৰ ধোৱাত কেৱল খলিহৈগুড়ি আৰু তাকে নাপালে ঔটেঙাৰ বীজ ব্যৱহাৰ কৰোঁ। এতিয়া তহঁতৰ দিনতহে এইবোৰ চাবোন, গোন্ধ-তেল আৰু কিবা মুখত ঘঁহেযে চুণক নে কি? —সেইবোৰ ওলাল।"

মিনতিয়ে অলপ মুখ টিপি হাঁহি কয়—

"চুণক নহয়, সেইবোৰ "স্নো" পাউডাৰ হে।"

"বাৰু "চুণো"এ হ'ল বা দেচোন, মই "চুণক" বুলিছোঁ।" পাছে তই যে কৈছ মোৰ এই বয়সতো বুলি—মোৰনো বাৰু কিমান বয়স বুলি ভাবিছ?"

চেনেহীৰ প্ৰশ্নত মিনতি অপ্ৰস্তুত হ'ল। তাই একো নামাতি মনে মনে আছে। বুঢ়ীয়ে ক'বলৈ ধৰিলে—

"হওঁতে মোৰ দুই এডাল চুলি পাকিছে হয়, কিন্তু ই মোৰ বায়ুৰ দোষত। আৰু ওচৰৰ আনবোৰ তিৰোতাতকৈ মোক বেছি বয়সীয়াল যেন দেখিছ। আচলতে মোৰ বয়স সি বিলাকতকৈ কম। এতিয়া মৃণালৰ বয়স ২৫ বছৰ। মোক ১৫ বছৰ বয়সতে তোৰ শহুৰে আনিছিল। মৃণালৰ জন্ম হৈছে আমাৰ

বিয়াৰ দুবছৰ তিনি মাহ পাছত। তেন্তে হিচাব কৰি ক'চোন এতিয়া বাৰু মোৰ বয়স কিমান ?”

“দুই কুৰি দুই বছৰ মান হ'ল ?” মিনতিয়ে উত্তৰ দিয়ে। “কিন্তু আপোনাক হলে মই আঢ়ৈ কুৰিৰ ওপৰ হোৱা বুলি ভাবিছিলোঁ।” মিনতিয়ে অলপ লাজ কৰি কয়।

“তই ঠিকেই ভাবিছ। তোৰ দোষ নাই। দুখে মানুহক সোনকালে বুঢ়া কৰে। সৌ মৃণালৰ খুড়ীয়েকহঁত মোতকৈ ১০।১২ বছৰৰ ডাঙৰ। অথচ মানুহে মোকহে ডাঙৰ বুলি ভাবে। হওক, এতিয়া প্ৰভুৱে সোনকালে মোক পাৰ কৰি নিলেই হয়।”

“বাৰু আই! আমাৰ ডাঙৰ বাইহঁতে কেতিয়া আপোনালোকৰ পৰা বেলেগ হৈ গৈছে ?”

“কাৰ কথা কৈছ ? মোৰ ডাঙৰ বোৱাৰীৰ কথা ?” বুঢ়ীয়ে এটা হুমুনিয়াহ কাঢ়ে। সেইবোৰ কথা ওলালে চেনেহীয়ে মুঠেই শান্তি নাপায়। এই কথা জানিও মিনতিয়ে প্ৰায়ে সেই অতীত কাহিনীবোৰ জানিবলৈ শাহুৱেকক প্ৰশ্ন কৰে। চেনেহীয়েও সীতাৰ কাহিনী কৈ আনন্দ পোৱা মানুহৰ দৰে নিজৰ পুৰণি দুখৰ কথাবোৰ ক'বলৈ ভালেই পায়—বিশেষকৈ মৰমৰ বোৱাৰীয়েকৰ আগত।

“সেইবিলাক কথানো কি সুধি থাক ? সাত দিন, সাত ৰাতি কলেও তাক অন্ত কৰিব নোৱাৰোঁ। ভগৱানে সিহঁতৰ কল্যাণ কৰক। আমাকো ঈশ্বৰে পালিছে দুখে-সুখে।”

চেনেহী কিছুপৰ মনে মনে থাকি আৰম্ভ কৰিলে আৰু এটা জীৱনৰ অধ্যায়।

“আচলতে তোৰ শহুৰেৰ ঢুকাবৰ দিনাখনেই আমাৰ সম্বন্ধ সিহঁতে ছিঙি পেলালে বুলিব লাগে। বাপেকজনেহে যেনিবা মৃণাল আৰু নিৰ্ম্মলহঁতৰ মাজৰ সম্বন্ধটো ৰক্ষা কৰি আছিল। মৃত্যুৰ সময়ত তেওঁ ভালকৈ বুজি গৈছে —যে তেওঁ জীৱনত ভাল কম নকৰিলে। মৃণাল তেতিয়া ৯।১০ বছৰত ভৰি দিছে। বাপেকৰ অসুখ-বিসুখ প্ৰায়ে হবলৈ ধৰাত, নিৰ্ম্মলৰ বিয়াখন সোনকালেই পাতি দিয়ালোঁ। সিও তেতিয়া ১৯।২০ বছৰীয়া ল'ৰা। দেখাত ডাঙৰ-দীঘল হৈছে যদিও বিচাৰ, বিবেচনা সিমান পুৰঠ নহয়। সি যি নহক, বিচৰাক আমি বিয়া কৰি আনিলোঁ। তাইৰ বয়স নিৰ্ম্মলৰ সমানেই বুলিব

লাগে ; কেইমাহমানবহে যদি কম হয়। লিখা-পঢ়াও বোলে কিছু কৰিছিল।"

"প্ৰথমতে কিছুদিন ভালেই চলিল। নতুন ছোৱালীৰ মৰমত মইও কাম-বন বোঁছ কৰিবলৈ নিদিছিলোঁ। ইফালে বাপেকৰ গা ক্ৰমে বেয়াৰ ফালে ঢাল ললে। মই তেওঁৰ শুশ্ৰূষাতো লাগিব লগাত পৰিলোঁ। বিতৃষ্ণাক ন-ছোৱালী দেখি সেইবোৰ কামলৈ নপঠিয়াইছিলোঁ। লাহে লাহে বেমাৰীয়ে ঢাৰি-পাটী ললে। বিছনাতে শৌচ-পেচাব কৰাব লগা হ'ল।

মানুহে কয় বোলে—আপদত ঔৰেও গল খজুৱায়। বিতৃষ্ণাক মই বিমানে মৰম কৰিবলৈ চাইছিলোঁ, তাই মোৰ পৰা সিমানে আঁতৰি যাবলৈহে চেষ্টা কৰিবলৈ ধৰিলে। মই ঢেঁকীত লাগিব নোৱাৰিলে সেইদিনা চৰুত দিবলৈ চাউলেই নোলোৱা হ'ল। আনকি শেষলৈ ঠাই-ঠুই সাৰি-পুছি ঘৰ-চোতাল অকণ পৰিষ্কাৰ কৰিবলৈকো তাই এৰি দিলে। মই সুধিলে তাই মূৰ-বিষ, ক'কালৰ বিষ আদি বুলিকৈ শুই থাকে। প্ৰথমে মই সেইবোৰ সঁচা বুলি ভাবিছিলোঁ আৰু নিৰ্ম্মলক ঔষধ-পাতি আনি দিবলৈ কৈছিলোঁ। কিন্তু সিও সেইবোৰ কথাত একো কাণ নিদিছিল। দুপৰীয়া হলে ক'ৰবাৰ পৰা আহি ভাত-গাল খায় ; ৰাতি আকৌ খাবৰ সময়লৈকে তাক বিচাৰি পাবলৈ নাই। বিয়াৰ পাছত ল'ৰা মানুহ প্ৰায় ভাগৰে অলপ পৰিৱৰ্ত্তন হয়। ময়ো তাক বিশেষ একো কথা নকৈছিলোঁ। কিন্তু বিষ গছৰ গুটি গজি তলে তলে ডাঙৰ হবলৈ ধৰিলে।"

"শুনিছ মিনি! মই ইফালে ৰোগীৰ ঘৰত শুশ্ৰূষাত লাগি থাকোতে বিতৃষ্ণা গৈ খুৰী-শাহুৱেকৰ ঘৰত মেল মাৰি থাকে। এই কথা মই এদিন কাৰ্য্য-বিপাকতহে জানিব পাৰিলোঁ। কবিৰাজে দিয়া এটা বড়ি, অনুপান ত্ৰিফলাৰ ক্বাথৰ লগত খুৱাব লাগিছিল। মই বিতৃষ্ণাক ত্ৰিফলাৰ ক্বাথ কৰিবলৈ কৈ ৰোগীৰ ওচৰলৈ গলোঁ। তেওঁৰ শৌচৰ বেগ হৈছিল। তাৰ পাছতে মই আহি দেখোঁ যে টেকেলিৰ তলত জুই নাই। ইফালে সিফালে চাই দেখোঁ বিতৃষ্ণাও নাই। মই ভাবিলোঁ, কিজানিবা গা ধুবলৈকে গৈছে! গতিকে নিজে জুই ধৰি-মেলি ক্বাথখিনি কৰি নি ৰোগীক ঔষধ দিলোঁ! সিদিনা বেমাৰীৰ মনটো বৰ দুৰ্ব্বল দেখিছিলোঁ। কিয় নাজানো, তেওঁৰ চকুৰ কোণেদি কেইবাবাৰো পানী বৈ আহিছিল। মই কাপোৰেৰে মচি দিছিলোঁ। ৰোগৰ যন্ত্ৰণাত এনে হোৱা বুলি মোৰ ভয় হৈছিল ; আৰু মই মনে মনে কান্দিছিলোঁ। হঠাতে তেওঁ এবাৰ সুধিলে যে নিৰ্ম্মল ক'ত? তাক সেখোন কেবাদিনো দেখা নাই

যেন লাগিছে ? মই এনেধৰণৰ কথাত ভয় পাইছিলোঁ। কালো যে সি ক'ববাত ফুৰিবলৈ গৈছে ; ল'ৰা মানুহ। তেওঁ আৰু একো নেমাতিলে। মাত্ৰ বাগৰ সলাই শুই চকু দুটা মুদিলে।

টোপনি আহিব বুলি ভাবি মই ঘৰৰ ফালে গলোঁ। কাৰণ ঢেঁকীত চাউল আছিল। এনেতে বিতুকাক দেখিলোঁ—খুড়ী-শাহুৱেকৰ ঘৰৰ পৰা ওলাই আহিছে। মই জানিও সুধিলোঁ—কলৈ গৈছিল। তাই কিন্তু মুখেৰে একো নক'লে। মইও সেই কথা এৰি কলোঁ যে—চাউল কেইটাকে উলিয়াওঁ আহ। তাই মোৰ ফালে নোচোৱাকৈয়ে গেঙেৰাই ক'লে—বোলে "নিজে মৰিছোঁ ক'কালৰ বিষত ; মই চাউল কৰিলেহে কোনোবাই খাব পাৰেনে ?" মই উত্তৰ শুনি আচৰিত। যেনে কথা তেনে কাম। তাই গৈ বিছনাত পৰিল।

সেই সময়তে আকৌ কবিৰাজ জানো আহি ওলাল। মই সকলো এৰি ৰোগীৰ ওচৰলৈ গলোঁ। ঔষধ-পাতি লৈ কবিৰাজক বিদায় কৰোঁতে সন্ধিয়া হৈ গৈছিল। মই মৃণালক বেমাৰীৰ ওচৰত থৈ আকৌ কামলৈ গলোঁ। মনটো একেবাৰে ভাগি গৈছিল। কবিৰাজে আৰু দুদিনৰ ম্যাদ দিছে। মই কান্দি-কান্দিয়ে ঢেঁকীৰ কাম কৰিবলৈ ধৰিলোঁ। এইদৰে চাউল উলিযাই ভাত-পানী বাঢ়োঁমানে ৰাতি ভালেখিনি হ'ল।

আন দিনৰ সময়তে নিৰ্ম্মল আহি মোক এবাৰ ভাতৰ খবৰ কৰিছিল। মই তেতিয়া চৰুৰ তললৈ জুইহে নিছিলোঁ। তাৰ খং উঠিছিল আৰু মোক কিবা কিবি কৈ ওলাই গৈছিল। মই একো নামাতিলোঁ। সময়ত ভাত বাঢ়ি মতা হ'ল। সি আৰু নাখালে। বিতুকাক মাতিলোঁ—তাই মোক মুখেৰে নামাতিলে। বাকী ল'ৰাহঁতক ভাত দি ময়ো মনৰ দুখত নাখাই-নলই পৰি থাকিলোঁ।

টোপনি জানো আহে ? দুখৰ দিন নাযায়, ৰাতি নুপুৱায়। —বেমাৰীয়ে শৌচ কৰিলে। মই বাহিৰলৈ গলোঁ। এনেতে কোনোবাই উচুপি কন্দা যেন মোৰ কাণত পৰিল। কৌতূহল হোৱাত আন্দাজ কৰি শুনোঁ যে বিতুকাই উচুপিছে। মোৰ প্ৰথমে ভয় লাগিল। কিজানি তাইৰ অসুখ বেছি হৈছে ? সেইদেখি কিছু ওচৰ চাপি গলোঁ। কিন্তু কি যে এষাৰ কথা মোৰ কাণত পৰিল—মই যেন তাতেই মৰি গলোঁ। তাই কৈছে—"মই আৰু ইয়াত নাথাকোঁ। আজি মই ক'কালৰ বিষত চাউল কৰি দিব নোৱাৰাত এনে ঘটনা হৈছে। নিজৰ শাহু হলেহে মোৰ দুখ বুজিব, পৰে কি বুজিব ?" হৰি, হৰি !! মোলৈনো কিয় মৰণ নাই ! কণা বিধাতাই মোৰ স্বামীৰ বদলি মোক কিয় নেদেখে !

গোটেই ৰাতি কান্দি-কাটি মই বৰ অস্থিৰ হৈ পৰিলোঁ।

পাছ দিনাখন বেলিলৈকে বিতৃষ্ণা উঠা নাই। মই ভাবিলোঁ—বোলো অসুখী মানুহেও পুৱা পৰত অকণ উঠা ভাল। তাই কাণকে নকৰিলে। সকলো বন কৰি যাবলৈ ধৰিলোঁ। মোৰ দেহাত অকণো বল নাছিল। পৰিবাম, পৰিবাম যেন হৈছিলোঁ। কিছু বেলি হ'ল। সিফালে ৰোগীৰো টান। ভালকৈ কথাকে ক'ব নোৱাৰা হৈ পৰিছে। এনেতে দেখিলোঁ বিতৃষ্ণাই পিন্ধি-উঠি হাতত টোপোলা এটা লৈ ওলাই গ'ল। মই সুধিলোঁ বোলো কলৈ ওলালি অকলে; তাতে অসুখীয়া মানুহ? তাই আৰু মোক কোনো জবাব নিদিলে। সেইদৰে তাই গৈ মাকৰ ঘৰত সোমাই থাকিল।

সেইদিনা নিৰ্ম্মলেও পুৱাতে ওলাই গৈ ৰাতিলৈকে ঘৰলৈ নাহিল। কাৰোবাৰ মুখত শুনিলোঁ যে তাক হেনো শহুৰেকৰ ঘৰত দেখিছিল। হাঁয়, হাঁয়!! কি নিৰ্ম্মল কি হৈ গ'ল! মোৰ আৰু সকলো বুজিবলৈ বাকী নাথাকিল। নিজৰ কপালকে ধিক্কাৰ দিবলৈ ধৰিলোঁ। মই এইবোৰ কথা স্বামীক ঘুণাক্ষৰেও জানিব নিদিলোঁ। কিন্তু কি আচৰিত তেওঁ সকলো কথা কিবা স্বৰূপে জানিব পাৰিছিল।

তাৰ পিছদিনাখন বৰ বৰষুণ। ৰোগীৰ কাষত বহি মই চকুলো মচি আছোঁ। তেওঁ মোৰ হাতখনত ধৰি ক'বলৈ ধৰিলে—

"চেনেহী! তই মোক ক্ষমা কৰিবি। মই মহাপাপী। তোৰ ওচৰত মই মহা অপৰাধী।" সেহাই সেহাই কথা কেইটা কৈ তেওঁ কান্দিবলৈ ধৰিলে। যেন কেঁচুৱা ল'ৰাটোহে। মই মানা কৰিলোঁ কিন্তু নিজেও হলে নাকান্দি নোৱাৰিলোঁ। তেওঁ আকৌ ক'লে—

"মই জানিছোঁ; মোৰ মৃত্যুৰ পাছত তোৰ অৱস্থা কি হ'ব। এই মৃণাল আৰু নৃপেন নাবালক হৈ থাকিল। সিহঁতক মই তোৰ হাততে গটালোঁ। মই তোক আনিছিলোঁ নিৰ্ম্মল, উৎপলহঁতক ডাঙৰ কৰিবলৈ। তই সেই কাম সমাধা কৰিলি। এতিয়া যিদৰে পাৰ মৃণালহঁতকো ‥"। তেওঁ আৰু একো ক'ব নোৱাৰিলে। মাত বন্ধই হৈ আহিল। মই ভয়তে চিঞৰি ল'ৰাহঁতক মাতিলোঁ। মুৰ আচন্দ্ৰাই কৰি আনিলে। এই দৰেই তেওঁ চিৰ দিনলৈ চকু মুদিলে।

"বুজিছ মিনি!" বৰ দীঘল হুমুনিয়াহ এটা কাঢ়ি বুঢ়ীয়ে আকৌ ক'বলৈ লাগিল। মিনতিৰ চকুত পানী ভৰি উঠিছিল। তাই বিহাৰ আঁচলেৰে তাক মচি ললে।

"মৃতকৰ কাম-ক্ৰিয়া বোৱাৰ বেছি দিন নহ'ল। বিতৃষ্ণাই মোৰ নানা মিছা দোষ উলিয়াই কাজিয়া কৰিবলৈ ধৰিলে। মোৰ গৰ্ভত তেতিয়া তগৰ। সকলো কথা নীৰৱে শুনি বোৱাৰীৰ তলহে মই দিন কটাবলৈ বিচাৰিলোঁ। কিন্তু চিকাৰীৰ আগত পহুৰে মুৰটো জোপোহাতে লুকুৱাই সাৰিবলৈ খোজাৰ দৰে মোৰ সকলো সজ চেষ্টাও মিছা হ'ল। বিতৃষ্ণাৰ মিছা কথাবোৰকে নিৰ্ম্মলে সঁচা বুলি মুঠি বান্ধি ধৰিছিল। সিহঁতৰ লগত খুৰীয়েক জনীয়ে সদায় তাল বজাবলৈ ধৰিলে। আচলতে ক'বলৈ গলে সেই ৰাক্ষসীয়েই আছিল সকলোৰে মূল। কাঁড়ত লগা পখীৰ দৰে মই কেৱল মনৰ পোৰণি মনতে মাৰ নিয়াইছিলোঁ। নিৰ্ম্মলে লাহে লাহে মোক কটু কথা শুনাবলৈ ধৰিলে। এনেকি সি মোক মাৰিবলৈ খেদি অহাও হ'ল। মই নীৰৱে সকলো দুখ ভগৱানক জনালোঁ। কিন্তু কণা বিধাতাই মোক একো কৰিবলৈ বাকী নেৰিলে।"

"মিনি! তই মোৰ বোৱাৰী হব। তোক মই আজি সেই কথা ক'ম। আকাশত সূৰ্য্যদেৱতা সাক্ষী আছে। যিদিনা নিৰ্ম্মলে বিতৃষ্ণাৰ কথামতে মোক খেদি আহি হাত দাঙিছিল, আৰু মোৰ পেটলৈ লক্ষ্য কৰি তাত জাৰজ সন্তান আছে বুলি তাচ্ছিল্য কৰিছিল; সেই দিনা পৃথিৱীৰ কোনো তিৰোতাই তাক সহ্য কৰিব নোৱাৰিলেহেঁতেন। মাক হৈ পুত্ৰৰ কুৎসিৎ ব্যৱহাৰ কিদৰে সহোঁ। মোৰ সৰ্ব্ব শৰীৰ কঁপি আহিছিল। কিন্তু তৎক্ষণাৎ মোৰ মৃণাল আৰু নৃপেনৰ মুখলৈ মনত পৰিল। তেতিয়া মূৰ ঘূৰি মই মাটিত বহি পৰিছিলোঁ।

বসুমতী সাক্ষী আছে; ইমানতো মোৰ মুখৰ মাত উলিয়াব নোৱাৰিলে। নিৰ্ম্মলে তেতিয়া নিজেই গাৱঁৰ মুখিয়াল মানুহ কেইজনমান মাতি আনি নাবালক মৃণাল আৰু নৃপেণৰে সৈতে মোক বেলেগ কৰি দিলে। উৎপলক সি লগত ৰাখিলে। এইদৰেই হাতেৰে মাৰিব নোৱাৰি যেনিবা ভাতেৰে মাৰিবলৈ চেষ্টা কৰিছিল। কিন্তু আয়ুস যদি থাকে; চাউল নহলেও মানুহ ৰ'ব পাৰে। সেই দিন ধৰি মই ভাতৰ কষ্ট পাইছোঁ সঁচা কিন্তু বিনাদোষত আৰু কাৰো মাতৰ তিতা খাব লগা হোৱা নাই।"

"এইবোৰ কথা এতিয়া আৰু আপুনি পাহৰি যাওক আই! কেনেকৈ হৰি-নাম লৈ পৰলোকৰ কল্যাণৰ দিহা কৰিব পাৰি তাকেহে এতিয়া ভাবক।" মিনতিয়ে কথাৰ মোখনি মাৰি ভাবৰ সোঁতটো ঘূৰাই দিবলৈ বিচাৰে।

"তই ঠিক কথাকে কৈছ আই! মাত্র কথাৰ মুৰতহে কথা ওলাল। একে তেজ-মঙহৰ সম্বন্ধ ; একে বংশ। মই সদায় ভাবো, কেনেকৈ ভায়েকহঁতৰ মাজত মিল হয়! শাস্ত্রত কৈছে বোলে বংশক হিংসিব নাপায়। বংশক হিংসিলে বংশ লোপ পায়। পিছে মোৰ এই দুটা পোৱা চকুৰে আৰু সিহঁতক মিলি-জুলি থকা দেখিবলৈ নাপাম কিজানি! এই বিতৃষ্ণাজনীৰ স্বভাৱৰ একো পৰিৱৰ্তন নহ'ল। তায়েই যে মোৰ কলি হৈ চাপিল। ঈশ্বৰে কৰক! মই মৰিলেও যাতে সিহঁতৰ মাজত ভাই ভাই ভাব হয়। তয়ো এই বিষয়ে সদায় চেষ্টা কৰিবি।"

কথা কওঁতে কওঁতে বেলি পশ্চিমলৈ ঘূৰি গাত ব'দ উঠি গৈছে। গুৰুণী চাবলৈ এৰিন্দ্ৰদুয়ো শাহু-বোৱাৰীয়ে কথাৰ বসত আপোন পাহৰি আছিল। এতিয়াহে গাত তাপ পাই সাধু সাৰ্মিৰ দুয়ো কামে কামে গ'ল।

মৃণাল নোহোৱা ঘৰখনত মিনতিৰ মুঠেই ভাল নালাগে। শাহুৱেকৰ কথামতে দিনৰ দিনটো ইটোৰ পাছত সিটো কামত লাগিয়েই থাকে। অৱসৰ নাই। পুৱা উঠি সৰা-মচা-ধোৱা-পখলা আদি কাম কৰি চাহ পানী এঢোক খায়। তাঁত-সূঁত বোৱা, গোবৰ-জাবৰ পেলোৱা, আঞ্জা-মাছ কৰা আদি কাম আছেই। ইয়াৰ মাজতে আকৌ ধান উখোৱা, শুকোৱা, চিলাই, কাপোৰ ধোৱা আদি কামবোৰ থপিয়াই সুবিধামতে কৰিব লাগে। ৰাতি আকৌ থবি, আঞ্জা, মাছ আদিৰ যোগাৰটো বুঢ়ীক দি ঢেঁকীৰ কাম কৰিব লাগে। ঢেঁকীটোৱেই আছিল মিনতিৰ পক্ষে টান কাম। নৃপেন হাইস্কুলত পঢ়ে। তাৰ পঢ়া-শুনাৰ তদাৰক লোৱা, তাগিদ দিয়া আদি কামৰ ভাৰো মিনতিৰ ওপৰতে আছিল।

এইদৰে যথাৰ্থ গতানুগতিকতাৰ মাজত মিনতিৰ দিন যাবলৈ ধৰিলে। তাইৰ লাহে লাহে এই একঘেয়া কামবোৰ কৰি কৰি—অৱসাদ আৰু নৈৰাশ্যৰ ভাব আহিবলৈ ধৰিলে। "কিমান দিন এই সোপাকে কৰি থাকিব লাগিব ?" বাচন মাজি মাজি বা ঢেঁকী দি দি কেঁতিয়াবা তাই বৈ যায় তভক্ মাৰি। মৃণাল যাবৰো কেইবাদিন হ'ল। চিঠিপত্ৰ এখনো অহা নাই। ইফালে বিজুলীয়ে মৃণাল যোৱাৰ পিছদিনাই মিনতিক নিবলৈ অহাত চেনেহীয়ে যাবলৈ নিদি কৈছিল—

"ল'ৰাজন ওলাই গ'ল মাত্ৰ। তাতে বোৱাৰীজনীকো লৈ গলে মই কেনেকৈ থাকিম ? গতিকে দুই চাৰিদিন পিছে মই নিজে গৈ থৈ আহিম। বিয়নীক কবি যেন খং নকৰে।"

আজি পুৱাৰ পৰা মিনতিৰ মন বৰ বেয়া ! চেনেহীয়ে কথাটো লক্ষ্য কৰি কলে—"বল আই ! তোক আজি মাৰৰ ঘৰত থৈ আহোঁগৈ। তেওঁলোকেও মোক খং কৰি ভৰাব পায়। নহলেনো ছা-ছলি পৰ্য্যন্ত কোনো এজনো আমাৰ ঘৰলৈ ভুমুকি এটা মাৰিব নাপায় নে ?"

আবেলি মিনতি আহি মাকৰ ঘৰ পালে। কি যে আনন্দ আটাইৰে মুখত ! যেন কিবা ডাঙৰ উৎসৱ এটাহে হৈছে ! চেনেহী আহি উদং ঘৰখনত অলস-

ভাবে নিৰুৎসাহেৰে দিন কটাবলৈ ধৰিলে। এটা দিনেই তাইৰ এবছৰ যেন বোধ হবলৈ ধৰিলে। তগৰৰ মুখত হাঁহি নাই। নৃপেনৰো মনটো বৰ উৰুঙা উৰুঙা। আদৰৰ বৌৱেকৰ এষাৰ মিঠা মাতৰ বৰ আকলুৱা সিহঁত দুয়ো। তগৰৰ যে বৌৱেকৰ ওচৰত কত ভেম, কত আব্দাৰ! হায় লক্ষ্মী-স্বৰূপা নাৰী! তোমাৰ পবিত্ৰ সংস্পৰ্শতেই জগতৰ সুখ-শান্তি সকলো। তোমাৰ বাবেই সংসাৰৰ সকলো ঐশ্বৰ্য্য বিভূতি যেন সাৰ্থক হৈছে। এটিমাত্ৰ সাদৰী ছোৱালী মিনতি! এপাহী মাথোন নিমজ কুসুম! তাৰ অভাৱত বিদেশত মৃণাল মোলান পৰিছে। চেনেহীৰ ঘৰ আন্ধাৰ হৈছে। তগৰ-নৃপেণৰ মন মৰহি গৈছে। আৰু সেই ফুলৰ সুবাসত দুদিনৰ বাবে ৰূপহীৰ ঘৰ আমোল্-মোলাই উঠিছে। হে বিশ্ব-পিতা! তোমাৰ শ্ৰেষ্ঠতম আৰু পবিত্ৰতম সৃষ্টি এই নাৰী। তোমাৰ অনন্ত মহিমা।

মিনতিৰ ওচৰ-চুবুৰীয়া বান্ধৱী সকলৰ মাজত কথাটো ৰাষ্ট্ৰ হোৱা মাত্ৰে নানা জনীয়ে আহি নানা ধৰণৰ ৰং-ৰহস্যৰ কথা পাতিবলৈ ধৰিলে। বিয়া নোহোৱা সকলৰ নানা প্ৰশ্ন। মিনতিৰ পৰা এক অজান পৃথিৱীৰ খবৰ লবলৈ সিহঁত ব্যগ্ৰ, উৎকণ্ঠিত। বিবাহিতা সকলৰ মাজত ৰস-ৰহস্যালাপ অন্য ধৰণৰ। প্ৰথম প্ৰথম কাৰ স্বামী কেনে, কিমান মৰম-চেনেহ কৰে, খং কৰেনে নকৰে, মৰিয়ায়নে নাই ইত্যাদি ধৰণৰ আলাপ। লাহে লাহে শহুৰ-শাহু কেনে, ঠাইডোখৰ থাকি কেনে লাগে, টকা-পইচাৰ অৱস্থা, কাম-কাজৰ হেঁচা, পৰিবেশ, সমাজ-সজ্জন ইত্যাদি নানা বিষয়ত সিহঁতে প্ৰবেশ কৰে। অৱশেষত এই সকলোবিলাকৰ ভিত্তিত কোনজনীৰ সুখ-শান্তি কোনজনীতকৈ বেছি বা কম, তাৰে এটা মূল্য নিৰূপণ কৰি পেলায়।

এইদৰেই হাঁহি-আনন্দৰ মাজত মিনতিৰ কেইবাদিনো কাটিল। এদিনাখন তাইৰ ওচৰলৈ আবেলি পৰত এজনী দীপ্‌লিপ্ ছোৱালী আহিছে। আহি পাৰ ওচৰ নোপোৱালৈকে মিনতিয়ে চিনিবই পৰা নাছিল—এইজনী যে তাইৰ সহপাঠিনী বান্ধৱী ৰেণু। ৰেণুৰ ভৰিত হাইহিলৰ নিমজ জোতা, বহুমূলীয়া পাটৰ বাছক-বনীয়া ফুল তোলা ৰিহা-মেখেলা। ডিঙিত তিৰ্বিৰাই আছে দামী আপ্‌টুডেট্ ষ্টাইলৰ হাৰ, কাণত ইয়াৰিং দোদুল্যমান। গালত এচেন্স পাউডাৰৰ উগ্ৰ সুগন্ধ, আৰু মুখত সদ্য প্ৰস্ফুটিত গোলাপৰ গৌৰৱৰ হাঁহি। গোটেই মানুহজনী যেন ফুলি উঠিছে।

"কি ভাই ৰেণু! তইযে এনেকুৱা অপ্সৰীজনী হৈ পৰিছ, মই ধৰিবৰই পৰা

নাছিলোঁ।" মিনতিয়ে সাৰটি ধৰি তাইৰ কোঠালিলৈ ৰূণুক লৈ যায়।

"ভাই ৰূণু!" "কিযে মাতবোৰ আছিল আমাৰ। আজি আকৌ—স্কুলীয়া দিন যেন লাগিছে নহয় মিনু ভাই!" হাঁহি হাঁহি ৰূণুই ভিতৰ সোমায়। কিশোৰী কালৰে পৰা আৰম্ভ কৰি সকলো সুখ-দুখ, ৰং-ৰহস্যৰ কথাৰ লানি নিছিগা সোঁত বৰলৈ ধৰিলে। শেষত আহি পৰিল বৈবাহিক জীৱনৰ অধ্যায়।

ৰূণু আছিল একেবাৰে দুখীয়া ঘৰৰ ছোৱালী; কিন্তু অন্তৰখন বৰ দাম্ভিক। ৰূপটো থকাৰ বাবে তাই পৃথিৱীত পাৰ-দিব নোখোজা ধৰণৰ ছোৱালী আছিল। মিনতিৰ ঘৰুৱা অৱস্থা স্বচ্ছল আছিল যদিও স্বভাৱত ধীৰ আৰু ব্যৱহাৰত সদায় নম্ৰ আছিল। ৰূপত জাকত জিলিকা নাছিল যদিও বুদ্ধি আৰু স্বভাৱৰ বাবে মিনতি আছিল শিক্ষক, সমজুৱা সকলোৰে মৰমৰ। এইটোৱেই আছিল ৰূণুৰ বাবে ভীষণ অপমান। তাই ভাবিছিল, মিনতিৰ বাপেকহঁতৰ অৱস্থা ভাল দেখি আটায়ে মৰম কৰে আৰু তাইক দুখীয়া দেখি ভাল চকুৰে নাচায়। এই ঈৰ্ষাই তাইক সদায় জ্বলাইছিল। কিন্তু বাহিৰত তেনে কোনো শত্ৰুভাৱ নেদেখুৱাই তাই চলিবও জানিছিল।

যেনে কামনা তেনে বৰ লাভ। ৰূণুৰ বিয়া হ'ল এজন ৰূপ বিলাসী ডেকা ডাক্তৰৰ লগত। সি ৰূপৰ পম খেদি গোটেই অসমখন চলাথ কৰিলে। শেষত আহি ৰূণুৰ ৰূপৰ জুইত ডেকা চগা জাহ গ'ল। দুৰ্বলতা বুজি ৰূণুৱে ভৰিৰ আঙুলিৰ পৰা মূৰলৈকে সোণ মণিৰে বন্ধাই লৈছিল। আৰু মুহূৰ্তে মুহূৰ্তে ইটো লাগে সিটো লাগে কৈ সকলো কাম্য বস্তু স্ত্ৰৈণ স্বামীৰ কাণ মুচৰি আদায় কৰি লৈছিল। ডাক্তৰৰ পইচাৰ অভাৱ নাই, তেওঁ লাগিলে যেনে ডাক্তৰেই হওক। গতিকে ডাক্তৰৰ ধন, ৰূণুৰ প্ৰশান্তিৰ বাবে দুই হাতেৰে ব্যয়িত হবলৈ ধৰিলে। এই ৰূণুৱে আজি শৈশৱৰ প্ৰতিদ্বন্দী মিনতিক পাইছে—যাৰ বিয়া হৈছে—এজন দুখীয়া শিক্ষকৰ লগত। তাইৰ প্ৰতিশোধৰ ইচ্ছাটো আজি নতুন হৈ উঠিছে। এবাৰ তাইৰ ইচ্ছা হয়, যেন নিজৰ ধন দৌলতৰ বাহাদুৰী কৰি আৰু মৃণালৰ টোকোনা সংসাৰৰ বৰ্ণনা কৰি মিনতিক হতাশ কৰি পেলাব। আকৌ এবাৰ ভাবে নহয়; এনে চিধা-চিধি ভাৱে কলে হয়তো তাই ৰাগ কৰিবও পাৰে। গতিকে কথাটো কৌশল কৰি কোৱা দৰকাৰ; যাৰ দ্বাৰা তাই নিজৰ দুৰ্ভাগ্যৰ কথা ভাবি অনুতপ্ত হ'ব আৰু বান্ধৱীৰ সৌভাগ্যৰ বাবে ঈৰ্ষাত জ্বলি মৰিব। সেয়ে তাই আৰম্ভ কৰিলে—

"আচ্ছা মিনু ভাই, তোৰ হাৰডালত কিমান সোণ আছে ?"

"তিনি তোলা মান বুলি দেউতাই কোৱা শুনিছোঁ।"

"দেউতাৰে ? কিয় ? এইডাল তোৰ গৃহস্থই দিয়া নহয় জানো ?"

"নহয়।"

"অ', এৰা মোৰেই সোধাত ভুল হৈছে। বেচাৰা শিক্ষক, ক'ৰ পৰানো দিব! মোৰ হলে এই সকলো আ-অলঙ্কাৰ তেখেতেই দিয়া। কেৱল সোণৰ অলঙ্কাৰেই ২/১ সেৰমান হ'ব কিজানি। ঘৰত মোৰ কেবাধাৰো নতুন নতুন ডিজাইনৰ হাৰ আছে।"

মিনতিয়ে কিছু ক্ষণ হৈ নীৰৱতা অৱলম্বন কৰে। পাছত কয়—"তোৰ গিৰিয়েৰা মস্ত ধনী মানুহ; আৰু শুনিছো তোক হেনো তেওঁ নিজে বাছি বাছি পছন্দ কৰিছিল। গতিকে মনৰ জোখাই অলঙ্কাৰ দিয়াটোত একো আচৰিত হ'ব লগা নাই। কিন্তু দেউতাহঁতে মোৰ বাবে স্বামী নিৰ্ব্বাচন কৰি আনিছিল। আৰু অলঙ্কাৰকে ধৰি আমাৰ পক্ষৰ কোনো খৰচ দিব নেলাগে বুলি স্বামীৰ পক্ষক প্ৰতিশ্ৰুতি দিয়া আছিল। সেই ধৰণেই বিয়াখনো হৈ যায়।"

"তথাপিও বাৰু এপদ বস্তুওনো কইনা বুলি দিব নালাগে নে? থ থ তোৰ প্ৰতিশ্ৰুতিডালৰ কথা! পাছে আমিহে কৈছোঁ—ক'ৰ পৰানো দিব বেচেৰাই ?"

"দিছে, নিদিব কিয় ? যি দিব লাগে আচল বস্তু!" হাতৰ আঙঠিটো দেখুৱাই মিনতিয়ে কয়।

"এইটোতে মোৰ স্বামীৰ দেহ-প্ৰাণ, মৰম-চেনেহ সকলো গঁথা আছে। ইয়ে মোৰ বহু-মূল্য অলঙ্কাৰ—যাৰ তুলনা পৃথিৱীত নাই।"

"বাঃ বাঃ, ইমান সতী, শান্তি, কবি, সাহিত্যিক বাৰু কেতিয়াৰ পৰা হ'লি ? মৃণালৰ সংস্পৰ্শত নহয়নে ? হিঃ হিঃ।" ৰেণুৱেই উপলুঙা কৰি হাঁহিবলৈ ধৰিবলে।

মিনতিৰ কিন্তু এই হাঁহিত যোগ দিয়াৰ কোনো চেষ্টা নাছিল। তাই নিজৰ গৌৰৱ মুঠেই ব্যাহত হবলৈ দিব নোৱাৰিছিল। কিন্তু তথাপি যেন ৰেণুৰ বিদ্ৰূপৰ হাঁহি-বাণে তাইৰ বুকুত একোবাৰ আঘাত কৰিছিল। ৰেণুৰ হাঁহিৰ কোনো প্ৰত্যুত্তৰ নিদিয়াকৈয়ে তাই মৌন হৈ থাকিল। হাঁহিৰ খুন্দা কিছু কমি যোৱাত ৰেণুৱে মিনতিৰ গাত আহি সাবটি ধৰিবলে আৰু মুখৰ ওচৰলৈ মুখখন নি বৰ সন্তৰ্পণে এটা কথা কলে।

"কি ভাই ? তই কৈছ মোৰ স্বামীয়ে মোক পছন্দ কৰিছে, কিন্তু তোক কি তোৰ স্বামীয়ে মনোনীত কৰা নাছিল ?"

অতি আচৰিত আৰু ব্যথিত হোৱাৰ দৰে ৰুণুৱে মিনতিৰ চকুলৈ চাই থাকে।

"নাছিল। কিন্তু তেখেতে নিযুক্ত কৰা অভিভাৱক আৰু শাহু আইৰ পছন্দ মতেই মোক বিয়া কৰাইছিল।"

"কিন্তু · । তেন্তে কি মৃণালে তোক ভাল নাপায় ?"

"দুৰ্ পাগলী ! কেলেই নাপাব ? নিজে পছন্দ নকৰিলে বুলি ?"

"এৰা তাকেইতো মই ভাবিছোঁ। কিন্তু ভাই মোৰ হলে সন্দেহ।"

"আচ্ছা, তইতো স্বামী-নিৰ্ব্বাচন কৰা নাছিলি ? তোকেহে পত্নী-নিৰ্ব্বাচন কৰিলে। তেন্তে তই জানো তোৰ গিৰিয়েৰাক ভাল নাপাব ?"

"পাওঁ, ঐ ৰাম ! কেলেই নাপাম ! যি হে মৰমীয়াল মানুহ তেওঁ ! কাম-বন মুঠে কৰিবই নিদিয়ে। অৱশ্যে ৩।৪ জন চাকৰো আছে। যি লাগে বুলি কওঁ ভাই, তাকে মোক আনি দিয়ে । আৰু অলপ পৰ মোক নেদেখিলে বোলে ৰ'বই নোৱাৰে। হিঃ হিঃ কি যে মানুহ ভাই !"

ৰুণু হাঁহি হাঁহি মিনতিৰ গাতে পৰে। ইমান হাঁহি, ইমান আনন্দোল্লাস ! যেন নিহাৰিকাৰ দৰে তাই ফাটি-চিটি টুকুৰা-টুকুৰ হৈ ছিটিকি পৰিব ! মিনতি আৰু বেছি গহীন হৈ পৰে।

"তই যে ইমান গহীনজনী হলি পায় ! কিয় ? হঠাতে প্ৰিয়তমক মনত পৰিগ'ল নেকি ?"

ৰুণুই মিনতিৰ থুতৰিত ধৰি জোকাৰি কয়। মুখত এমোকোৰা হাঁহি।

"এই কেঁচা সোণ যেন জীয়া মানুহজনী অকলে এৰি গৈছে, দেহি ঐ ! বাৰু ভাই ! তই গিৰিয়েৰৰ লগত নাযাৱ কিয় ?"

"নিলে যাম কেতিয়াবা, যাওঁ বুলি জানো যাব পাৰি ?" মিনতিয়ে অভিজ্ঞৰ দৰে কয়।

"নিলে যাবি ? কি যে কথা ! সিদিনা বিয়া গৈছে মাথোন। তহঁতৰ ইমান নিয়ম-সংযমৰ কথা মই একো বুজি নাপাওঁ পায় ! মোক হলে একে লেঠাৰিয়ে দুদিনো আইৰ ঘৰত থাকিব নিদিয়ে। কালি আহিছিলোঁ। আজিৰ দিনটো থাকি আকৌ কাইলৈ যাবই দিছে।"

এনেতে দুৱাৰত টোকৰ্ পৰিল। গুপুত কথা হবৰ বাবে ৰুণুই দুৱাৰটো

লগাই থৈছিল। বিজুলীয়ে চাহ লৈ সোমাই আহে। চাহ-তামোল খাই বৰুণই বিদায় লয়।

লাহে লাহে ক'ৰ পৰা আহি আন্ধাৰবোৰে ছাটি পেলালে। মিনতিয়ে লেম্পটো জ্বলাই লৈ তাইৰ বিছনাত পৰিল। ডাইল সাপে খোটা মানুহৰ ভবিৰ পৰা লাহে লাহে বিষ উজাই মূৰ পোৱাৰ দৰে নানা দুখিত চিন্তাই আহি মিনতিক অৱশ কৰি পেলালে। তাই বৰুণৰ লগত নিজক এবাৰ তুলনা কৰি চালে। দেখে স্বৰ্গ-মৰ্ত্ত্যৰ ব্যৱধান। "কিন্তু স্বামীয়ে মোক প্ৰাণাধিক মৰম কৰে।" তাই এই বুলি সান্ত্বনা ল'বলৈ চেষ্টা কৰে। কিন্তু পাছ মুহূৰ্ত্ততে আহে সন্দেহ পিশাচিনী। "স্নেহ কৰে? স্নেহৰ কি চিন? মুখৰ কথা!" কোনোবাই যেন তাইৰ কাণত ব্যঙ্গসূচক প্ৰশ্ন তোলে। তাই প্ৰমাণ বিচাৰে। মনলৈ আহে, বিয়াৰ আগতে তাইক নোচোৱাৰ কথা; অলঙ্কাৰ-পাতি নিদিয়াৰ কথা; বৰুণৰ স্বামীৰ দৰে নেদেখিলে থাকিব নোৱাৰা ব্যগ্ৰতাৰ কথা, তাইক লগত লৈ নোযোৱাৰ কথা... আৰু... আজি ইমান দিনে এখনি চিঠিকে তাইলৈ নিদিয়াৰ কথা। মিনতিয়ে আৰু ধৈৰ্য্য ধৰিব নোৱাৰে। তাইৰ দুই চকুৰ পৰা পাৰ ভঙা বাৰিষাৰ প্লাৱন বাগৰি যায়। গাৰুত মুখ গুজি তাই কান্দে। "কিন্তু বৰুণৰ দৰে মোৰ ৰূপ নাই। মই কেনেকৈ স্বামীক উদ্ধাৰল কৰিম?" মাজে মাজে আহে আত্মগ্লানি। "নাইবা ভাগ্য! জন্ম, মৃত্যু, বিবাহ ইয়াক বোলে দেৱতায়ো নাজানে। তেন্তে কৰ্ম্মফল ভোগ কৰিবই লাগিব।" মিনতিৰ মনোৰাজ্যত অনুকূল-প্ৰতিকূল অগণন ভাৱৰ হোন্দোলনি উঠিল।

# ( ১৪ )

সিদিনা সন্ধিয়ালৈকে মেনেজিং কমিটি চলি আছে। কমিটি অলপ গৰম ধৰণৰ। মৃণালৰ ছুটীৰ কথাটো লৈয়ে বহুতো সময় তৰ্ক-বিতৰ্ক চলিছে। দুই-এজন তাৰ সদাশয় বন্ধুৱে কৈছে—তাৰ ছুটীৰ মাহৰ দৰ্মহাটো দিব লাগে। কিন্তু চেক্রেটৰীকে মুখ্য কৰি সৰহ সংখ্যক মেম্বাৰে বিৰুদ্ধে তৰ্ক তুলিছে। এইদৰে, অৱশেষত বিৰোধী দলৰেই জয় হ'ল। মৃণালক তাৰ বিয়াৰ ছুটীৰ মাহৰ দৰ্মহা নিদিয়াটোকে খাটাং কৰিলে।

ছুটীৰ শেষত মৃণাল যেতিয়া আহে; সি তাৰ গাড়ী ভাড়াটোও এজনৰ পৰা ধাৰ কৰিহে আনিছিল। বিয়াখনত নাই বুলিও তিনি-চাৰিশ টকা ধাৰ হৈছে। মাকক সেৱা কৰি সি যেতিয়া বিদায় লয় তেতিয়া কৈছিল—"আই! পইচা মই দি যাব নোৱাৰিলোঁ। গৈয়েই তাৰ পৰা পঠাই দিম।" মিনতিক কিন্তু দুই-চাৰি টকা নিদিলে অন্যায় হ'ব বুলি ধাৰ কৰা পইচাৰেই যাচিলে। মিনতিয়ে মাত্ৰ কলে—"নাথ! মোৰ হাতত বিয়াৰ উছৰ্গাত উঠা আৰু সেৱা কৰা পইচা আছে। মোক দিব নালাগে। আপোনাৰ বাট-খৰচ কম হ'ব।" মৃণালে মিনতিৰ সজ আচৰণৰ প্ৰতি কৃতজ্ঞ হ'ল যদিও তাইযে তাৰ দুখীয়া, নিঃস্ব অৱস্থাটো বুজি উঠিছে, এই কথা ভাবি মনতে আঘাতো পালে।

আজি যেই মেনেজিং কমিটিয়ে সিদ্ধান্ত কৰিলে তাক দৰ্মহা নিদিয়াটো—তাৰ মূৰত যেন বজ্ৰাঘাত হ'ল। মাকক দিয়া প্ৰতিশ্ৰুতি সি ৰাখে কেনেকৈ? প্ৰতিশ্ৰুতি নাৰাখিলে ঘৰখনেইবা চলিব কি দৰে? ওচৰৰ দোকান খনত বিয়াৰ ধাৰ। গতিকে বাকীকৈও মাল নিদিব। চুবুৰীয়া যি দুই-চাৰিজনৰ ওচৰত ধাৰ পোৱাৰ আশা আছিল, সেই সকলেও বিয়াতে ধাৰ দিছে। গতিকে মৃণালে টকা দিয়াত বাহিৰে সেই ঘৰখন চলাবৰ আৰু দ্বিতীয় উপায় নাই। প্ৰথম চিন্তাৰ খুন্দাত মৃণালে এবাৰ গোটেইখন ধোঁৱা-কোঁৱা দেখিলে। তাৰ পাছত লাহে লাহে সি নানা উপায় পাঙিবলৈ ধৰিলে।

তাৰ মনলৈ আহিল, সি 'টিউচন' কৰিব। বহুতক দেখিছে সেইদৰে 'টিউচন' কৰি চলিব পাৰিছে। কিন্তু সি পাব কিমান? ৪০ টকা বা ৫০ টকা। আৰু তাৰ বন্ধা-বঢ়া, খৰিকলা, কাপোৰ ধোৱা, 'এক্সাৰচাইজবুক' চোৱা

আদি কামবোৰ আছেই। এনে এটা জীৱন সিনো কিমান দিন চলাব পাৰিব? নাই; সি 'টিউচন' নকৰে; মনতে সিদ্ধান্ত কৰে। তেন্তে সি এই চাকৰিকে এৰি দিব। কিন্তু কৰিব কি? খেতি কৰিবলৈকো তাৰ মাটি নাই। বেহা-বাণিজ কৰিলেওতো মূলধন লাগে। সি যে এতিয়া ধৰুৱা। তাক ধাৰেইবা দিব কোনে? তেন্তে চৰকাৰী চাকৰি এটাকে ক'ৰবাত বিচৰা ভাল। চৰকাৰী চাকৰি কৰিতো বহুত মানুহে ফুৰ্ফুৰীয়া জীৱন নিৰ্ব্বাহ কৰিছে! ঠিক কথা —সি কালিলৈকে সেই উদ্দেশ্যে ওলাব। কিন্তু...চৰকাৰী চাকৰি কৰিব-লৈওতো 'এডুকেশ্যন' বা 'কোৱালিফিকেশ্যনৰ' দৰ্কাৰ। সি যে বি, এ, টোকে পাচ কৰিব পৰা নাই। বি, এ, ফেইল মানুহ এজনে কি ভাল চাকৰি কৰিব পাৰে? তাৰ মনটো কোঁচ খাই যায়। পিচ মুহূৰ্ত্তেতে সি সিংহৰ দৰে গৰ্জ্জি উঠে। "নিশ্চয়, মই বি, এ, পাছ কৰিমেই। ইয়াৰ অন্যথা হ'বই নোৱাৰে।" বিছনাৰ পৰা উঠি সি প্ৰতিজ্ঞা কৰে।

কিন্তু তাৰ বৰ্ত্তমান অৰ্থ-সমস্যাৰ সমাধান হ'ব কিদৰে? আকৌ তাৰ ঘৰলৈ মনত পৰে। জিলিকি উঠে মিনতিৰ মুখ, ভাঁহি উঠে নৃপেন-তগৰৰ ছবি; চেনেহী মাকৰ কৰুণ মূৰ্ত্তি। "মিনতি! এৰা, আজি ১৫।২০ দিনেই হ'ল। ক'তা! মোলৈতো কোনো উত্তৰ নিদিলে? কাৰণ কি? মোক কৈছিল "গৈয়েই চিঠি দিব" আৰু তেওঁৰ বোধকৰোঁ উত্তৰ দিয়াটো কৰ্ত্তব্যৰ ভিতৰত নপৰে। চিঠি এখন পাম বুলি দিনে কিমান ব্যস্ত হৈ থাকোঁ। সামান্য এখন চিঠি; তাৰে ইমান কঙাল মই। মিনতিয়েও মোক অৱজ্ঞা কৰে। নহলে মোৰ প্ৰথম, জীৱনত প্ৰথম প্ৰেম পত্ৰ যিখন তাৰো উত্তৰ দিবলৈ অৱহেলা কিয়? নাই, ঠিকেই কৰিছে। নকৰিব কিয়? মই তেওঁক দিছোঁ কি? ভালপাওঁ, ভাল লাগে বোলা মুখৰ কথাতে কোনেও কাকো ভাল পাব নোৱাৰে। জগতত কোনো প্ৰেমৰ কাঙাল নহয়। অন্টম দৰিদ্ৰ মই, কি বুলি মিনতি মোৰ প্ৰতি অনুৰক্ত হ'ব? নাই, মোৰ কোনো নাই। ধূলিত এদিন জনম লভিছিলোঁ আৰু ধূলিতেইতো বিলীন হৈ যাম। তেন্তে দুখ কি? গ্লানি কি?" ভাবি ভাবি মৃণালে তাৰ গাৰুটোত মূৰ থৈ ৰ লাগি লেম্পটোৰ ফালে চাই থাকে। বি, এ, পৰীক্ষালৈ আৰু বেছি দিন নাই। মাত্ৰ দুমাহ। ইফালে পাৰিবাৰিক অশান্তি আৰু বিয়া-বিহুৰে তাৰ পঢ়াই হোৱা নাই। সি ভাবিছিল, এই দুটা মাহ খুব পঢ়িব। কিন্তু পঢ়ে কেনেকৈ? অৰ্থৰ চিন্তাই যে গোটেই মন অধিকাৰ কৰিছে! কিতাপ খুলিলেই যে নানা বিভীষিকাবোৰ মনলৈ আহে।

সি বলেবে মনোনিবেশ কৰিবলৈ চেষ্টা কৰে। মাজে মাজে পঢ়ে, মাজে মাজে ঘৰুৱা কথাও ভাবে। এইদৰে তাৰ ১০।১১ বাজে। পেটত কোৰ্-কোৰণি উঠিলে সি চৰুৰ ওচৰলৈ যায়। চাউলৰ লগতে আলু দুটিমান বহাইদি সি ভাবে, "পিটিকাবেই ঠিক কৰি দিব পৰা যাব। পেটত বেছ ৰপ্‌ৰপণি আছে।" থাবলৈ বহিল। বটলটো নিগৰাই দিলেও দুটোপ তেল নপৰে। "এই ৰাতিখন আৰু কোনে তেল বিচাৰি যায়? চাওঁচোন বাৰু বিনা তেলে পেটৰ ভিতৰলৈ ভাত যায় নে নেযায়?" জেদ কৰি সি ভাত গাল খাই শেষ কৰি পেলায়।

বিছনাত শুই তাৰ মনত পৰে অনুপৰ দেউতাকে টিউচনৰ টকা ৩০টা দিয়াৰ কথা কৈছিল। "এৰা, এই কেইটা টকাকেই খৰচ থাবলৈ ঘৰলৈ পঠাই দিয়া যাব।" সি ভাবে।

পিছ দিনা সাজ লগাৰ আগে আগে সি গৈ সেইখিনি পায়। "বৰুৱা মহাশয় আছেনে?" চোতালৰ পৰাই মৃণালে মাত লগায়।

"কোন? অ' দলৈদেৱ!" বিন্দুৱে ব্যস্ত হৈ বাহিৰ ওলাই আহে। মুকলি চুলি, গাৰ কাপোৰত যত্ন নাই। মৃণালৰ মনত পৰে, কেইদিনমানৰ আগৰ কথাটি।

"আপোনাৰ খুৰাদেউ নাই?" মৃণালে সন্দিহান হৈ সোধে।

"নাই। বাৰু, বহকহিচোন।" তাই ব্যস্তভাৱে অনুপৰ কোঠালিলৈ আগ-বাঢ়ি দেখুৱায়।

"বহিমনো কি? মোৰ এটা দৰ্কাৰতহে আহিছিলোঁ তেখেতৰ ওচৰলৈ।" অনিচ্ছাৰে যোৱাৰ দৰে কোঠালিৰ ফালে আগবাঢ়ে।

"বাৰু, দৰ্কাৰটো হ'বচোন লাহে লাহেও। আমিনো অদৰ্কাৰী মানুহবোৰে আপোনাক কেনেকৈ বান্ধি ৰাখিম? এক মিনিট বহি গলেতো বিশেষ হানি নহয় চাগৈ?"

"নহয় একো। পাছে তেখেত গ'ল কলৈ?"

"তেখেত টাউনলৈ গ'ল। অনুপৰ পৰীক্ষা নহয়?"

"অ' হয়, বুজিছোঁ। কিন্তু তেখেতো জানো গোটেই কেইদিন থাকিব?"

"নাথাকে। খুৰীদেওৰ দাঁতৰ অসুখ হৈ থাকে; সেইদেখি তাতে দাঁতখিনি সবুৱাই আনিব খুজিছে। কালি-পৰহিমানে তেওঁ লোক ওলাবহিয়ে।"

"হয়, বুজিছোঁ। তেন্তে ঘৰত…"

"মই আৰু সৰু ছোৱালী এজনীহে আছোঁ মাত্ৰ। বাকী কেইটা ল'ৰা-

ছোৱালীও টাউন চাবলৈ গ'ল। বাৰু, অকণ সময় দয়া কৰি অকলে বহক। মই তামোল লৈ আহোঁ।"

বিন্দু চঞ্চল ভঙ্গীমাৰে বৰ-ঘৰ সোমায়। মৃণালে অকলে অকলে বহি ভাবে "তেওঁ পৰহিমানে এবাৰ আহিব লাগিব। বিন্দুক টকাৰ কথা কোৱাটো ঠিক নহ'ব।" টেবিলখনত কুকিলাটিটো থৈ সি খিড়িকীখনৰ ফালে চাই থাকে। ওচৰতে অনুপ শোৱা বিছনাখন। সি দেখে তামোল আনোতে বিন্দুৰ যথেষ্ট পলম হৈছে। অকস্মাতে ক'লা আন্ধাৰবোৰ চুকে-কোণে সিঁচৰিত হৈ পৰিল। এনেতে হাতত তামোলৰ বটাখন লৈ বিন্দু সোমায়।

"তুনু! তই লেম্পটো লৈ আহ।" বিন্দুৱে সৰু ছোৱালীজনীক আদেশ দিয়ে।

বিন্দু সোমাই অহাৰ লগে লগে মৃণালৰ নাকত ভেকেচ্ কৰে এচেন্সৰ তীব্ৰ গোন্ধ এটা সোমাই গ'ল। সুবাসিত তেলেৰে ধুনীয়াকৈ ফণিয়াই অহা বিন্দুৰ চুলিৰ তিৰ্‌বিৰণি, মৃণালে আধা আন্ধাৰ আধা পোহৰৰ মাজতো দেখিবলৈ পালে। আকাশী ৰঙৰ ফিৰ্‌ফিৰিয়া চাদৰখনৰ বাহিৰত ওলাই থকা ৰঙা চিল্কৰ ব্লাউজৰ হাত দুখনো তাৰ চকুত পৰিল। বটা লৈ বিন্দু মৃণালৰ গাৰ ওচৰতে বিছনাৰ কাষত থিয় হ'ল। টেবিলত থোৱা বটাৰ পৰা এখন তামোল লৈ মৃণালে চোবাবৰ আয়োজন কৰিছে। তুনুৱে লেম্পটো লৈ ভিতৰ সোমাল। বিন্দুৱে তাইৰ হাতৰ পৰা লেম্পটো নি মৃণালৰ ওচৰতে টেবিলত থলে। বিন্দুৰ মুখ-মণ্ডল হেৰ্জোলিনৰ পৰশত বঙিন আৰু নিমজ হৈ উঠিছে। ওঁঠ দুটাও যেন আগতকৈ কিছু ৰঙা—মৃণালৰ চকুত পৰে। বিন্দুৰ অজ্ঞাতে মাত্ৰ দুই-এক মিনিট সি বিন্দুৰ সেই 'ফিল্মষ্টাৰ'ৰ দৰে ৰূপ-সজ্জাটোত চকু বুলাই লয়। "বিন্দু ক'ৰবালৈ যাবলৈ ওলাইছে নেকি!"—সি মনেতে ভাবে। কিন্তু কথাটো সুধিবলৈ মন নকৰে। মৃণালে প্ৰায় উঠিম বুলিয়েই ভাবিছিল—এনেতে বিন্দুৱে কথা উলিয়ায়।

"মিনতিৰ খবৰ কি? চিঠি-পত্ৰ পাইছেনে?"

"নাই পোৱা।"

"কেলেইনো ইমান গোপন? পোৱা বুলি ক'লে জানো কোনোবাই সোৱাদ কণৰ ভাগ ল'বলৈ যাব?"

"নহয়; মই মিছা কোৱা নাই। কথাটো মই চিন্তাহে কৰি আছোঁ। যদি ঈশ্বৰে একো.... ."

"বাৰু, বাৰু। ইমান অধৈৰ্য্য নহ'ব। ভালেই আছে। কিবা অসুবিধাত চাগৈ উত্তৰ দিয়া নাই।"

"এৰা, ময়ো তাকেই ভাবিছোঁ।'

"আচ্ছা দলৈদেও, মিনতি দেখিবলৈ কেনেকুৱা? বৰ ধুনীয়া হ'ব কিজানি, নহয়নে?"

"আনে কেনেকুৱা দেখে নাজানোঁ—মই কিন্তু ধুনীয়াই দেখোঁ।"

"নিশ্চয়! আপুনি নিজে ইমান ধুনীয়াহে বেয়া এগৰাকী বিয়া কৰাবনে? পাছে আমাক নেদেখুৱায় জানো?"

"কেনেকৈ দেখুৱাম? তালৈ গলেহে দেখিব পাৰিব।"

"কিয়? ইয়ালৈ লৈ নাহে কেলৈ? আপোনালোক পুৰুষবিলাক যে কি নিষ্ঠুৰ! অলপো বাৰু বেয়া নেলাগেনে আপোনাৰ?"

"বেয়া লাগিলেও বহুত কাম নকৰাকৈ থাকিব নোৱাৰি। সেইদেখি কৰা যায়। ভাল; এতিয়া মই উঠোঁ।"

মৃণাল বহাৰ পৰা উঠে। কটা ঘা খজুৱাই দিলে যন্ত্ৰণাহে বাঢ়ে। মিনতিৰ কথা ওলালে মৃণালৰ ভালেই লাগে! কিন্তু যি কোনো সময়ত যি কোনো পৰিবেশত এনে ধৰণৰ কথা নোকোৱাটোৱেই তাৰ নীতিৰ ভিতৰত। সন্ধ্যা, প্ৰাৰ্থনাৰ পাছত সি সদায় অধ্যয়ন কৰে। বাৰে বাৰে সেইকথা তাৰ মনলৈ আহিছে। কিন্তু মৃণাল উঠা মাত্ৰেই বিন্দুৱে তাৰ হাতত ধৰি জোৰকৈ বহুৱাই দিলে।

"বাৰু বহকচোন অলপ। উঃ! ইমান নিৰ্দ্দয় আপুনি! কিমান ভাল লাগে মোৰ এবাৰ কথা পাতি! আপোনালোকৰ দৰে ভাগ্যবানৰ এবাৰ কথা শুনিবলৈও বিধাতাই আমাৰ কপালত নেলেখিলে নে?"

বিন্দুৰ কথাবোৰ বৰ ব্যাথা ভৰা। অকস্মাতে কিয় তাইৰ ব্যৱহাৰত ইমান কাৰুণ্য? "তেন্তে বিন্দুৰ অন্তৰত কিবা দাৰুণ আঘাত আছে! আৰু তাকে ঢাকিবলৈ মোৰ লগত দুই-এষাৰ ৰং-ৰগৰৰ মেল পাতিবৰ ইচ্ছা কৰে।" মুখলৈ চাই দেখে চকু দুটা ঢুল্-ঢুলীয়া হৈ উঠিছে। নিৰ্ব্বাক হৈ মৃণাল আকৌ চকী খনত বহি থাকে।

"চাহ কৰিছিলোঁ; অলপমান থাওক।" বিন্দু কোঠাৰ পৰা ওলাই যায়। আজি বিন্দুই মৰম কৰি তাক একাপ চাহ দিব খুজিছে। মৰমকনো সি কেনেকৈ নেওচে? অলপ পাছতে বিন্দুৱে চাহ লৈ প্ৰবেশ কৰে। বিন্দুৰ

মুখখন গহীন। কিন্তু এই গাম্ভীৰ্য্য কি স্বাভাৱিক ?

"আপোনাক কষ্টহে দিলোঁ আহি !" মৰমৰ কৃতজ্ঞতা জনাই মৃণালে কয়।

"কিন্তু এনেকুৱা কষ্ট লাভ কৰিবলৈ যে বিধাতাক মাগি আহিব নোৱাৰিলোঁ। সাধনা কৰি জানো এনে কষ্ট লাভ কৰা যায় ?"

মৃণালে হতভম্বৰ দৰে বিন্দুৰ মুখলৈ চাই থাকে।

"কি যে কয় বৰুৱা আপুনি ? কষ্ট লাভ কৰিবলৈও সাধনা কৰিব লাগে নেকি ?"

"এৰা, সাধনা লাগে। পুণ্য-সাধনাৰ ফলতহে মানুহে ত্যাগৰ জীৱন পায়। আমাৰ দৰে কাউৰীৰ জীৱনৰ কি মূল্য আছে ? কেৱল নিজৰ পেটটোৰ বাবে বাচি আছোঁ।"

"আপোনাৰ জীৱনতো ত্যাগৰ জীৱন। নিজৰ সকলো সুখ-আকাঙ্ক্ষ্যা বিসৰ্জ্জন দি দেশৰ ছাত্ৰীসকলক পবিত্ৰ শিক্ষাদান কৰিছে। ইয়াতকৈ মহৎ আদৰ্শ আৰু কি হ'ব পাৰে ?"

"নহয় দলৈ ; ই মহৎ আদৰ্শ নহয়। বাকীবোৰেওতো মোৰ দৰে শিক্ষা দান কৰিছে। কিন্তু মোৰ দৰে সিহঁত মহাপাপিনী নহয়। মোৰ দৰে সিহঁতৰ জীৱন অভিশপ্ত নহয়। সিহঁত পবিত্ৰ ; সিহঁত ভাগ্যবান, ভাগ্যৱতী।"

বিন্দুৰ কথাবোৰ উত্তেজিত হৈ আহে। তাইৰ মুখত গ্লানিৰ ভাব ; গাত বিষাদৰ অৱসন্নতা।

"ছিঃ, এনেকুৱাকৈ নিজক ভবাটো ঠিক নহয়। নম্ৰতা এটা গুণ, কিন্তু নীচাত্মিকা পাপ। আপোনাক সকলোৱে যে সন্মান কৰে !"

"মোক সেই সন্মান নালাগে। সেই সন্মান মই ভৰিৰে ঠেলি থৈছোঁ। যেতিয়াই আই-বোপাই, ভাই-ককাই সকলোৰে মূৰে ৰাক্ষসীৰ দৰে খাই পৰৰ আশ্ৰিতা হৈ জীৱন নিৰ্ব্বাহ কৰিলোঁ ; সেই দিনাই পৃথিৱীৰ সুখ-সন্মান, আশা-আকাঙ্ক্ষ্যা সকলোকে বলি দিছিলোঁ। মনত প্ৰতিজ্ঞা লৈছিলোঁ—জীৱনত কাৰো ওচৰত মূৰ নোদোৱাম। কিন্তু কিয় মোৰ সেই উন্নত মূৰ নত হৈ গ'ল ; কিয় মোৰ সেই ভীষ্ম প্ৰতিজ্ঞা পানী হৈ গ'ল কওক ! আজি আপুনি ক'ব লাগিব। আপুনি আজি মোক সেই কথাৰ সমাধান কৰি দিব লাগিব।"

বিন্দু মৃণালৰ বাওঁ হাতখনত ধৰি কঁপি উঠিল। চকুত দুধাৰা লোতক লাহে লাহে বৈ আহিছে। খোপাটো মেল খাই চুলিবোৰ আউলি-বাউলি হৈ

পৰিছে। কি কৰিব, কি নকৰিব ভাবি মৃণাল একেবাৰে অবাক হৈ গ'ল।

"আপুনি কি কৈছে মই একোকে বুজা নাই মিচ্ বৰুৱা।" আধা ক'পা মাতেৰে মৃণালে কয় আৰু চকীৰ পৰা উঠিবলৈ চেষ্টা কৰে।

"একো বুজা নাই? ইমান ছলনা কিয়? পাষাণতো নহয় আপুনি? তেন্তে মানুহ হৈ মানুহৰ অন্তৰ নুবুজিব কিয়? এই চাওক। মোৰ বুকুত কিহৰ জুই। আগ্নেয়গিৰিৰ দৰে এতিয়া ফাঁটি ছিৰাছিৰ্ হৈ যাব।"

বিন্দুৱে তাইৰ সমস্ত গাৰ জোৰেৰে মৃণালৰ হাতখন নিজৰ বুকুৰ মাজত হেঁচি ধৰিলে। মৃণালৰ সকলো ধমনীৰ তেজ উভতি ব'বলৈ ধৰিলে। গোটেই শৰীৰ তাৰ কঁপি উঠিল। তেতিয়াও সি অনুভৱ কৰিব পাৰিছিল তাৰ হাতখন আৰু বিন্দুৰ বুকুৰ মাজত কোনো কাপোৰৰ ব্যৱধানেই নাই।

"ছিঃ; ছিঃ; বৰুৱা! মই আপোনাক শ্ৰদ্ধা কৰোঁ!" উচাৎ মাৰি মৃণালে তাৰ হাতখন আঁতৰাই আনে।

"হুঃ! শ্ৰদ্ধা?" গুলী খোৱা বাঘিনীৰ দৰে বিন্দুৰ চকুৱেদি জুই-আগুনি ওলাবলৈ ধৰিলে। এক মুহূৰ্ত্তও সেই মূৰ্ত্তি চাব নোৱাৰি মৃণাল বাহিৰ হৈ গ'ল। হিতাহিত জ্ঞান তাৰ লোপ পাওঁ পাওঁ হৈছিল। যন্ত্ৰৰ দৰে উধাতু খাই সি নঙলা পালে। তাৰ মাত্ৰ এইখিনি কথা কাণত পৰিল—বিন্দুৱে ঘৃণাৰে চিঞৰি কৈছে—

"ভীৰু! কাপুৰুষ!! পাষাণ!!!"

চেনেহীয়ে দেখিলে, মিনতি ভবা মতে আহি নাপালে। মাকৰ মৰমে শাহুৰেকৰ নীতিৰ বান্ধ ভঙ্গ কৰিবলৈ তাইক বাধ্য কৰিলে। চেনেহীয়ে বোৱাৰীৰ এই প্ৰথম ব্যৱহাৰত যথেষ্ট ক্ষুণ্ণ হ'ল। এদিন-দুদিনকৈ, তিনি-চাৰি দিনো নিৰ্দ্ধাৰিত দিনৰ বাহিৰ হ'ল; তথাপি, মিনতিৰ দেখা-দেখি নাই। চেনেহীৰ মনৰ গতি ওলোটাহে ব'বলৈ ধৰিলে। "তেন্তে মিনতিয়ে মৃণাল নোহোৱা বাবেই এইখন ঘৰক অবজ্ঞা কৰিলে! এৰা, আমিনো কোন? কি কাৰণে পৰৰ বাবে কৰি-ধৰি মৰিব? আৰু মাকজনীয়েইবা কেনেকুৱা? মোৰ কথাবাৰৰতো মূল্য অন্ততঃ ৰাখিব লাগিছিল। নাইবা মৃণালেও হয়তো তাইক কিবা বুধি দিব পাৰে। কিজানি সিয়েই তাইক মাকৰ ঘৰত সোমাই থাকিবলৈ দিহা দি থৈ গৈছে! নাই! মই আৰু কোনো আশা নকৰোঁ। সকলো মিছা। কোনো কাৰো নহয়: দুদিনৰ সঙ্গ মাত্ৰ। নিজৰ হাত দুখন থাকে মানে কৰি খাই মৰিব পাৰিলেই শান্তি।"

কিছুদিন পাছত মিনতি গৈ পালে। বিজুলী আহিছিল থবলৈ। মিনতিয়ে নিজকে দোষী বুলি ভাবি একো নামাতি নম্ৰভাবে চলিছে। বিজুলীয়ে মাকে শিকাই পঠোৱামতে চেনেহীক কৈছে "বাইদেউক থোৱাত পলম হোৱা বাবে আয়ে আপোনাক খং কৰিবলৈ হাক দিছে।" ছোৱালী মানুহ তাই। সংসাৰৰ আও-ভাও বিশেষ নুবুজে। গতিকে কথাষাৰ পাৰ্ট মুখস্থ মতাৰ দৰেই কৈ পেলালে।

"খং কৰিলে জানো মোৰ কিবা লাভ হোৱাৰ আশা আছে আই? তেওঁ নকলেও মই শান্ত হৈয়ে থাকিম।"—অন্তৰৰ অৱমাননা খিনি ঢাকি থৈ চেনেহীয়ে কয়। বিজুলীয়ে আৰু বিশেষ উত্তৰ দিব নোৱাৰে।

আগৰ দৰে মিনতিয়ে কাম-কাজ কৰে কিন্তু মনত কোনো উৎসাহ নাপায়, আগৰ দৰেই তাই শাহুৰেকৰ লগত কথা পাতে কিন্তু বিশেষ আনন্দ নাপায়। গোহালিৰ গোবৰ দেখিলে তাইৰ যে গাটোত এটা অৱসাদ আহে। ঢেঁকীৰ ওচৰলৈ গলে ভাবি দুখনত বল নাইকিয়া যেন তাই অনুভৱ কৰে। তগৰেও এতিয়া আগৰ দৰে বৌ বুলি পমি নমৰে। তাই অলপ গহীন হৈ পৰিছে।

আৰু নৃপেন! সি এনেকুৱা ভাবে চলিছে যেন বৌৱেক বুলি এজনী মানুহ সিহঁতৰ ঘৰত নায়েই!

দুদিন পাছত নৃপেনে মিনতিৰ নামৰ এনভেলাপ এটা আৰু ইনলেণ্ড লেটাৰ এখন তাৰ কিতাপৰ মাজৰ পৰা আনি দিয়ে। মিনতিৰ বুকুখন ঢপ্ ঢপাইছে। ই আনন্দৰ অধৈৰ্য্যতানে? প্ৰায় কঁপি কঁপি তাই খামটোৰ মুৰ ছিৰিলে; আৰু ভিতৰৰ কোঠালৈ গৈ বিছনাত বহি ললে। মৃণালৰ চিঠি। অসীম মৰম, অশেষ প্ৰেম-প্ৰীতি ভৰা তাইৰ স্বামীৰ পত্ৰ। এবাৰ ওপৰে ওপৰে শেষ কৰি তলৰ চহীটো পঢ়ি পেলালে। দ্বিতীয়বাৰ আখৰ, সম্বোধন আদি চাই গ'ল। তৃতীয়বাৰ ভাষা আৰু তাৰ অন্তৰ্নিহিত ভাব, অৰ্থ বুজিবলৈ চেষ্টা কৰিলে। তথাপি যেন পিয়াহ নপলাল। আকৌ এবাৰ পঢ়ি চিঠিখনকে চুমা খাবলৈ ধৰিলে। "মিনু বুলিলেই শতবাৰ বুকুত প্ৰতিধ্বনি উঠে।" "বাহুযুগল চঞ্চল হৈ উঠে—এবাৰ মোৰ উদং বুকুৰ মাজত সেই মুখ সাৱটি ধৰিবলৈ।" "তোমাক কিন্তু বুকুৰ মাজত পালোঁ"—এই বাক্যবোৰ যিমানেই পঢ়ে ন ন অৰ্থেৰে নতুন নতুন সোৱাদ দি পঢ়াৰ তৃষ্ণা বঢ়াইহে লৈ যায়! কিন্তু বিধাতাৰ বিষম ইচ্ছা! মিনতিৰ কোলাত দ্বিতীয়খন চিঠি বৈ আছে তাইৰ চঞ্চলতাক সিঁয়াৰি।—তাইৰ প্ৰেম বিভোৰতাৰ দুৰ্ব্বাসা-অভিশাপ হৈ! শাস্ত্ৰত কৈছে "সৰ্ব্বম্ অত্যন্ত গৰ্হিতম্।" সকলোৰে অতিমাত্ৰাটো বেয়া।

বহু সময় পাছত মিনতিৰ মনত পৰিল দ্বিতীয়খন চিঠিৰ কথা। ইনলেণ্ড লেটাৰটো খুলিবলৈ লৈছে—হঠাতে কিয় তাইৰ বুকু চমকি উঠিছে? ওপৰৰ ঠিকনাৰ আখৰ কেইটা কাৰোবাৰ অচিন হাতৰ। তাত যেন কিবা কুসংবাদ আছে! টেলিগ্ৰাম পোৱা মানুহৰ অস্থিৰতাৰ দৰে তাইৰ হাত কঁপিছে। ধৈৰ্য্য ধৰি চিঠিখন খুলি ললে।

"মৰমৰ অচিন ভনী"!

মই মহাপাপিনীয়ে আজি আপোনাক এটা নিষ্ঠুৰতম কুসংবাদ দিবলৈ বাধ্য হলোঁ। ক্ষমা কৰিব। শুনিছোঁ মৃণাল দলৈয়ে আপোনাক বিয়া কৰাইছে। এনে এজন পুৰুষ পোৱাটো নাৰীৰ পৰম ভাগ্যৰ কথা। কিন্তু আপোনাৰ দুৰ্ভাগ্য যে সেইজনী ভাগ্যৱতী নাৰী আপুনি নহয়। সেইজনী আছিল বিমলা। আমাৰ ইয়াৰে কৈৱৰ্ত্ত ছোৱালী এজনী। তাই ৰূপত আছিল অপ্সৰী আৰু অন্তৰখনো আছিল বহল, পবিত্ৰ। কিবা কুক্ষণত তাই মৃণালক ভাল পাবলৈ ধৰিলে। সিদিনা দোভাগ নিশা, গোটেই জগত নিদ্ৰা-মগন। নাম-ঘৰৰ

ধিমিকি-ধিমিকি জ্বলি থকা বন্তিৰ পোহৰত মাত্ৰ তিনিটি প্ৰাণী; প্ৰেমিক-প্ৰেমিকা মৃণাল-বিমলা আৰু মই পাপিয়সী সাক্ষীৰূপে। সিহঁত দুয়ো শপত খাই গান্ধৰ্ব্ব বিবাহত বন্দী হৈছিল। কিন্তু বিধাতাৰ নিষ্ঠুৰ বিধান। যেতিয়াই বিমলাই শুনিলে যে, মৃণালে আন ছোৱালী বিয়া কৰালে—তাই আৰু বাচি নেথাকিল। মই তাইক বুজাবলৈ পোৱাৰ আগতে পৰহি নিশা তাই বিহ খাই আত্মহত্যা কৰিলে। কালিৰ "দৈনিক অসম"ত এই শোকাবহ বাৰ্তাৰ প্ৰকাশ হৈছে। কিন্তু জগতত আৰু কোনেও নাজানে, মাত্ৰ মই তাইৰ এই কৰুণ কাহিনী জানো। মৃণালে আজি আপোনাক বিয়া কৰাই সুখী হৈছে। তেওঁ হয়তো এই কথা আজি অস্বীকাৰ কৰিব। কিন্তু মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে এই পাপাগ্নিয়ে মোক জ্বলি-পুৰি মাৰিব।

মোৰ দ্বিতীয়টি পাপ কৰিবৰ ইচ্ছা নাই যে, আপোনালোক দুয়োৰে জীৱন বিষময় কৰোঁ। কিন্তু মনৰ জ্বালাত ৰ'ব নোৱাৰি এই কথা মাত্ৰ আপোনাক জনালোঁ। জগতত যদি আৰু কোনো দ্বিতীয় জনক এই কথা কওঁ তেন্তে সেই দিনা মোৰ জিভা সুলকি পৰিব! শেষত আপোনাৰ ভৰিত ধৰি প্ৰাৰ্থনা কৰিছোঁ যেন এই চিঠি পঢ়া শেষ হলেই পুৰি পেলায় আৰু মৃণালক এই কথা ঘূণাক্ষৰেও জানিব নিদিয়ে। যদি ইয়াৰ অন্যথা হয় তেন্তে এইটো ঠিক জানিব বিমলাৰ দৰে আত্মহত্যা নহলেও তিল-তিলকৈ গোটেই জীৱন দহিব লাগিব। মই মোৰ নামটো ইয়াত নিদিলোঁ। যদি মোৰ কথা জাল আৰু মিথ্যা বুলি ভাবে তেন্তে আপোনাৰো মঙ্গল, মোৰো বিশেষ একো হানি নাই।

ইতি—

"মহাপাপৰ সাক্ষী"

মিনতিৰ উশাহ প্ৰায় বন্ধ হৈ গৈছিল। আধাথিনি নৌ পঢ়োঁতেই তাই আন্ধাৰ আন্ধাৰ দেখিবলৈ ধৰিলে। তাইৰ চকুত যেন দৃষ্টিশক্তি নাই। বৰ জোৰকৈ চকুদুটা তাই মেলি ধৰিলে। তথাপি যেন বহি থাকিবলৈ অপাৰগ—এনে বোধ হ'ল। বিছনাখনে যেন তাইক বহন কৰা নাই; ভৰিৰ তলৰ পৰা মাটিবোৰো যেন আঁতৰি যাবলৈ ধৰিছে। তাই শূণ্যতে ওলমি আছে—এনে ভাব হবলৈ ধৰিলে। শেষত ধাচ্‌কৰে বিছনাতে পৰি গ'ল।

পাছদিনা তাই নৃপেনৰ হতুৱাই চিঠিত উল্লেখ কৰা তাৰিখৰ খবৰৰ কাগজখন অনালে। তাত আছে—"যোৱা নিশা শ্ৰীমতী বিমলা দাস, শ্ৰীভীমা দাসৰ ৰূপৱতী ষোড়শী কন্যাই বিহ খাই আত্মহত্যা কৰাৰ বাতৰি পোৱা গৈছে।· ····

আত্মহত্যাৰ কাৰণ অজ্ঞাত।" মিনতি আৰু থিৰে থাকিব নোৱাৰিলে। তাই আকৌ অজ্ঞান হৈ পৰিল। তাইৰ এনে শক্তি নাই যি শক্তিৰ দ্বাৰা মৃণালৰ ওপৰত হোৱা এই অবিশ্বাসৰ মূলোচ্ছেদ কৰিব পাৰে। যিমানেই সুন্দৰ, যিমানেই পবিত্ৰ ৰূপেত মৃণালক তাই ভাবিবৰ চেষ্টা কৰে সিমানে কুৰূপ, সিমানে কলুষ ছবি এখন আহি তাইৰ সন্মুখত উপস্থিত হয়। "মিনু বুলিলে প্ৰাণত শতবাৰ প্ৰতিধ্বনি উঠে।" নীচ! ভণ্ড! পাপাচাৰী! ইমান প্ৰবঞ্চনা? ইমান আত্মগোপন? এজনী নিষ্পাপ সতীৰ প্ৰাণ হত্যাকাৰী। মৃণালৰ প্ৰতিশ্ৰুতি গভীৰ প্ৰেমৰ ভাষাই মিনতিৰ অন্তৰত দাৰুণ আঘাতৰ সৃষ্টি কৰিবলৈ ধৰিলে। হায় বিধাতা! তোমাৰ কি অনন্ত শক্তি! অলপ আগতে যি বাক্যই প্ৰেমিকাৰ অন্তৰত প্ৰেমৰ পবিত্ৰ জোৱাৰ তুলিছিল সিয়ে আকৌ পিছ মুহূৰ্ত্ততে তীক্ষ্ন বিষ ৰূপে পৰিৱৰ্ত্তিত হ'ল। ক্ষন্তেক আগতে যি চিঠিক শতবাৰ চুম্বন কৰিও প্ৰাণৰ তৃষ্ণা দূৰ কৰিব পৰা নাছিল, সেই চিঠিকে পুনৰ পুৰি ছুঁই নকৰে মানে তাৰ দৃশ্য অসহ্যবোধ হবলৈ ধৰিলে। মিনতিয়ে দুয়োখন চিঠি একেলগে দিয়াছলাই মাৰি পুৰি পেলালে।

এইদৰে কেইবাদিনো অতীত হ'ল। মিনতিয়ে মৃণাললৈ কোনো চিঠি দিয়াৰ ইচ্ছা অনুভৱ নকৰিলে! প্ৰথমে সকলো লিখি তিৰস্কাৰ কৰিম বুলি ভাবিলে। পাছত তাৰ বিষময় ফলৰ কথা ভাবি নিৰস্ত হ'ল। শেষত কোনো চিঠি-পত্ৰ নিদিয়াটোকে ঠিক কৰিলে। কিন্তু এক মুহূৰ্ত্তও দুঃশ্চিন্তাবোৰৰ পৰা তাই হাত সাৰিব নোৱাৰিলে। চেনেহীয়ে ভাত দিয়ে, মিনতিয়ে দুই-এগৰাহ খায়ে হাত ধোৱে। বহু ৰাতিলৈকে উজাগৰে থাকে। পুৱা চকু-মুখ বহি যোৱা দেখি চেনেহীয়ে সোধে কিবা অসুখ হৈছে নেকি বুলি। মিনতিয়ে একো হোৱা নাই বুলি কয়। অন্তৰত জুই থাকিলে পোৰা আলুৰ দৰে মানুহ আপোনা আপুনি টোটোৰা পৰে। মিনতিৰ মুখ শেঁতা, নিস্তেজ হৈ পৰিছে। চেনেহীৰ মনত নানা চিন্তা হ'ল। যেনেকৈ হলেও বোৱাৰীয়েকৰ কিবা আভ্যন্তৰিক বেমাৰ হৈছে; নহলে এই হাজাৰিৰ গাঁঠি যেন মানুহজনী কিয় কপাহৰ দৰে শেঁতা হৈ যাব? এনেতে এদিন স্বৰূপ আপোনা-আপুনি প্ৰকাশ হ'ল।

তাঁতত বহি থাকোতে মিনতি হঠাতে অজ্ঞান হৈ বাগৰি পৰিল। তগৰে কি হ'ল বুলি ভয়ত চিঞৰ মাৰি দিলে। ব্যস্ত হৈ চেনেহী আৰু ওচৰ-চুবুৰীয়া আহি ভাবি পৰিল। কোনোৱে মূৰত পানী ঢালিলে, কোনোৱে তেল দিলে, কোনো-ৰেবা বিচিলে। এইদৰে মিনতিৰ হুঁচ আহে। নানাজনীৰ মুখত নানা বি-বি

বা-বা। এজনীয়ে কৈছে বিৰা, আনজনীয়ে বোলে নহয় তেঁউৰ্ ( Histiria ) বেমাৰ, কোনোৱে আকৌ বোলে নহয় লেঠা, দেৱতাৰ ছিদ্ৰ। নহলে এনেহেন গাভৰুজনীয়ে এনেকুৱাথন কৰিব পায়নে? সেই অনুপাতে নানা জনৰ নানা দিহাত চেনেহীয়ে দিন-ৰাতি ওজা, বেজ, কবিৰাজ বুলি ঘূৰি ফুৰিবলৈ লাগিল।

মৃণালে দ্বিতীয় চিঠি দিলে ; মিনতিৰ উত্তৰ নাই। ভাবিলে, চিঠি কেনেবাকৈ হেৰাব পাৰে ; বিশেষ ছোৱালীৰ নামৰ চিঠি অসৎ প্ৰবৃত্তিৰ মানুহৰ হাতত পৰিলে আৰু আনে নাপায়। গতিকে সি তৃতীয় চিঠি দিলে। এই চিঠি সি ৰেজিষ্ট্ৰাৰ্ড কৰি দিলে। তাত বিশেষ নিলিখি ইয়াকে লিখিলে ঃ

"মিনতি"

মোৰ দুখন চিঠিৰ কোনো উত্তৰ নাপালোঁ। হয়তো চিঠি কিবা স্বৰূপে তোমাৰ হাতত নপৰিবও পাৰে। কিন্তু তথাপি তুমি এনেয়ে এখন মোলৈ চিঠি দিব পাৰিলাহেঁতেন! তোমাৰ প্ৰেম আৰু স্বামীভক্তিৰ প্ৰথম নিদৰ্শন মোৰ পোৱা হৈ গ'ল। এই মোৰ তৃতীয় আৰু শেষ চিঠি! ইয়াৰ পাছত আৰু মোৰ চিঠি আশা নকৰিবা। জীৱনতে নকৰিবা। মোৰ দৰে হতভাগ্যৰ চিঠিৰ তোমাৰ জীৱনত আৰু কোনো প্ৰয়োজন নহ'ব। ইতি—

জগতৰ অৱহেলিত

"মৃণাল"

চিঠিখন পঢ়ি মিনতিৰ মন আজি কুমলিল! হেজাৰ দোষত দোষী হলেও মৃণাল তাইৰ স্বামী। তাইতকৈ মৃণাল বয়সত-সম্মানত ডাঙৰ, অন্ততঃ স্বামী নহলেও। কিন্তু পতি বিনে যে নাৰীৰ গতি নাই! তাইক এখন-দুখনকৈ তিনিখন চিঠি মৃণালে দিলে ; অথচ, তাই কোনো উত্তৰ দিয়া নাই। নহয়— তাইতো জীৱনত এখনো চিঠি স্বামীৰ নামত দিয়া নাই! ছিঃ! কি পাষাণী তাই! তাই যিদৰে চিঠিৰ আশাত চুট্‌ফটাই আছিল ; মৃণালেও নিশ্চয় এখন চিঠিৰ আশাত সদায় উদ্বিগ্ন হৈ থাকে! উঃ, দাৰুণ ভুল। ই গুৰুতৰ অপৰাধ হৈছে তাইৰ। তাই নিশ্চয় আজি উত্তৰ লিখিব আৰু ত্ৰুটীৰ বাবে ক্ষমা বিচাৰিব। তাইৰ চিন্তাৰ সোঁত যেন আজি উভতি বৈছে।

মিনতিয়ে চিঠি লিখিবলৈ বহে। কিন্তু কি লিখিব? নানা কথা তাইৰ মনলৈ আহে। বিশৃঙ্খল ভাব, অসামঞ্জস্য বাক্য কিছুমান কলমত ওলায়। তাই ছিঙি পেলায়। আকৌ নতুনকৈ লিখাৰ আৰম্ভ কৰে। আকৌ ফালে। এইদৰে বহুত চেষ্টা কৰি এখন চিঠি লিখি উলিয়ালে।

"স্বামী গুৰু।"

প্ৰথমে মোৰ সেৱা ল'ব। দ্বিতীয়তে ত্ৰুটী মাৰ্জ্জনা কৰে যেন। মই আপোনাৰ তিনিওখন চিঠিকে পাইছোঁ। উত্তৰহে দিব পৰা নাছিলোঁ। বিধাতাৰ ইচ্ছাত আপোনাক মই স্বামীৰূপে পাইছোঁ। আপুনিও মোক স্ত্ৰীৰূপে গ্ৰহণ কৰিছে। ইহজনমত এইভাবেই যাতে আমাৰ দিন যায় তাকে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ। আমাৰ ঘৰত সকলোৰে একপ্ৰকাৰ মঙ্গল। আপোনাৰ কুশল কামনা কৰোঁ। মই আপোনাৰ ইচ্ছামতেই কাম-বন কৰি খাই-লই আছোঁ। শাহু আইৰ ভাল। শেষত আন্তৰিক প্ৰণাম জনাই সামৰণি মাৰিলোঁ। বিশেষ নাই। ইতি—

আপোনাৰ—
"মিনতি"

পিছদিনাৰ ডাকত চিঠিখন পঠাই দিয়া হ'ল, মৃণালে চিঠি পালে। প্ৰায় এমাহৰ অন্তত সি এখন চিঠি পালে; ই নিশ্চয় তাৰ ৰেজিষ্ট্ৰাৰ্ড কৰা চিঠিৰ গুণ। তাৰ প্ৰেমৰ পাত্ৰীয়ে প্ৰথম চিঠি দিছে। আনন্দত, সি মিনতিৰ ওপৰত কৰা সকলো খং-অভিমান পাহৰি গ'ল। অধৈৰ্য্য ভাবেই খামটো সি খুলি চায়। সি ভাবে, নিশ্চয় কেবাখিলাও পাতত তাৰ প্ৰিয়তমাই গুপুত মৰম-স্নেহ ঢালি দিছে; তাৰ সকলোবোৰ চিঠিৰ উত্তৰ দিছে। কিন্তু যেই দেখে মাত্ৰ সামান্য এখিলা পাতো ভৰাই লিখা নাই—নিৰাশাত তাৰ মন মৰি যোৱা যেন হয়। এটা উশাহতে সমস্ত চিঠিখন সি পঢ়ি শেষ কৰে। অতিশয় নীৰস, নিষ্প্ৰাণ এই চিঠি। ইউক্লিডৰ জ্যামিতি পঢ়িও এটা আনন্দ আছে; কিন্তু মিনতিৰ এই প্ৰেম-পত্ৰই মৃণালৰ অন্তৰত একো ৰসৰ সৃষ্টি নকৰে। সি কেইবাবাৰো পঢ়ি চায় কিন্তু একোতে যেন তাৰ মনে তৃপ্তি নাপায়। শেষত তিক্ত অৱসাদেৰে টেবিলৰ কাষলৈ চিঠিখন দলিয়াই পথিয়ায়। একোতে মৃণালৰ শান্তি নাই। ইমান দিনে এটা আশা আছিল যে সি অন্ততঃ আনন্দৰ বস্তু এটা পাব। কিন্তু আজি সেই আশাও দূৰ হ'ল। অশেষ ধৈৰ্য্যেৰে সি তাৰ পাঠ্যৰ মাজত শান্তি লাভ কৰিবলৈ চেষ্টা কৰে। সি পঢ়ে শ্বেলী, পঢ়ে ব্ৰাউনিং।

ইফালে বিন্দুৱে কেইবাদিনো মনৰ দাৰুণ যন্ত্ৰণাত ভুগি শেষত এইবুলি স্বস্তিৰ নিশ্বাস পেলালে: "বেচ্! স্পৰ্দ্ধিত পুৰুষ! চাম, তহঁতৰ সুখৰ সপোন ভাগেনে নাভাগে। এক নাৰীক পদদলিত কৰি অন্য একক গৌৰৱ-মণ্ডিতা কৰাৰ কি দাৰুণ প্ৰতিফল, এইবাৰ বুজিব পাৰিবি।"

যিদিনা মৃণাল বিন্দুৰ ওচৰত অপমানিত হৈ আহিল সেইদিনাৰ পৰা আৰু সেইমুখে কেতিয়াও খোজ নলয় বুলি প্ৰতিজ্ঞা কৰিলে। এনেকি পাব লগা টকা ত্ৰিশটাৰ কথাও সি মনৰ পৰা বাদ দিলে। কিন্তু টকাৰ সমস্যা সমাধান কৰিবলৈ সি উপায় নাপায়। শেষত তাৰ এশ টকাত কিনা হাত ঘড়ীটোকে মাত্ৰ পয়সত্তৰ টকাত বিক্ৰী কৰিলে। এই টকাৰ পৰা টকা যাঠিটা সি মণি-অৰ্ডাৰ কৰিলে। এনেতে সি চিঠি পায় নৃপেনৰ পৰা। তাত লিখিছে, বৌৱেকৰ কিবা অসুখ, মাজে মাজে মূৰ্চ্ছা যায়। মানুহজনী শুকাই-খীণাই গৈছে। ডাক্তাৰ-কবিৰাজ, বেজ-গিয়ানি লগোৱা হৈছে। কিন্তু কোনেও বেমাৰ ধৰিব পৰা নাই।

মৃণালৰ বুকু চমকি গ'ল। "সিদিনা মাত্ৰ এৰি আহিছো সুঠাম-শুৱনী ছোৱালীজনী; আজি এই চিঠি! কিন্তু মিনতিয়ে বাৰু কিয় নিলিখিলে তাইৰ অসুখৰ কথা? ই কি ধৰণৰ ব্যৱহাৰ! মই জানো পৰ? সুখ-দুখ, আপদ-বিপদৰ কথা জনোবাতো তেওঁৰ জানো কৰ্ত্তব্য নহয়?"—মৃণালে কোনো প্ৰশ্নৰ সঠিক উত্তৰ বিচাৰি নাপায়! 'দুৰ্ভাগ্য! নিজৰেই দুৰ্ভাগ্য!' সি নিজে নিজে ধিক্কৃত হয়। মিনতিয়ে তাক আপোন বুলি, প্ৰিয়জন বুলি ভাবিব পৰা নাই; ই তাইৰ দোষ নহয়—তাৰ নিজৰ দোষ! হয়তো সি তেনে কোনো বিশ্বাস বা নিৰ্ভৰতা তাইক দিব পৰা নাই,—যি কাৰণে মিনতিয়ে তাৰ পৰা কিবা সুবিধা বা ব্যৱস্থা হ'ব পাৰে বুলি ভাবিব পাৰে। সি আকৌ চিঠিখন পঢ়ে; কিজানি নৃপেনৰ চিঠি নহয়েৰা! কিন্তু নৃপেনৰ হস্তাক্ষৰ তাৰ বেচ চিনাকি। দীঘল হুমুনিয়াহ এটা কাঢ়ি সি বিছানাত শুই পৰে।

চিন্তা ব্যাধিয়ে মৃণালকো পাৰি ললে। মুহূৰ্ত্তে মুহূৰ্ত্তে নানা খেলি-মেলি চিন্তাবোৰ তাৰ মনলৈ আহিবলৈ ধৰিলে। এবাৰ ভাবে সি ঘৰলৈ যাব। পিছমুহূৰ্ত্ততে তাৰ অভিমানী মন জাগ্ৰত হৈ উঠে। সি নাযায়! কিহৰ বাবে সি ইমান চঞ্চল হ'ব? যাৰ মনৰ কথা, এনেকি টান অসুখ এটাৰ কথাও জানিবলৈ সি অধিকাৰ নাপালে, তেনেজনৰ বাবে সি বলিয়া হৈ লৰি ফুৰিব? সি বজ্ৰৰ দৰে মন দৃঢ় কৰিবলৈ বিচাৰে। কিন্তু ওপৰত তাপ পালে সুকঠিন বৰফৰ

পাহাৰো লাহে লাহে গলি পানী হৈ যোৱাৰ দৰে তাৰ দুৰ্বেন্ধ মন আকৌ কমলি গৈ মিনতিৰ প্ৰতি মৰমত ভাৰি পৰে। অগ্নি-সাক্ষী কৰি সি মিনতিক পত্নীৰূপে গ্ৰহণ কৰিছে। হোমৰ পবিত্ৰ গোন্ধ তাৰ নাকত এতিয়াও লাগি আছে, কাণত সেই মধুৰ বেদ-মন্ত্ৰ এতিয়াও ধ্বনিত হৈ আছে। মিনতিক কেনেকৈ এৰিব, সাধাৰণ দোষ এটাতে? যদি অজ্ঞতা আৰু দৈহিক অৱসাদৰ বাবে মিনতিৰ এই ভুল হৈ থাকে তেন্তে তাই ক্ষমাৰ পাত্ৰী। মৃণালে ঘৰলৈ যোৱাটোকে ঠিক কৰে।

পিছদিনা আকৌ নৃপেনৰ চিঠি।—"আইৰো যোৱা নিশাৰ পৰা জ্বৰ। আমাৰ হাতত টকা-পইচাও নাই। আপুনি পাৰিলে নিজে আহি আমাক কিবা ব্যৱস্থা দি যাওক। নহলে বৰ নিৰুপায় হৈছোঁ।" মৃণাল আৰু এক মুহূৰ্ত্তও যেন ব'ব নোৱাৰে। সি যেন উৰি গৈ ঘৰত পৰিব। এখন পোন্ধৰ দিনৰ ছুটীৰ দৰ্খাস্ত কৰি সি ৰাওনা হ'ল।

"ঘৰ্ ঘৰ্ ঘৰ্—যাৱনে থাক?" ট্ৰেইনখনে তাল-মান ৰাখি শব্দ কৰি যাবলৈ ধৰিলে। তৃতীয় শ্ৰেণীৰ ডবাটোৰ এটা কোণত চেপেটা হৈ কোনোমতে থিয় দি মৃণাল যাবলৈ ধৰিলে। মানুহৰ চিঞৰ-বাখৰ, দুৰ্গন্ধৰ বাবে যেন পৃথিৱীৰ আন একো কথাই মনলৈ নাহে। তথাপি মৃণালে ভাবে মাকৰ কথা, তাৰ মৰমৰ পত্নীৰ কথা। মনত উদ্বিগ্নতা—কেতিয়ানো ঘৰটো গৈ পায়। এনেতে তাৰ কাণত পৰে ৰেলখনে "গৈ থাক গৈ থাক" শব্দ কৰি তীব্ৰ গতিত লৰ ধৰিছে। তাৰ মনটো ভাল লাগে।

গাঁও খনৰ যেতিয়া সীমাত আহি মৃণালে ভৰি দিলে তাৰ মনত এটা ভীতিৰ চঞ্চলতা—কিজানি কোনে কি সংবাদ দিয়ে? 'কিন্তু নৃপেনে চিঠিৰেহে জনাইছে। অসুখ গুৰুতৰ নহয় নিশ্চয়?'—মনটোক নিজে প্ৰবোধ দি সি গৈ থাকে। নগুলামুখ পাই আকৌ তাৰ বুকুখন ধপ্-ধপাই উঠে—কিজানি কি দৃশ্য সি দেখিবলৈ পায়। ঘৰখনৰ নীৰৱতাটো তাৰ পক্ষে বৰ ভয় লগা বস্তু। একে কোবেৰে গৈ সি দুৱাৰমুখ পায়।

"আই, মই আহিছোঁ।"—আশ্বাস-ব্যঞ্জক তাৰ কণ্ঠস্বৰ। মজিয়াতে হাতৰ পথুৰ চুট্‌কেচ্‌টো থৈ সি মাকৰ বিছনাৰ কাষ পায়।

"অ'! তই আহিলিয়ে?······ বাৰু, ভালেই কৰিলি!" চেনেহীয়ে মাজত কিছুমান কথা উহ্য ৰাখি কয়। মৃণালে বুজিলে, মাকে নিজৰ অসুখৰ বাবে সি অহাটো ইচ্ছা কৰা নাছিল; কিন্তু মিনতিৰ বাবে অহাটো ভাল হৈছে—

ইয়াকে ইঙ্গিত কৰিছে।

মিনতিয়ে শাহুৱেকৰ ভৰিত তেল মালিচ কৰি দি আছিল। মৃণালৰ উপস্থিতিৰ উমান পাই বহাৰ পৰা উঠি একাষত থিয় হৈ ৰ'ল। কিন্তু চকু মাটিৰ ফালে। মাকৰ দৃষ্টি এবাৰাই এক মুহূৰ্ত্তৰ কাৰণে মৃণালে মিনতিৰ সমস্ত শৰীৰ ৰূপটো এবাৰ চাই ললে। তাৰ পাছত মিনতিৰ আধৰুৱা কামখিনিৰ দায়িত্ব নিজে সমূজি ললে।

"জ্বৰ কেতিয়াৰ পৰা হ'ল আই ?" ভৰি দুখন টিপি টিপি মৃণালে সোধে, —"এতিয়াওতো জ্বৰ ভালেখিনি আছে !"

"বাবু, মোৰ জ্বৰৰ বাবে তই ভয় কৰিব নালাগে। এইদৰে জ্বৰ হৈ থাকে, এৰি থাকে। কিন্তু সোজনীৰ মুখখন চাচোন ; কি হৈ গৈছে ছিৰিটো !" —চেনেহীয়ে বোৱাৰীয়েকৰ ফালে আঙুলিয়ালে। মৃণালে সেইফালে চকু ঘূৰাওঁতেই মিনতি লাহেকৈ আঁতৰি গ'ল।

"এই—এই ৰকম তাইৰ ব্যৱহাৰ। সুধিলেও ভাঙি-ছিঙি নকয়। বেমাৰো বোলে নাই—অথচ শুকাই-খীণাই যায়। সিদিনা আকৌ তাঁতশালতে বাগৰি পৰি তভেই নাছিল।"—মাকৰ কথা আৰু মিনতিৰ ভাৱ-ভঙ্গিবোৰকেই মৃণালে গৱেষণাৰ দৃষ্টিৰে ভাবি যাবলৈ ধৰিলে। মিনতিৰ সম্বন্ধে কিন্তু কোনো প্ৰশ্নকেই সি মাকৰ আগত তুলিব নোৱাৰিলে। মাত্ৰ শান্ত ল'ৰাৰ দৰে শুনি থাকিল।

"অ' বোপা ! তই যা। গা-পা ধুই অলপ খাই লগৈ। মই কিছু আৰাম পাইছোঁ, যা। তোৰ মুখখন শুকাই আহিছে !"—অপত্য স্নেহত মাতৃ হৃদয় ভৰি উঠে। কিন্তু মৃণালৰ ক্ষুধা ক'ত ? সি পেটত কোনো ক্ষুধা-তৃষ্ণা অনুভৱ নকৰে ; অথচ দুদিন নিৰাহাৰে আছে। এফালে তাৰ আৰাধ্যা-জননী শয্যাগতা —আনফালে তাৰ প্ৰিয়তমা পত্নীৰ মৰহা ছবি। ভোক তাৰ লাগিব ক'ৰপৰা ? তথাপি মাকৰ মৰমৰ ধমকনি পাই সি উঠি যায়। মিনতিয়ে পানী দিয়ে। মৃণালে আপত্তি কৰি নিজে গৈ কুঁৱাত গা ধুই আহে। মিনতিৰ এই দেহেৰে পৰিচৰ্য্যা কৰাটো সি নিবিচাৰে।

সন্ধিয়া দৰৱপালী খোৱাৰ পাছত চেনেহীৰ জ্বৰ কিছু সাম কাটিল। নৃপেন-তগৰক আশ্বাস দি মৃণালে তাৰ শোৱা কোঠাত সোমায়। "ৰাতি যদি জ্বৰ বেছিকৈ আহে বা কিবা দৰ্কাৰ বোধ কৰ তেন্তে মোক মাত লগাবি !" নৃপেনে মৌন ভাবেই ককায়েকৰ এই আদেশ মানি লয়।

মৃণাল একেবাৰে চঞ্চল, উদ্‌ভ্ৰান্ত হৈ পৰিছে। কৌতিয়ানো মিনতিৰ সাক্ষাৎ কৰাৰ ক্ষণটো আহে তাকে ভাবি উদ্বিগ্ন হৈ পৰিছে। তাৰ কোঠাত আহি সি অধৈৰ্য্যভাৱে মিনতিক সাৱটি ধৰে।

“ইমান ক্ষীণাই গৈছা—কি হৈছে তোমাৰ মিনু?” আৰ্দ্ৰ কণ্ঠে স্বামীয়ে ৰুগ্না ভাৰ্য্যাৰ পিঠিত হাত বুলাই-বুলাই সোধে। মিনতিৰ মনত ভাবৰ তোলপাৰ। কি ক'ব, কি নক'ব তাই! বেনামী চিঠিৰ মৃণাল জনৰ কথা তাইৰ মনত পৰিছে। আৰু বুকুৰ তপত মৰমেৰে আকোৱালি ধৰা তাইৰ স্বামী জনকো অনুভৱ কৰিছে। এটা ভাবে তাইক হিম যেন চেঁচা কৰি নিব খোজে আকৌ আনটো মিঠা-মৰমে তাইক গলাই-পমাই নাইকিয়া কৰি দিব খোজে। দুটা উৎকট্‌ বিৰুদ্ধ ভাবৰ দাৰুণ খুন্দা। কিন্তু তাইৰ কোমল এখানি হিয়া। একোকে উপায় নাপাই তাই ফেঁকুৰি-ফেঁকুৰি কান্দিবলৈ ধৰিলে। কিন্তু ই ৰুদ্ধ উচুপনি—যাক তাইৰ এটা বিচাৰক মনে বাধা দিবলৈও চেষ্টা কৰিছে।

“ই কি? মিনু, তুমি কান্দিছা? ছিঃ—কি যে অবুজন শিশুৰ দৰে তোমাৰ স্বভাৱ!” চাদৰৰ আঁচলেৰে চকুপানীবোৰ মচি মচি মৃণালে নিজে নিজে খেদ কৰিবলৈ ধৰিলে। “চিঠিতো নিদিয়াই—আৰু মুখেৰেও এষাৰ কথা ক'বলৈ ইচ্ছা নকৰা। কোৱা, তোমাৰ কি অসুখ হৈছে? কি কাৰণে স্বাস্থ্যটো মাটি হৈ গৈছে?” অনুযোগৰ সুৰত মৃণালে কৈ মিনতিৰ চকুলৈ চায়।

“একো নাই হোৱা। এনেয়ে হয়তো অলপ ক্ষীণাইছোঁ।”

“একো হোৱা নাই? মানুহ এনেয়ে ক্ষীণায় নেকি? বেচ্‌ ছলনা কৰিবলৈ শিকিছাতো! কিন্তু মোক কিয়? মই জানো তোমাৰ কোনো নহয়?”

“ছলনা-বিদ্যা মই শিকা নাই। আপুনি মোৰ গৰাকী। আপোনাক মই কেনেকৈ ছলনা কৰিম?”

“তেন্তে গৰাকীৰ অধিকাৰ দিছা যদি সুখ-দুখৰ কথা জানিবৰ কিয় অধিকাৰ দিয়া নাই?”

“কৰ্ত্তৃত্ব যেতিয়াই পালে পাবলগীয়া দেখোন সকলো আদায় কৰি ললেই হ'ল। মই দিয়া-নিদিয়াৰ তাত কি প্ৰশ্ন আছে?”

মিনতিয়ে তৰ্ক কৰিছে! এইজনী মিনতিতো ডেৰমাহ আগৰ মিনতি নহয়! মৃণাল বৰ ক্ষুণ্ণ হ'ল। “তেন্তে মোৰ ওপৰত কিবা দাৰুণ অভিযোগ আছে মিনতিৰ”—মৃণালে চিন্তা কৰিবলৈ ধৰিলে। মিনতিৰ গাৰ পৰা তাৰ হাত আপোনা-আপুনি খহি পৰে। অৱশভাৱে সি বিছনাত বহি পৰে। মিনতিৰ

'ভেতিয়াহে হ্যঁচ আছে যে তাই কিবা অন্যায় কথা কৈ পেলালে। কিন্তু কি কথাৰ পৰা কি ওলাল, তাই অঁত বিচাৰিও উলিয়াব নোৱাৰে। স্মৃতি শক্তি তাইৰ অতি দুৰ্ব্বল হৈ পৰিছিল। গতিকে এনেয়ে মৃণালৰ গুৰিত বহি কিবা এটা কোৱাৰ চেষ্টা কৰে।

"নাই, মোৰ একো হোৱা নাই। কঠোৰ কৰ্ত্তব্য পালোতে হয়তো স্বাস্থ্যৰ অৱনতি ঘটিছে। সেইটো কি কথা!"—শুকান কৃত্ৰিম হাঁহি এটা তাই মুখলৈ টানি আনে।

"এইয়া কিহৰ হাঁহি? এয়াতো মিনতিৰ হাঁহি নহয়।"—তন্ময় হৈ সি ভাবে। মিনতিলৈ তাৰ ভয় হবলৈ ধৰে। "কঠোৰ কৰ্ত্তব্য!"—মৃণালে ফুটাই কয়।

"কিয়, আপুনিয়ে কৈছিল নহয়—কৰ্ত্তব্য বৰ কঠোৰ বস্তু। ইয়াক পালন কৰোঁতে মানুহ শিলৰ দৰে কঠোৰ হৈ পৰিব লাগে।" মিনতিয়ে ভাবে, স্বামীয়ে যি অন্যায় কামকে নকৰক পত্নীয়ে কিন্তু নিজৰ কৰ্ত্তব্য কৰি যাব লাগিব। গতিকে মৃণালৰ কোনো দোষৰ কথা তাই প্ৰকাশ নকৰি স্ত্ৰী-ধৰ্ম্ম পালন কৰি যোৱা উচিত। এই কাম যিমানেই কঠোৰ নহওক, ন্যায়তঃ তাই তাকেই কৰিবই লাগিব। লগে লগে তাই আৰু ভাবে যে মৃণালে প্ৰণয়ৰ পাতনিতে এই সঙ্কেত বাক্য প্ৰয়োগ কৰাৰ নিশ্চয় এয়ে উদ্দেশ্য আছিল। গতিকে বৰ্ত্তমান সেই বাক্য-টোকে বক্ৰোক্তি কৰি তাই ক'লে।

"শিলৰ দৰে কঠোৰ হ'ব লাগে। কিন্তু মিনতিয়ে এনে কি টান কাম কৰিব লগা হৈছে—যিহৰ বাবে নিপোটল দেহা জৰী যেন হৈ গ'ল?"—মৃণালে নীৰৱ হৈ তাকেই ভাবিবলৈ ধৰিলে। তেন্তে ঘৰুৱা কামৰ হেঁচা? কিন্তু সিমান টান কাম কি আছে? শুনিছিলোঁ ঘৰতো কাম-কাজ কৰিছিল। নহ'লে খাদ্যাভাৱ? সেইটো হলে অৱশ্যে হ'ব পাৰে। আমাৰ খোৱা নিতান্ত সাধাৰণ খাপৰ। কিন্তু সেইবুলি ইমান পৰিৱৰ্ত্তন সোনকালে হ'ব নোৱাৰে। হয়তো তাৰ লগতে মানসিক চিন্তাও কৰি থাকে—মই লগত নিনিয়াৰ বাবে। এই আটাইবোৰে লগ হৈ মিনতিক পীড়া কৰিলে কৰিব পাৰে।"—মৃণালে সৰল-ভাৱে ইয়াকে ভাবি উলিয়ায়।

"মই বুজিছোঁ, তুমি কাম-বনত বৰ খাটিব লগা হৈছে আৰু খোৱা-লোৱাতো যথেষ্ট কষ্ট পাইছা। কিন্তু সেইবুলি জানো মিনু, মনৰ বলটো ইমান সোনকালে হেৰুৱাই পেলাব লাগে?"—বেচেৰাই মৰমেৰে মিনতিৰ মুৰত হাত

বুলাই দিয়ে। মিনতিয়ে ভাবে—"হায়! সৰ্ব্বনাশী অজ্ঞাত লেখিকা! তই যদি মোৰ স্বামীৰ গোপন চৰিত্ৰৰ কথা মোক নজনালিহেঁতেন? তেন্তে মই কিজানি পৰম সুখী হ'ব পাৰিলোহেঁতেন! আজি পতিৰ এই ব্যৱহাৰত কোনে বুজিব পাৰে যে তেওঁৰ অন্তৰত কিবা পাপ-কপটতা আছে? দেখিছোঁ, জ্ঞানে মানুহক দগ্ধ কৰিব পাৰে আৰু বহুত অজ্ঞতাইও মানুহক শান্তিত ৰাখে।" মিনতিৰ এই স্বগত খেদোক্তিত নিয়তিয়ে অলক্ষিতে হাঁহি উঠে, "হায় মূঢ়ানাৰী, তই যাক জ্ঞান বুলি ভাবিছ সিয়েই অজ্ঞতা। অজ্ঞতাইহে মানুহক দুখ-আন্ধাৰৰ ফালে লৈ যায়।"

মিনতিয়ে কোনো এষাৰ কথাৰ পোনপটীয়া উত্তৰ দিব নোৱাৰে। সকলো কথা কওঁতে তাই যথেষ্ট সময় লয়—কিবা ভাবে। সন্দেহ, আশংকা, দ্বিধা ভাবেৰে তাইৰ অন্তৰ ভৰি গৈছে। তাই মৃণালক চায় পৰীক্ষাৰ দৃষ্টি-ভঙ্গিৰে। স্বাভাৱিক আকৰ্ষণ, আবেগ-অনুৰাগ, স্বতঃ-স্ফূৰ্ত্ত ভাব এতিয়া তাইৰ নাই। তাই যেন থিয়েটাৰৰ নায়িকা! নায়ক-নায়িকাই থিয়েটাৰত আলিঙ্গন কৰে কিন্তু তাত স্ত্ৰী-পুৰুষৰ গভীৰ প্ৰেমোচ্ছ্বাস নাথাকে। এজনে ভাবে মই মতাৰ ভাও লৈছো, আনজনে ভাবে মই মাইকীৰ হাৱ-ভাৱ দেখুৱাব লাগিব। মৃণালৰো মনত এনেহে লাগিল যেন মিনতিয়ে তাৰ লগত অভিনয়হে কৰিছে। কোৱা কথাবোৰত কোনো প্ৰাণ নাই—আঁৰ-কাপোৰৰ সিফালৰ পৰা প্ৰম্প্টাৰৰ কথা শুনি কোৱাৰ দৰে কয়। হাঁহিটোও ঠিক ভাৱৰীয়াৰ দৰে হাঁহি। পৰশত যেন নিশ্চেষ্ট প্ৰতিমা এখনি। মৃণালৰ কলিজাটো যেন শুকাই আহিল। অনেক ৰাতিলৈ সি মিনতিৰ ভিতৰৰ মানুহজনীকে মনন, অধ্যয়ন, পৰ্য্যবেক্ষণ কৰি চালে। শেষত তাৰ মিনতিক বুজাৰ সকলো চেষ্টা ব্যৰ্থ হৈ যায়।

"তেন্তে কি মিনতিয়ে মোক ভালপাব পৰা নাই?"—ভাবিবলৈ বেয়া লাগিলেও সি বাধ্য হৈ ভাবে। মিনতিৰ লগত তাৰ আগৰ কোনো পৰিচয় নাছিল। মিনতিৰ মন নুবুজাকৈয়ে সি বিয়া কৰাইছে। "তেনেহ'লে মিনতিয়ে আন কাৰোবাক........।"—মৃণালে এইকথা ভাবি আঘাত পাবলৈ ধৰিলে। যদি সেইটোৱেই হয়, মিনতিয়েতো এই বিয়াত আপত্তি তুলিব পাৰিলেহেঁতেন! তাইতো লিখা-পঢ়া জনা 'ফ'ৰৱাৰ্ড' ছোৱালী। ঘৰখনো সিহঁতৰ আগবঢ়া। মৃণালে মিনতিৰ লগত হোৱা তাৰ সূক্ষ্মাতিসূক্ষ্ম কথাবোৰ চিন্তা কৰি চাবলৈ ধৰিলে। বিয়াৰ প্ৰসঙ্গ ওলাওঁতে এদিন মিনতিয়ে কৈছিল, কোনো এজন ডাক্তৰ হেনো তাইৰ প্ৰণয়প্ৰাৰ্থী আছিল। কিন্তু কিয় বা কি কাৰণত তাৰ

লগত মিনতিৰ বিয়া নহ'ল,—মৃণালৰ একেবাৰে স্মৰণ নহ'ল। বহুত চেষ্টা কৰিও সি কাৰণটোৰ কথা ভাবি উলিয়াব নোৱাৰিলে। "কিজানি মিনতিয়ে মনে মনে তাকেই ভাল পাইছিল ? নাইবা সি নহলেও অন্য কোনো-বাও থাকিব পাৰে।"—এই কথাবোৰ মৃণালে যিমানে ভাবে, সিমানে সি যেন মিনতিক বুজিব পাৰিছে তাৰ এনেকুৱা ধাৰণা হয়। এইবোৰ আৰু মিনতিৰ কাৰ্য্য-কলাপৰ মাজত বেচ্ মিল হৈ পৰে। মৃণালে আকাশ-পাতাল ভাবে। তাৰ মূৰ যেন ঘূৰি যায়। তেন্তে অৱশেষত এইখন কুঠাৰৰ ঘাও সি সহ্য কৰিব লাগিব !—বেচাৰাৰ দুচকুৰেদি পানী বাগৰি আছে।

হাঁয় বিধাতা ! নৱ-পৰিণয়াভিসিক্ত তৰুণ দম্পতি অঙ্গাঙ্গীকৈ শয়ন কৰিছে। কিন্তু মনৰ মাজত হিমালয়ৰ দৰে ব্যৱধান কিয় ? ই তোমাৰ কেনে সুবিচাৰ !!

মিনতিৰ ককায়েক পৰাগে শ্বিলঙৰ চেক্রেটৰীয়েটত কাম কৰে। তেওঁ তাতে ঘৰ-বাৰী কৰি পৰিয়াল লৈ আছে। পৰাগে ভনীয়েকৰ এনে অসুখৰ খবৰ পাই অতিশয় দুখিত হ'ল। মৃণাল যে স্বচ্ছল অৱস্থাৰ মানুহ নহয়, তেওঁ জানে। কিন্তু অৱস্থাৰ কথা বাদ দিও সহোদৰ ভাই হিচাবে ভনীয়েকৰ প্রতি কিবা এটা সহানুভূতি দেখুৱাটো তেওঁৰ কর্ত্তব্য বুলি ভাবিলে। গতিকে তেওঁ বিভূতি বৰুৱালৈ এখন চিঠি লিখিলে।

বিভূতি পৰাগহঁতৰ গাৱঁৰে ল'ৰা আৰু বাল্য-বন্ধু। তিনিবাৰ মেডিকেল কলেজত ফেল মাৰি বিভূতি একপ্রকাৰ হতাশ হৈয়ে পৰিছে। কিন্তু মানুহে কয়, ডাক্তাৰিত ফেল কৰিলে অভিজ্ঞতা হেনো বাঢ়েহে। অইন স্কুল-কলেজত অৱশ্যে এই সূত্র নাখাটে। গতিকে বিভূতিয়ে ভিতৰত একেবাৰে নিৰাশ যদিও বাহিৰত হলে সেইকণ গৌৰৱ নেৰিছিল। কোনো অসুখ তাৰ চিকিৎসাত যদি ক্রমাৎ বাঢ়িহে যায় সি কয় "মই লোকতকৈ তিনি বছৰ বেছিকৈ পঢ়িছোঁ! ইমান ভয় নাখাবাছোন! কি হয় দেখা যাওক।" যেতিয়া ৰোগী সিপাৰ হৈ যায় লোকে কয়—"বোপাই ঐ! মানুহজন বিভূতিৰ হাতত মৰিল। অইন ডাক্তৰ লগোৱা হলে কিজানি বাচিলহেঁতেন!" এই বিলাকৰ উত্তৰত বিভূতিয়ে মুক্ত কণ্ঠে কৈছিল,— "যাক ধৰিব কালে, তাক কি কৰিব ওজা ভালে। মই—বিভূতিতো ঈশ্বৰ নহয়। বিশেষকৈ একে দিনে কোনে মিস্ত্রি কাম বা দৰ্জ্জিগিৰী কৰিবগৈ পাৰিছে? প্রথমে বহুত কাপোৰ বা কাঠ নষ্ট হ'ব পাৰে। সেইবুলি সেয়া একো লোকচান নহয়। যেতিয়া এক্সপার্ট হৈ পৰিব তেতিয়া সেই লোকচান সুতে-মূলে আদায় হৈয়ো অজস্র লাভ হ'ব। তাৰ হাতত দুই-চাৰিজন ৰোগী মৰিলেও পাছলৈ একেবাৰে নমৰা হোৱাৰ আশা আছে। কিন্তু যাৰ হাতত ৰোগী মৰা নাই, তাৰ হাতত হে ভৱিষ্যতে মৰাৰ সম্পূর্ণ সম্ভাৱনা। মানুহে ভৱিষ্যতটোহে চাব লাগে।"

বিভূতিৰ বয়সো ডেৰ কুৰিৰ দেওনা পাৰ হৈ গৈছিল। বাপেক-মাকে যদি তাৰ বিয়াৰ নাম লয়, সি মাটিতে তিনিকিল মাৰে। কয়,—তাৰ কিবা এটা পৰীক্ষা দিব লগা আছে। বাপেক-মাকে ভাবে 'পৰীক্ষানো আৰু কিমান দিব

—তোৰ আৰু পৰীক্ষা দিয়া শেষ নহয়।' কিন্তু ভয়তে ফুটায়ো ক'ব নোৱাৰি মনে মনে থাকে। তাচ-পাশাৰ আড্ডাত বহিলে বিভূতিয়ে কয়, "হেৰ, বিয়াও কৰায়নে? বিয়াও কৰায়নে? বিয়া কৰোৱা মানে এজনীৰে বোজা কাঢ়িয়াই থকা। গাধৰ দৰে পিঠিআৰু দাঙিব নোৱাৰ। এতিয়া চা, কি সুখত আছোঁ। কিমানৰ আদৰ। কতজনীৰ সাদৰ! ইফালে চাহ, সিফালে ৰসগোল্লা।"—তাৰ কথাৰ ভঙ্গিত আটায়ে গিৰ্জ্জনি মাৰি হাঁহে। এজনে ক'ব, "হেৰ, তহ'তে কি বুজিবি? মিঃ বৰুৱাৰ নিৰোগী পেচে'ট বেছি অৰ্থাৎ "পেছেণ্ট উইডাউট ডিজিজ" অৱশ্যে এই ৰোগীবোৰৰ শতকৰা ৯৯.৯৯৯ ভাগেই লেডী অৰ্থাৎ "আপাজিট জেণ্ডাৰ।" —আকৌ হাঁহিৰ খলকনি। আকৌ এজনে ক'ব, "এৰা, বিভূ ভাই সেইবোৰ পেছেণ্টৰ বাবেই সদায় ইম্পেছেণ্ট।"—আটায়ে হাঁহিত বাগৰি পৰে।

এই বিভূতিকেই পৰাগে অনুৰোধ কৰি লিখিলে যে অন্ততঃ বাল্য বন্ধু বুলি মৰম নাপাহৰি মিনতিৰ অসুখটো সি যত্নেৰে চাব লাগে। তাৰ বাবে পইচা-পাতি যি লাগে দিব, তাৰ উপৰিও ভাল হলে এটা বক্‌চিছো পৰাগেই দিব। গাঁৱলীয়া ঠাইত ভাল ডাক্তৰ সাধাৰণতে পোৱা টান। তদুপৰি প্ৰাথমিক চিকিৎসাৰ বাবে বিভূতি কোনোমতে বেয়া হ'ব নালাগে। বিশেষকৈ চিকিৎসক হিচাবে বিভূতিৰ কোনো সুনাম বা দুৰ্নাম পৰাগৰ জনা নথকাৰ বাবে এই নিৰ্ব্বাচন তেওঁৰ ফালৰ পৰা ঠিকেই হৈছিল।

বিভূতিয়ে এনে ধৰণৰ কলেই(cal) বিচাৰি ফুৰে। লেডীৰ কেচ্ পালে তাৰ দিন-ৰাতিৰ খবৰ নাই; পইচা-পাতিৰ নজৰ নাই। সি হয় তেতিয়া সমাজ-হিতৈষী, ত্যাগী, ধনৰ প্ৰতি উদাসীন, দীনবন্ধু চিকিৎসক। মিনতিৰ প্ৰতি ইয়াৰ বাহিৰেও তাৰ এটা বেলেগ আকৰ্ষণ আছিল। মিনতি তাৰ বন্ধু-ভগ্নী, চিনাকী ছোৱালী। এসময়ত সেইখন ঘৰৰ লগত তাৰ ঘনিষ্ঠতা বহুখিনি আগবাঢ়ি গৈছিল। শেষত মিনতিক বোৱাৰী কৰিবলৈ তাৰ মাক-বাপেকে প্ৰস্তাৱো দিছিল। বিয়াৰ প্ৰস্তাৱ শুনাৰ পাছত মিনতিৰ মনত কেনে লাগিছিল নেজানো; কিন্তু আগৰ দৰে বিভূতিৰ লগত মুকলি ভাবে মাত-বোল কৰা, ৰং-ৰগৰ কৰা একেবাৰে বন্ধ হৈ গৈছিল। এনেকি শেষত বিভূতি অহা গম পালে মিনতি মুঠেই আগত নোলাইছিল। ইফালে বিভূতি এই ব্যৱহাৰত বৰ ক্ষুণ্ণ হৈছিল; কিন্তু ফুটাইও ক'ব নোৱাৰিছিল। মিনতিক সি পত্নীৰূপে পাবলৈ বিচাৰিছিল নে নাই ক'ব নোৱাৰে, কিন্তু তাইৰ লগত কথা-বতৰা পতা, কেতিয়াবা কেৰম খেলা আনকি এনেয়ে বাটেৰে গৈ এবাৰ মিনতিক নজৰ কৰি যোৱাটো তাৰ বৰ চখৰ

কথা আছিল। বিয়াৰ প্ৰস্তাৱ দি মাক-বাপেকে তাক সকলোবোৰ সুখৰ পৰা বঞ্চিত কৰা বাবে সি মৰ্ম্মাহত হ'ল আৰু ভিতৰি কিছু বাগান্বিতো হ'ল। সি যি নহওক, তেতিয়াৰ পৰা পৰাগহঁতৰ ঘৰলৈ যোৱা বন্ধ কৰি বন্ধুহঁতৰ ঘৰলৈয়ে তাৰ ভবি বেছিকৈ চলিবলৈ ধৰিলে। লাহে লাহে মিনতিৰ কথা সি পাহৰিলে। এদিন মাকে তাৰ ওচৰত মিনতিৰ বিয়াৰ কথা উলিয়ালত সি কৈছিল,—"তহঁতে বিয়া বিয়াকৈয়ে মৰিবি। জগতত যেন তাতকৈ ডাঙৰ কাম আৰু একোৱেই নাই।"—এইবুলি চাংকৰে আঁতৰি পলাইছিল।

পৰাগৰ চিঠি পাই বিভূতিৰ বিস্মৃত অতীতৰ কথা আকৌ মনত পৰিবলৈ ধৰিলে। লাহে লাহে তাৰ মিনতিক এবাৰ চোৱাৰ হেঁপাহ প্ৰবল হৈ উঠিল। কেৱলতো চোৱাই নহয়, তাইৰ লগত কথা হ'ব পাৰিব, শৰীৰ পৰীক্ষা কৰিব পাৰিব ইত্যাদি ভাবি সি চঞ্চল হৈ উঠিল। ই যে তাৰ ভীষণ সুযোগ (Great chance)। "হাঁয় ডাক্তৰি! তোৰ অসীম শক্তি! তই নেদেখাক দেখা কৰিব পাৰ, নমতাক মতা কৰিব পাৰ—তই অসাধ্যক সাধ্য কৰ।"—বিভূতিয়ে নিজকে গৌৰৱান্বিত বোধ কৰিবলৈ ধৰিলে। পিছদিনা পুৱাতে সি হেট্-কোট লগাই তাৰ দুচকাৰ বাহনখনত উঠি ঢাপলি মেলিলে।

মিনতিয়ে ঘৰুৱা বাহীবন কৰি অঁতাই তাঁতশালত মহুৰা বটিব ধৰিছে। এনেতে নঙলা মুখত ডাক্তৰক দেখি তাই লৰ মাৰিব ধৰিছিল। কিন্তু কিছুদূৰ গৈয়ে চোতালত মূৰ ঘূৰি বহি পৰিল। মিনতিয়ে আগৰ অভ্যাসত বিভূতিক দেখি ভিতৰ সোমাবৰ চেষ্টা কৰিছিল। তাই পাহৰিয়ে গ'ল ই যে তাইৰ শহুৰেকৰ ঘৰ; তাইৰ এতিয়া বিয়া হৈছে আৰু বিভূতিক দেখি লাজ বা ভয় কৰাৰ কোনো অৰ্থ নাই। কিন্তু কোনো আকস্মিক কাৰণত মানুহৰ পূৰ্ব্ব স্বভাৱ বা সংস্কাৰ হঠাৎ ওলাই পৰে। সি ভালেই হওক বা বেয়াই হওক। মিনতিৰো সেয়ে হ'ল। কিন্তু তাই ৰুগ্না, দুৰ্ব্বল। যেই হঠাতে বহাৰ পৰা উঠি চোঁচা ললে—মূৰটো আচন্দ্ৰাই কৰি চকুৰে আন্ধাৰ-মুন্ধাৰ দেখিলে। মিনতি ঘূৰি পৰি যাবলৈ ধৰোঁতেই মৃণালে দাঙি নি বিছনাত থলে আৰু বিশেষ হৈ-চৈ নকৰি মূৰত তেল-পানী দি বিচি দিবলৈ ধৰিলে। মৃণালে এয়ে প্ৰথম দেখিলে মিনতিৰ অসুখটো। কিন্তু তাঁতশালৰ পৰা মিনতি কিয় উধাতু খাই লৰি আহিছিল, সেই কথা সি ভাবিবলৈ ধৰিলে। এনেতে বাহিৰত কোনোবাই চাইকেলৰ বেল দিয়া তাৰ কাণত পৰিল।

"এই নৃপেন! কোন চাচোন। তোৰ কোঠাতে বহিবলৈ দে।"—মৃণালৰ

আদেশ মতে নৃপেনে বাহিৰৰ পৰা ডাক্তৰক নি বহুৱালে। কিছুপৰৰ পাছত নৃপেনে আহি মনে মনে ক'লে—

"ককাইদেউ, ক'ৰবাৰ ডাক্তৰ এজন আহিছে।"

"ডাক্তৰ? কেনেকুৱা? মইতো কোনো ডাক্তৰক মতা নাছিলোঁ!"

"হয়, এজন চুটি-চাপৰকৈ ক'লা চুট্ কৰা মানুহ। ডিঙিত ষ্টেথিস্কোপ্-ডাল আৰু এটা লেডাৰ চুটকেচ্।"

"বাৰু, বাৰু! তই বহিবলৈ দিলিনে?"

"মোৰ ৰুমত বহিছে!"

"ওঁ। তয়ো যাচোন বাৰু, তামোল-চানিও দেগে।"—মৃণালে তাৰ কোঠাৰ দুৱাৰ মুখৰ পৰা নৃপেনক কৈ আকৌ ভিতৰ সোমায়। মিনতিৰ তেতিয়াও জ্ঞান অহা নাই। মৃণালে গুৰিতে বহি এচলু পানী চকুত মাৰি দিলে। চেঁচাপানী জোৰেৰে চকুত পৰাত মিনতিয়ে এবাগৰ সলালে আৰু চকু দুটা মেলিবলৈ চেষ্টা কৰিলে। কপালত হাত ফুৰাই মৃণালে সোধে—

"অলপ ভাল পাইছা?"

"পাইছোঁ কিন্তু . "

"কিন্তু কি মিনু?"—কৌতূহলী হৈ সি সোধে।

"এতিয়াও বিছনাখন যেন ঘূৰি আছে—এনেকুৱা লাগিছে।"

"সেইটো দুৰ্ব্বলতাৰ বাবে হৈছে। তুমি নুঠিবা, শুই থাকা। পাছত ভাল পাবা।" মৃণালৰ ইচ্ছা হয় সুধিবলৈ—মিনতিয়ে কিয় কোবেৰে ঘৰৰ ফালে আহিছিল, কিন্তু মনতে উত্তৰ আহে সেই মানুহজনকে দেখি আহিছিল নেকি? যি কাৰণেই নওহক, মিনতিক সেইবোৰ কথা সোধাৰ কোনো আৱশ্যক নাই—বিশেষকৈ এনেকুৱা অৱস্থাত। মৃণালে তাইৰ তালুত তেল মালিচ কৰি দিবলৈ ধৰে।

"আৰু নালাগে। মই ভাল পাইছোঁ।"—মৃণালৰ হাতখনত ধৰি তাই কয়।

"তেন্তে অলপ শুই থাকা। নুঠিবা কিন্তু। মানুহ এজন আহিছে বোলে, মই লগ পাই আহোঁ।"—এইবুলি মৃণাল ওলাই যায়।

মিনতিয়ে ভাবে, "ছিঃ! এয়া কি হৈ গ'ল? বিভূতিক দেখিনো মই কিয় আগৰ দৰে পলাব খুজিছিলোঁ? যদি মোৰ স্বামীয়ে এই কথাটো দেখিছে!" তাইৰ বৰ লাজ লাগিবলৈ ধৰিলে। শেষত তাই বুজিলে যে মৃণালে বিভূতিক

দেখা নাই। কাৰণ তেওঁ এই ফালেহে আহিছল। তাকে ভাবি কিছু আশ্বস্ত হ'ল।

মৃণাল যোৱা মাত্ৰেই ডাক্তৰে নমস্কাৰ কৰিলে।

"নমস্কাৰ। আপুনিয়েই মৃণাল দলৈ নহয় জানো ?"

"হয়। ময়েই।" প্ৰতি নমস্কাৰ দি সি কয়।

"মই আহিলোঁ—কালি এখন চিঠি হঠাতে পাই। এইয়া চাওকচোন", জেপৰ পৰা পৰাগৰ চিঠিখন উলিয়াই মৃণালক দিয়ে ; আৰু আপোনা-আপুনিয়েই সি কৈ যাবলৈ ধৰিলে। মৃণালে চিঠিখনি পঢ়ি যাবলৈ ধৰে আৰু মাজে মাজে "হয়", "ও" কৈ বিভূতিৰ কথাৰ হুকাৰো ধৰি গ'ল।

"মোৰ যথেষ্ট পেচেণ্ট তাত আছে। কোনোমতেই এক চেকেণ্ড টাইমো উলিয়াব নোৱাৰোঁ। কিন্তু পৰাগ মোৰ ইন্‌টিমেট্ ফ্ৰেণ্ড। নাহিলেও অফেণ্ডেড্ হ'ব। গতিকে কি কৰা যায় !"—মুখেৰে নানা ভঙ্গি কৰি সি বৰ সমস্যাত পৰা যেন দেখুৱাই কয়।

ইমানপৰে, চিঠি পঢ়ি শেষ কৰি মৃণালে ভাবিছে—পৰাগে ডাক্তৰক পইচা দিব খুজিছে। অৰ্থাৎ এই অচিনাকি ডাক্তৰজনে তাক পুতৌ কৰি চিকিৎসা কৰিবলৈ আহিছে। তাৰ বৰ লাজ লাগিল। সকলোৱে তাক অসমৰ্থ, গৰীব বুলি ভাবে। "কিয় ? কি দৰ্কাৰ ! মইতো কাৰো ওচৰত সহায় ভিক্ষা কৰা নাই ? তেন্তে এই অযাচিত পুতৌৰ আৱশ্যক কি ?" তাৰ অলপ উদ্বেগো আছে। কিন্তু সি তাকো ভাবে,—"নহয় ! ভগ্নী-স্নেহ। পৰাগে সৎ ভাবেই কৰ্তব্য ভাবি কামটো কৰিছে ; মোক অৱমাননা কৰিবলৈ নহয়। মই অৱশ্যে ডাক্তৰক প্ৰাপ্য মূল্য দি নিজৰ সম্মান ৰখা দৰ্কাৰ। তেতিয়াতো পৰাগে মোক বেয়া পাবলৈ নাহে !"

"অ' নৃপেন ! যাছোন চাহ অলপ······" কথা শেষ নৌ হওঁতে নৃপেন গৈ পালে।

ডাক্তৰে মাত্ৰ লেনীয়াই ক'লে—"চাহ নহলেও হ'লহেঁতেন। ৰোগীকহে সোনকালে চাব লাগে। মোৰ সময় বৰ কম।"

মৃণালে ভাবিলে—এওঁৰ সময় নাই কিন্তু আহিছে। আকৌ মই কি চিকিৎসা কৰিছোঁ-নকৰিছোঁ, ৰোগটোনো কি বা বৰ্তমান কেনে আছে—এইবোৰ একো নোসোধাকৈ ৰোগীকহে চায় ! কিজানি মই ভাল ডাক্তৰৰ চিকিৎসাতেই ৰাখিছোঁ—এওঁৰ চিকিৎসা অনাৱশ্যক, এই কথানো তেওঁ কিয় ভবাৰ আৱশ্যক

নেদেখে ? দেখিছোঁ, মানুহটো চঞ্চল। চঞ্চল চিকিৎসকৰ হাতত ৰোগীৰ নিৰাপত্তা প্ৰতি মুহূৰ্ত্তে বিপন্ন। তথাপি আহিছে যেতিয়া চায়ে যাব। মৃণালে তাক ভাবি-কলে,—

"আপুনি বেমাৰীৰ কথা জানে নেকি ?"

"মই·····মই·······ওঁ। মই তেওঁক চিনি পাওঁ।"—অলপ ইতস্ততঃ কৰি সি কয়।

"নহয়। মই বেমাৰৰ খবৰ আৰু বিৱৰণ জনাৰ কথাহে সুধিছোঁ!"—মৃণালে শুধৰাই দিয়াৰ সুৰত কয়।

"অ' হয়। মই বিশেষ নাজানোঁ বুইছেনে ? এনেয়ে অসুখ বুলিহে শুনিছোঁ। এতিয়া আপোনালোকে ভালকৈ ক'ব লাগিব। বেমাৰীয়ে নিজে কলেহে·····।"

"বুজিছোঁ, বেছি ভাল হয়"—বিভূতিৰ অসম্পূৰ্ণ বাক্য পূৰাই মৃণালে কয়, —"সেয়ে হ'ব। বাৰু, আপুনি বহক। মই ব্যৱস্থা কৰোঁ।" মৃণাল উঠি মিনতিৰ ওচৰলৈ কথাটো ক'বলৈ যায়। কিন্তু ইতিমধ্যে মিনতি উঠি গৈ চেনেহীৰ ওচৰত বহি আছে। চেনেহীৰ বৰ্ত্তমান জ্বৰ নাই। পিছ দিনা ভাত দিয়াৰ কথা।

"মিনতি, ডাক্তৰ এজন আহিছে। তোমাক হেনো চাব খোজে।"

"ডাক্তৰে জানো অনুগ্ৰহ কৰি বেমাৰী চাই ফুৰে ? কোনোৱে নমতাকৈয়ে ডাক্তৰ আহি পৰিলনে ?"—মিনতিয়ে উদাসীনভাৱে কথাষাৰ ক'লে। কথাখিনিত দুটা সুৰ মিহলি—এটা ডাক্তৰৰ প্ৰতি বিৰক্তি, যিবোৰে এনেয়ে বেমাৰী বিচাৰি ফুৰে। আনটো মৃণালৰ প্ৰতি অনুযোগ। নিজে ডাক্তৰ বিচৰা নাই অথচ ডাক্তৰ আপোনা-আপুনি আহিছে। মৃণালে দ্বিতীয়টো অৰ্থকেই বুজিলে।

"অনুগ্ৰহ সকলোকে নকৰে। মোৰ দৰে গৰীৱ-হতভগাবোৰক কৰি ফুৰে।" —ক্ষুণ্ণ হোৱাৰ দৰে মৃণালে কয়।

"নহয়! মই কৈছোঁ—ডাক্তৰনো কেলেই আহিছে ? মোৰনো কি হৈছে ?" এনেতে চেনেহীয়ে মিনতিক ধমক দিয়ে,—"তই সেই ডেমাকিটো কেতিয়াও নেৰ দেখিছোঁ। উঃ, তই ইমান অবুজননে মিনি ?"—আৰু কিবা ক'বলৈ গৈ বুঢ়ীয়ে ফোঁপাবলৈ ধৰিলে। মিনতিয়ে অৱস্থা বিষম দেখি বুঢ়ীৰ বুকুৰ ওপৰত থকা বাগথনৰ ওপৰত মুৰটো থৈ ক্ষমাৰ সুৰত কয়,—"দহোকুৰি, আপুনি খং নকৰিব আই! মোক চাব বাৰু ডাক্তৰে। কিন্তু·····"

"কিন্তু কি মিনু! অলপ আগতে তুমি বিছনাত অচেতন হৈ পৰি আছিলা। পাহৰিলেই গ'লানে? মোক কিয় মিছাতে জ্বালাতন কৰা?"

"ক্ষমা কৰিব। মই একো আপত্তি নকৰোঁ। আপুনি যেনে ভাল দেখে মই তাকে কৰিম।"—মৃণালক অনুৰোধ কৰি তাই কয়।

"বাৰু, তেন্তে বাহিৰলৈ··· অ' নালাগে, তেওঁক ইয়ালৈকেই মাতোঁ। মৃণাল ওলাই যায়। মিনতিৰ মনলৈ আকৌ দুৰ্ব্বলতা আহে। "কি বা সোধে, কমেই বা কি? আৰু মানুহজনক দেখিও কিবা কিবাখন লাগিব।" ইত্যাদি তাই ভাবি থাকোঁতে ডাক্তৰ আহি ভিতৰ সোমাল।

বিভূতিয়ে সোমায়ে মিনতিৰ ফালে চাই ৰ'ল। মিনতিয়ে লাজত মুখ তোলা নাই। মৃণালে চকীখনত বিভূতিক বাহিবলৈ দিলে। তাৰ কিন্তু সেইফালে খেয়াল নাই। ডাক্তৰৰ সেই চাৱনিত শৰীৰ-তত্ত্বৰ ফালৰ পৰ্য্যবেক্ষণ আছিলনে? নে বহুদিনৰ মুখৰত কোনো বালিকা বন্ধুৰ খীণ, মলিন-বেশ দেখাৰ বেথাৰ চিন? মৃণালে দ্বিতীয়বাৰ কিছু জোৰকৈ কোৱাৰ পাছত বিভূতিয়ে চকীখনত বহি ললে।

"বৰ ক্ষীণ আৰু নিস্তেজ দেখিছোঁ। চাওঁ চকু দুটা—মোৰফালে চোৱাঁচোন।" মিনতিয়ে ক্ষন্তেক চায়। "অ' নহয়! এই দৰেহে"—বিভূতিয়ে নিজেই হাতেৰে চকু দুটা মেলি ধৰি চায়। আকৌ চকীত বহি ভোক, টোপনি, শৌচ আদিৰ প্ৰশ্ন কৰি সি কয়, "এওঁৰ হাৰ্ট চাব লাগিব। So I want to see her in a private room. মাক থকাৰ বাবে ডাক্তৰে অলপ আবুৰ থকা কোঠা লাগে বুলি ইংৰাজীতে কয়। ডাক্তৰী নীতিৰ ফালৰ পৰা মৃণালৰ এই কথাত আপত্তি কৰিব লগা একো নাছিল। কিন্তু মিনতি ভিতৰি বৰ ৰুষ্ট হ'ল। "এনেয়ে দেখিলে নহয়—ই আকৌ কিহৰ বুকু পৰীক্ষা কৰিবলৈ আহিছে?"—বাহিৰত ফুটাই নকলেও মিনতি তীব্ৰ বেগে বাহিৰ ওলাই গ'ল। মৃণালো গৈ শোৱা কোঠাত সোমাল।

"মোক চাব নালাগে বুলি কওক। মই বুকু দেখুৱাব নোৱাৰোঁ।"—খঙেৰে মিনতিয়ে ক'লে।

"কিন্তু 'লাঙ্স্', 'পালচ্' আদি নাচালে কি দৰে ঔষধ দিব?"

"ইস্! ডাক্তৰবোৰ এনেকুৱাই। বুকু-পেট নাচালে সিহঁতে পানীলগাৰো ঔষধ দিব নোৱাৰা হয়।"

"কিন্তু তোমাৰতো পানীলগা নহয়? একো কথা নাই। তুমি শুই থকা

তেওঁ ষ্টেথিস্কোপেৰে চাই যাব।”—মৃণালে কেইবাবাৰো বুজাই-বঢ়াই মিনতিক সৈমান কৰে। লাজত তাই চকুমুদি শুই থাকে।

“বুকুৰ চাদৰখন গুচাই দিয়া।”—ডাক্তৰৰ কথা শুনিও মিনতি নিশ্চেষ্ট হৈ মনে মনে থাকে। মৃণালে চাদৰখন আঁতৰাই দিয়ে। “দুটামান বুতাম খুলি দিয়কচোন।”—মৃণালে সেইমতে কাম কৰিবলৈ ধৰিলে। মিনতিৰ খঙে চুলিৰ আগ পালে—কিন্তু স্বামীৰ কামৰ একো প্ৰতিবাদ কৰিব নোৱাৰিলে। খঙে-লাজে তাইৰ শৰীৰ ঘামি আহিল; মুখ ৰঙা পৰি উঠিল। মৃণালে ষ্টেথিস্কোপডাল ইফালে-সিফালে দিলে; বিভূতিয়ে সেইডাল কাণত লগাই লৈ পিৰিক্-পাৰাক্ কৈ মিনতিৰ বুকুৰ ফালে চাবলৈ ধৰিলে। মৃণালে ষ্টেথি-স্কোপডাল কেনেকৈ দিছিল ক'ব নোৱাৰি কিন্তু বিভূতিয়ে তাত সন্তুষ্ট নহৈ সি নিজে এবাৰ সেইডাল ধৰি লৈ “এই ঠিনিতহে দিব লাগে” বুলি দিয়াৰ চেষ্টা কৰিলে। মিনতিয়ে মিছাকৈয়ে দুখ পোৱাৰ ভাও কৰি “উঃ” বুলি সেইডাল দূৰলৈ আঁতৰাই দিলে আৰু কাপোৰ সম্বৰণ কৰিলে। “থাৰু হৈছে, হৈছে, হৈছে।”—কৈ কৈ তৎমুহূৰ্তে ডাক্তৰ বাহিৰ হ'ল।

বিভূতিয়ে কেইটামান পেটেণ্ট আৰু জুলাপৰ ঔষধ দি কৈ গ'ল যে—বেমাৰ বৰ কম্‌প্লিকেটেড্, অন্ততঃ ২৫টা ইন্‌জেক্‌শ্যন্ দিবই লাগিব। এওঁৰ হাৰ্ট্ বৰ উইক্। কেতিয়া হাৰ্ট্ ফেইল কৰে ঠিক নাই। এইদৰে অন্ততঃ এমাহ চিকিৎসাৰ দৰ্কাৰ।

বিভূতি গ'ল। মৃণালে দহটকীয়া নোটখন জেপত ভৰাই দিলে। বিভূতিয়ে ভদ্ৰতাৰ খাতিৰত কৰা আপত্তি আৰু নুশুনিলে।

বি, এ, পৰীক্ষাৰ দিন চমু চাপিল। মৃণালৰ ছুটিও ৩।৪ দিনহে আছে। এবাৰ ভাবিলে, সি স্কুললৈ গৈ হাজিৰ ( Join ) হৈ সেই-ফালে গুৱাহাটীলৈ আহিব। কিন্তু দেখিলে এনেয়ে অযথা খৰচ। ছুটীৰ বেতনতো তাক নিদিয়েই। গতিকে আৰু ডেৰ মাহৰ ছুটীৰেই সি দৰ্খাস্ত কৰিলে। কিন্তু পইচা? মাকৰ চিকিৎসাৰ বাবে সি কবিৰাজক ভিজিতে সৈতে চল্লিশ টকা দিব লাগে। মিনতিৰ চিকিসাৰ বাবেতো কমেও এক-ডেৰশ টকা হাতত ৰাখিব লাগিব। সিফালে গুৱাহাটীত কলেজ-হোষ্টেলত থকা-খোৱাত তাক আশী-নব্বৈ টকা মাঁহিলি নহলে নচলিব। আৰু খৰচ থাবলৈকোতো মাকৰ হাতত চল্লিশ-পনচল্লিশ টকা দি যোৱা দৰ্কাৰ। ভাবি-চিন্তি মৃণালৰ দুই-তিনি ৰাতি টোপনি হোৱা নাই। গোপন বেদনাই তাৰ শৰীৰৰ তেজ-বল নাইকিয়া কৰি আনিলে। ইফালে তাৰ বিমুখী ভাৰ্য্যাৰ লগত এইবোৰ মনোবেদনাৰ কথা আলোচনাও কৰিব নোৱাৰে। ভাৰ্য্যা তাৰ শয়ন-শয্যাৰ সঙ্গিনীহে। নিজৰ চিন্তাগ্নিত মৃণাল দগ্ধ হবলৈ ধৰিলে। নপেনক লাগে খৰচ, তগৰো পাটগাভৰু! তাইকো কাপোৰ-কানি তেল-চাবোন কম নালাগে। ঘৰৰ প্ৰত্যেক জনেই তাৰ সাহাষ্য, তাৰ ব্যৱস্থালৈ বাট চাই থাকে। তাক আশা কৰিয়েই সিবিলাক নিশ্চিন্ত। কিন্তু টকা কেনেকৈ পাব পাৰি, কি উপায়েৰে চলিলে ঘৰখনৰ খৰচ কম হ'ব ইত্যাদি কথা ভবাৰ আৱশ্যকবোধ কোনেও নকৰে। সি সম্পূৰ্ণ মৃণালৰ একচেতীয়া বেপাৰ। সেই বেপাৰৰ অংশীদাৰ কোনো নাই।

মৃণালে শৰীৰৰ প্ৰতি অত্যন্ত উদাসীন হৈ চলে। সিদিনা লৰালৰিকৈ দোকানলৈ ওলাইছে। চুৰিয়াখন কোনো মতে সলাই, পাঞ্জাৰীটো গাত সুমুৱাই সি ওলাই গৈছে। বাটত বুতাম মাৰিবলৈ চায় যে বুতাম এটাও নাই। ইফালে লৰালৰিৰ কোবত গেঞ্জিটোও পিন্ধি অহা নাই। "বাৰু হ'ব। সদায় গৈ থকা ঠাইহে।"—এইবুলি ভাবি সি গৈ দোকান পালে। দোকানত থকা মানুহবোৰে তালৈ ৰৰকৈ চাইছিল। তাৰ অৱশ্যে সেইফালে ভ্ৰূক্ষেপ নাছিল। এনেতে তাৰ এজন বন্ধুৱে মাত লগালে,—"কিহে! বিয়া কৰাই একেবাৰে উদাসীন ভকতটো হৈ পৰিলা দেখোন।"

"এঃ ভাই নকবা। বাটতহে চাওঁ যে চোলাটোৰ বুতাম নাই। পিছে আছিলোঁ আৰু ক'ত ঘূৰি যাম ?"—মৃণালৰ কথাত আটায়ে হাঁহে।

"বাৰু, বুতাম নাই বুজিলোঁ ; কিন্তু দোকানত চাবোনো নাইনেহে ? নে চুৰিয়াখন ফাটিব বুলি ভয় কৰিছা ?"—এইবাৰ হাঁহিৰ গিৰ্জনি বেছি। মৃণালে চায়, সঁচাকৈয়ে তাৰ ধুতীখন বৰ লেতেৰা হৈ পৰিছে।

"কিনো কৰিবা এতিয়া ? আইৰ জ্বৰ, পৰিয়ালৰো অসুখৰ কথাতো শুনিছাই। মই নানা কামত ঘূৰি, ভাবে-চিন্তাই এইবোৰ কামলৈ নো ক'ত তত্ পাওঁ ?"

মৃণাল ওলাই আহে। দূৰৈৰপৰা তাৰ কাণত পৰে—কোনোৱে কৈছে—"থোৱা, থোৱা। ইফালে বোলে ডাক্তৰ-কবিৰাজো ঢেৰ লগায়। আমি হলে নুবুজোঁ পাই সিহঁতৰ কথাবোৰ।" আকৌ দোকানীৰ কথা তাৰ কাণত পৰে—"এঃ সব মিছা, বিয়াৰ বাকী সোপা দিব লাগিব বুলি এই ভেশ ধৰিছে।"

তাৰ পিছদিনা মৃণালে ঠিক কৰি পেলায় যে এজনী মাত্ৰ গাই ৰাখি বাকী সকলোবোৰ গৰু বেচি পেলাব !

"আই ! মই গৰুবোৰ বেচিম, নহলে উপায় নাই।"—মাকৰ অনুমতি বিচাৰি সি কয়। চেনেহীৰ অন্তৰত বৰ দুখ। তাই কোনোমতে গৰুবোৰ বেচিব নিদিয়ে। কিন্তু মৃণালৰ আৰু কোনো উপায় নাই। অগত্যা মাকে মৃণালৰ কথাত সম্মতি দিবলৈ বাধ্য হ'ল। গৰু বিচাৰি মৈমনসিঙীয়াবোৰ পিয়া-পি দি ফুৰে। মৃণালে কেইজনমান মৈমনসিঙীয়া মাতি নিলে। গাই, দমৰা, দামুৰিয়ে মুঠ ৭টা গৰুত তিনশ টকা বেচ ঠিক হ'ল। ক্ৰেতাই গৰু খেদিবলৈ উদ্যত। এনেতে চেনেহী বুঢ়ীৰ ফালে গৰুবোৰে দেদাউৰিয়াই চাবলৈ ধৰিলে। ৰুগ্না বুঢ়ী আৰু থিৰেৰে থাকিব নোৱাৰিলে। তাই গৈ "এইজনী মোৰ ক'লী আই, এইজনী কাজলী আই" বুলি গা-মূৰ পিহি কান্দিবলৈ ধৰিলে। বুঢ়ীক কন্দা দেখি নিমাতী লক্ষ্মীৰো চকুৰ কোণেদি সৰ্-সৰ্‌কৈ পানী বাগৰি আহিল। ই বৰ কৰুণ দৃশ্য। চাই থাকিব নোৱাৰি মৃণাল ভিতৰ সোমাল। বুঢ়ীয়ে ইজনীক সাৱটি চুমা খায় আৰু সেৱা কৰে, সিজনীক সেৱা কৰে। শেষত মৈমনসিঙীয়াহঁতে পঘা লগাই টানি, নেগুৰ পকাই খেদি লৈ গ'ল।

দুই-তিনি দিনলৈ বুঢ়ীৰ পেটলৈ ভাত-পানী নাযায়। তাই কেৱল চকুপানী টোকে আৰু কাৰো লগত একো কথা নকয়। মৃণালৰ গোহালি শূন্য। মাত্ৰ

এজনী গায়ে কৰুণ-স্মৃতি ৰক্ষা কৰি থাকিল।

মৃণালৰ শহুৰেকহঁতে জোৰ কৰিলে যে মিনতিক তালৈকে নি চিকিৎসা কৰে। বিভূতিয়ে কৈছে হেনো তাতে হ'লে তাৰো সুবিধা হয়, নহলে ইমান দূৰলৈ সদায় আহি থাকিব নোৱাৰে। মৃণালে ইফালে গুৱাহাটীলৈ যাব লাগে। মাকৰো শৰীৰ অসুস্থ। এনেতে যদি মিনতিৰ অসুখ টান হয় তেন্তে নৃপেন-তগৰ বৰ জুলুমত পৰিব। বিশেষকৈ মিনতিক যাবলৈ নিদিলে শহুৰেকেও বেয়া পাব। ইফালে মাকৰ ঘৰলৈ যাবলৈ মিনতিৰো যে ভিতৰি বৰ ইচ্ছা। সাতে-পাঁচে ভাবি মৃণালে শহুৰেকৰ মতত হয়ভৰ দিলে। সি মাত্ৰ ক'লে যে, মাকৰ শৰীৰ অলপ টনকিয়াল হয় মানে দুই-চাৰিদিন ৰাখি পাছত মাকৰ অনুমতি লৈ মিনতিক নিব।

মৃণালে শহুৰেকৰ হাতত টকা এশ দিলে মিনতিৰ চিকিৎসাৰ বাবে। শহুৰেকে অনিচ্ছাতো ল'লে। মৃণালে শহুৰেকক আৰু ভিতৰুৱাকৈ অনুৰোধ কৰি ক'লে—"মিনতিয়ে নিজৰ শৰীৰৰ প্ৰতি যত্ন নলয়। ডাক্তৰ-কবিৰাজৰ নাম ৰবকৈ শুনিব নোখোজে। সেইদেখি চিকিৎসাৰ বাবে তেওঁৰ হাতত নিদি আপোনাৰ হাততে টকা দিলোঁ। অলপ জোৰ-জুলুম কৰিও যাতে চিকিৎসা কৰে।"

"ইঃ বোপা! টকানো কি কথা? নিজৰ গাৰ মঙহ। তাইক কেনেকৈ ঈশ্বৰে মুৰ দাঙি চায় সেইটোহে আচল চেষ্টা। তুমি একো নেভাবিবা। নিজৰ কৰ্তব্য মাত্ৰ কৰি যোৱা।"

মৃণাল গৈ গুৱাহাটীৰ 'হোষ্টেলত উঠিল। পৰীক্ষা ওচৰ চাপিছে। ল'ৰাবোৰে দিন-ৰাতি সমানে পঢ়ে। বহুত ল'ৰাই, ৰাতি ভাত খালে পেট গধুৰ হৈ টোপনি ধৰে দেখি চাহ-লোফ্ খাই থাকে আৰু এক-দেড় বজালৈ পঢ়ে। কিছুমানে আকৌ ন বজাতে শুই ঘড়ীত এলাৰ্ম দি থয়। সিফালে দুই বজাৰ পৰা পঢ়া আৰম্ভ কৰে। এক শ্ৰেণীৰ ল'ৰাই আকৌ কিতাপ হাতত লৈয়ে টোপনি মাৰে আৰু হঠাতে সাৰ পাই পঢ়া আৰম্ভ কৰি দিয়ে। মৃণালেও যথাসাধ্য পঢ়াত মনোনিবেশ কৰাৰ চেষ্টা কৰিলে। কিন্তু মাজে মাজে মিনতিৰ শেঁতা মুখ, মাকৰ ৰুগ্ন শৰীৰ আৰু গো-লক্ষীবোৰ বিক্ৰি কৰাৰ দৃশ্য তাৰ চকুৰ আগত ভাঁহি উঠিবলৈ ধৰিলে।

ইফালে চেনেহীয়ে গোহালিৰ ফালে একেবাৰে যাবলৈকে এৰিলে। লগৰ লগৰীবোৰক হেৰুৱাই গাইজনীৰো চকুৰেদি পানী বই থাকে। মিনতিৰ

আজিকালি কোনো কাম-বনলৈ আস্থা নাই। অগত্যা নকৰিলে নহয় দেখি বস্তুৰ দৰে দুই-চাৰিখন কৰে। গোহালিৰ ফালে যায় যদিও বিৰক্তি। গো-জাতী শ্ৰদ্ধাহীনৰ ঘৰত বসতি নকৰে—হিন্দু-শাস্ত্ৰই কয়। এদিন এই গাইজনীও হঠাতে মৰি থাকিল। চেনেহীৰ মুৰত যেন বজ্ৰহে পৰিল! মৃণালে যিদিনা পালে খবৰটো তাৰ আৰু পঢ়া নহ'ল। কিবা এটা বাধা দিব নোৱাৰা শোকে তাক ক্লিষ্ট কৰিবলৈ ধৰিলে।

বি, এ, পৰীক্ষা আৰম্ভ হৈ গ'ল। এফালে চিন্তাৰ বোজা এফালে পঢ়াৰ বোজা কঢ়িয়াই মৃণালে দিন কেইটা তাৰ কেলেণ্ডাৰত কাটি যাবলৈ ধৰিলে।

মিনতি মাকৰ ঘৰলৈ গ'ল। তাত তাইক নিয়মিত মতে ডাক্তৰে ঔষধ-ইন্‌জেক্‌শন্‌ আদি দিবলৈ ধৰিলে। কিন্তু প্ৰকৃত ৰোগ নিৰাকৰণ কৰিব নোৱাৰাত মিনতিৰ শৰীৰ হ'ল বিভূতিৰ পৰীক্ষাগাৰ। জ্বৰৰ মুখত খৰৰ দৰৰ পৰি দিনে দিনে নতুন নতুন উপসৰ্গ বাঢ়িবলৈ ধৰিলে। মাক-বাপেকে সুধিলে সি কয়—এইবোৰ ঔষধৰ ক্ৰিয়া; বেজীৰ প্ৰতিক্ৰিয়া! ভয় কৰিব নালাগে। বেজৰ ওপৰত নিৰ্ভৰশীল অজ্ঞ মানৰ এই দৰে তিল-তিলকৈ মৃত্যুৰ মুখলৈ আগবাঢ়ি যায়। হে জীৱ শ্ৰেষ্ঠ মানুহ! তুমি যদি চিকিৎসা নোলোৱাকৈও কেৱল ভগবানকে নিৰ্ভৰ কৰি চলিব জানিলাহেঁতেন, তেনেহ'লেও কিজানি ইমান বিপদ তোমাৰ নহয়। বিভূতিৰ চিকিৎসাৰ ফল স্বৰূপে মিনতিৰ এটা স্থায়ী পেটৰ বিষ আৰু বুকুৰ পোৰাণি আৰম্ভ হ'ল। তথাপি বিভূতিৰ অবাধ গতি চলিয়ে থাকিল! সি এমাহৰ ম্যাদ দি লৈছে।

বৰুণ মাজে মাজে মাকৰ ঘৰলৈ আহে। তাই মিনতিৰ অসুখৰ খবৰ পাই অহা-যোৱা কৰিবলৈ ধৰিলে। মিনতিৰ দুখ-বেথাৰ ব্যথা হৈ যে তাই আহে এনে নহয়। মিনতিৰ দুৰ্ভাগ্যৰ স্বৰূপটো স্পষ্টকৈ বুজাবলৈ আৰু তাইৰ গৌৰৱ শিঙাটো উচ্চৰবে বজাবলৈ তাই মিনতিৰ তালৈ আহে। মিনতিৰ শৰীৰত দুখ; মনতো শান্তি তাইৰ নোহোৱা হৈছে। এনে অৱস্থাত বিষ ঢালিবলৈ সুযোগ। তপত ফুটছাঁইৰ ওপৰত জাবৰ থাকিলে এনেয়ে জ্বলো জ্বলো কৈ থাকে। তাতে বতাহ লাগিলেতো কথাই নাই। মৃণালে যে মিনতিক ভাল নাপায় তাৰ অসংখ্য প্ৰমাণ যেন তাইৰ চকুত পৰে। নীলা চচ্‌মা পিন্ধা মানুহে পৃথিৱীৰ সকলোকে নীলা দেখে। মৃণালৰ উদাসীন ভাব, তাইৰ প্ৰতি অনা-সক্তি, প্ৰথম মিলনৰ দৰে ৰং-ৰগৰ নকৰি মৌন ভাব ধাৰণ আৰু কেৱল কিতাপতে

মুৰ গধূলি থকা আদি কথাই তাইক জুৰালা দিবলৈ ধৰিলে। আত্মা-দোষ নেদেখা মানুহে এইদৰে কেৱল পৰছিদ্ৰ বিচাৰ কৰে। আনৰ অসজ ব্যৱহাৰ নিজৰ হীন ব্যৱহাৰৰেই যে প্ৰতিক্ৰিয়া এই কথাটো বুজিবৰ চেষ্টা নকৰি কেৱল পৰৰদোষ চৰ্চা কৰাটোকে উত্তৰোত্তৰ বঢ়াই নিয়ে। ফলত হৈ পৰে বিশ্ব-নিন্দুক, মহা অসুখী।

কালিলৈ দুখন কাকত দিলে মৃণালৰ পৰীক্ষা শেষ হ'ব। দেহৰ শেষ শক্তি আৰু ধৈৰ্য্যখিনিৰে সি পঢ়াৰ চেষ্টা কৰে। টাউনত মহৰ উৎপাত। মহৰ কামোৰত তত্ নাপাই মৃণাল আঠুৰাৰ তলত সোমাই লয়। কিন্তু গৰম জানো কম? বৃষ্টি-ধৌত পাহাৰৰ চৌদিশে সহস্ৰধা হৈ জলধাৰা নিগৰি পৰাৰ দৰে মৃণালৰ সৰ্ব্বশৰীৰ ঘামেৰে উটি যাবলৈ ধৰিলে।

"মৃণাল দলৈ কোন?" —কোঠাটোৰ দুৱাৰ মুখতে পিয়নটোৱে প্ৰশ্ন কৰে।

"কিয়? কিবা চিঠি-পত্ৰ আছে নেকি?" পঢ়াৰ পৰা ধহ্-মহ্ কৈ উঠি গৈ মৃণাল পিয়নৰ কাষ পায়।

"চিঠি নহয়; এখন টেলিগ্ৰামহে আছে।"—পিয়নৰ হাতৰ পৰা ই আকৌ তোমাৰ কি নতুন পৰীক্ষা প্ৰভু! অবশ অধীৰ চেষ্টা এটাৰে টেলিগ্ৰামখন লৈ মৃণালে খুলি চায়ঃ Mother's Serious Come Sharp—চেনেহীৰ টান অসুখ বুলি নৃপেনে টেলিগ্ৰাম কৰিছে।—মৃণালে শিল পৰা কপৌৰ দৰে নিশ্চেষ্ট হৈ তাৰ টেবিলখনতে মূৰটো থৈ বহি পৰিল। কোঠাটোৰ আন দুজন তাৰ বন্ধু পৰীক্ষাৰ্থীয়ে নানা কথা কৈ মৃণালক বুজাবলৈ ধৰিলে,—"কালিৰ দিনটো মাত্ৰ পৰীক্ষা আছে। আপুনি ধৈৰ্য্য ধৰক। বুজিছে, মিঃ দলৈ! মানুহৰ আপদ-বিপদ, সুখ-দুখ এইদৰে হৈয়ে থাকে। ই একো নতুন কথা নহয়। গতিকে আপুনি দৃঢ়তাৰে এইখিনি মাত্ৰ শেষ কৰ্ত্তব্য কৰি পৰাহি পুৱাতে গুচি যাব।"—দ্বিতীয় জনেও তাকে সমৰ্থন কৰি কলে, "এৰা, মিঃ বৰুৱাই ঠিকেই কৈছে। মানুহৰ যি হ'ব লগা আছে তাকতো ভগৱানে আগেয়ে ঠিক কৰি থৈছে। আপুনি যেনিবা কালিলৈ গ'লেই, তাতেইতো 'মা'ৰ অসুখ আৰু তৎক্ষণাৎ ভাল নহয়! আৰু ভগৱানে কৰিলে এতিয়াই হয়তো ভাললৈ আহি যাব পাৰে। আমি বহুত সময়ত ধৈৰ্য্য হেৰুৱাই মিছাতে বেছি বিপদ আৰু অকল্যাণহে সৃষ্টি কৰোঁ। আপুনি এইবোৰ কথা একেবাৰে বাদ দিয়ক।"

—মৃণালে সকলো বুজে। এই ঘটনা যদি আন এজনৰ হ'লহেঁতেন, হয়তো

সিও তেনেকৈয়ে উপদেশ আৰু সান্ত্বনা আগ বঢ়ালেহেঁতেন—সি ভাবে। নিজৰ ক্ষিয়ত কিন্তু সেই কথাটো তিমান পাতল ভাবে লবলৈ সি কিয় টান পাইছে ? অশেষ চেষ্টা কৰিও যে সি তাৰ কৰুণাময়ী জননীৰ ৰোগক্লিষ্ট মুখখনি পাহৰিব পৰা নাই ! তাৰ সম্মুখত যেন পলে-পলে মুমূৰ্ষু মাতৃৰ স্নেহভৰা মুখখনিৰ পৰা সেঁহাই—সেঁহাই কথা ওলাইছে—"বোপা ! মৃণাল ! এবাৰ—মাত্ৰ এবাৰ মোক দেখা দি যা সোণ ! মই যে চিৰদিনৰ বাবে যাবলৈ ওলাইছোঁ ! আৰু যে তোক নেদেখিম !"—চকুৰপৰা দুধাৰা শোকাশ্ৰু বৈ আহি যেন মাকৰ ক্ষীণ মুখখনি তিয়াই দিছে !—মৃণালে আৰু ভাবিব নোৱাৰা হৈ যায়। কিন্তু সি নাভাবিও নোৱাৰে।—কি দাৰুণ সমস্যা ! কি কঠোৰ পৰীক্ষা। বি, এ, পৰীক্ষাটো ইমান টান নে ? ল'ৰাই ভয় কৰে এই স্কুলৰ পৰীক্ষাবোৰ। কিন্তু ভগবানে যে মানুহক কি ভীষণ ভীষণ পৰীক্ষা বোৰ কৰি থাকে ! এই-বোৰ পৰীক্ষা যে নিদিলেও নোৱাৰি ! একেবাৰে বাধ্যতামূলক (Compulsory) ! পাছ হওক নহওক অন্ততঃ এইবাৰ পৰীক্ষা দিবই লাগিব। কিন্তু তাতে এটা বিশেষত্ব এই যে ঈশ্বৰে সকলো মানুহকে একে ধৰণৰ কঠোৰ পৰীক্ষা নকৰে। মৃণালে লাগবান্ধ নোহোৱা অনেক কথা ভাবি ভাবি মূৰ্ত্তি যেন হৈ বহি থাকিল। বন্ধুৰ কোনো কথাৰ স্বীকৃতি বা প্ৰতিবাদ তাৰ মুখৰ পৰা নোলাল। মানুহৰ ভাবাতিশয্যই মনৰ ক্ষমতাক অতিক্ৰম কৰিলে এইদৰে মানুহ নিৰ্ব্বাক হয়।

"বাৰু, কিবা এটা কৰা যাব।"—এটা দীঘল নিশ্বাস পেলাই মৃণালে বন্ধু-দ্বয়ক আশ্বস্ত কৰিবলৈ কথাষাৰ কলে আৰু বহাৰ পৰা উঠি তাৰ পেলাই থোৱা আঠুৱাখনকে তুলিবলৈ ধৰি ক'লে—"আপোনালোকে বিশেষ চিন্তা নকৰিব। মই কালিৰ দিনটো কোনোমতে কটাম বুলিয়ে ভাবিছোঁ !"

—কথাষাৰ মৃণালৰ মুখৰ পৰা ওলোৱা মাত্ৰে বাকী দুজনে হৰ্ষধ্বনি কৰি উঠিল আৰু মৃণালক এনে মনোবলৰ বাবে প্ৰশংসা কৰি দুয়ো যথাস্থানত গৈ বহি পঢ়িবলৈ ধৰিলে !

চাৰি দিনমানৰ আগৰ কথা, সেইদিনাখন পুৱাই চেনেহী উঠি শামুক বিচাৰি পথাৰলৈ গৈছে। সৰু সৰু হোলা, ডোঙা, গড়খাৰৈ বোৰত শামুক থাকে। শামুক হাঁহৰ অতি প্ৰিয় বস্তু। বিশেষকৈ শামুক খোৱা হাঁহে কণীও পাৰে ঘনাই। সেই কণীবোৰ ডাঙৰো হয় যথেষ্ট আৰু খাইও বেচ্ সোৱাদ লাগে। হাঁহে খোৱাৰ উপৰিও এই শামুকৰ খোলাৰ পৰা চূণ তৈয়াৰ কৰা হয়। গতিকে চেনেহীয়ে এই শামুক বিচৰা কামটো প্ৰায়ে কৰে। তাইৰ হাঁহ দুটাই কণীও দিয়ে ঢেৰ।

শামুকৰ থালৈটো লৈ চোতাল পাইছেহে এনেতে দেখিলে যে বিতৃষ্ণা বেগেৰে বাহিৰ ওলাই গ'ল। মুখত শুনা গ'ল খঙেৰে কৈ যোৱা—"আৰু যাবি। মই মা'ৰেই থিতাতে মূৰ ভাঙিম।" বিতৃষ্ণাক এইদৰে হঠাতে দেখি চেনেহীৰ ভৰিৰ পৰা মূৰলৈ শিৰ্-শিৰাই আহিল। কিজানি, বাঘিনীয়ে কি অঘটন ঘটালে! ইফালে চকু ঘূৰাই দেখে যে পিৰালিতে তগৰ মছকা খাই পৰি উচুপি কান্দিব লাগিছে। উধাতু খাই আহি বুঢ়ীয়ে তগৰক ধৰি তোলে। দেখে যে তাইৰ তলৰ ওঁঠটো ফাটি দৰ্-দৰ্কৈ তেজ বৰলৈ ধৰিছে। ঘটনাটো বুজিবলৈ বুঢ়ীৰ একো বাকী নাথাকিল। খঙে-দুখে-অপমানে জৰ্জ্জৰিত হৈ বুঢ়ীৰ মূৰ আচন্দ্ৰাই কৰি আনিলে। কোমল প্ৰাণৰ মানুহে ৰক্তপাত হোৱা চাব নোৱাৰে। তাতে চেনেহী বুঢ়ীৰ জীউ যেন নুমলীয়া জীয়েকৰ এনে নিষ্ঠুৰ আঘাত তাই সহ্য কৰে কেনেকৈ? "বোপাইহঁত, মোৰ তগৰক খালে ঐ"—বুলি বুঢ়ী মাটিত ঢলি পৰিল।

ওচৰতে কাৰোবাৰ বিপদৰ চিঞৰ শুনি চুচুৰীয়া দুই-চাৰিজনী তিৰোতা মানুহ গোট খালে। কোনোৱে বুঢ়ীৰ আৰু কোনোৱে তগৰৰ পৰিচৰ্য্যা কৰিলে। যেতিয়া বুঢ়ীৰ গাত অলপ তত্ আহিল, তাই তগৰক প্ৰশ্ন কৰিলে —"তগৰ, তাই কিয় এইদৰে খেদি আহি তোক ঘৰতে মাৰি গ'ল?"—বুঢ়ীৰ গা তেতিয়াও খঙতে কঁপি আছে।

তগৰেও লাজে-দুখে ফেঁকুৰিয়েই আছে। তাই একো উত্তৰ দিব নোৱাৰিলে। মাত্ৰ ওচৰতে সিঁচৰতি হৈ থকা কেইটামান কেঁচা আমলৈ আঙুলিয়ালে।

"মই বোলে তাইৰ আমকোৰ চুৰকৈ আনিছো।"—উচুপি-উচুপি তাই কথা কেইটা কলে। এজনীয়ে কলে, "দোহি ঐ। তাই তল-সৰা আম দুটা আনিলেইবা, সেইবুলি এই খীণ ছোৱালীজনীক এইদৰে ঘৰতে আহি মাৰি যাব পায়নে?" আনজনীয়ে বোলে, "এৰা! তলসৰা বস্তু কোনে কাৰ নিনিয়ে। তাতে ল'ৰা-ছোৱালী মানুহ, টেঙা বস্তুৰ লুভীয়া। নিৰ্ম্মলৰ বোৱাৰীৰ স্বভাৱটো বৰ ভাল নহয়।"

ইমানপৰ বুঢ়ী চেনেহী অবাক হৈ কাঠৰ পুতলাৰ দৰে বৈ আছে। তাই এই আমৰ সঁচ নিজে কোনো এখন দূৰ গাঁৱৰ পৰা আনিছিল আৰু সাৰ-পানী দি নিজে অতিকষ্টে সেই আম তাই ডাঙৰ কৰিছে। যেতিয়া নিৰ্ম্মল-হঁতে বুঢ়ীক সৰু সৰু পুতেক দুটাৰে সৈতে বেলেগ কৰি দিলে, তেতিয়া এই ধুনীয়া আম কেইজোপা সিহঁতৰ ভাগতে পৰে। সেইদিনধৰি, বুঢ়ীয়ে আৰু এই আমৰ এচকলো মুখত দিয়া নাই। এনেকি, বিতৃষ্ণাৰ ভয়ত মৃণাল নৃপেনেও সিহঁতৰ কোনো বস্তুলৈ চকুমেলি নাচায়। কিন্তু হতভাগী এই তগৰজনী কিয়, কি কাৰণে সিদিনা আমৰ তললৈ গ'ল ?

'কিছুদিন আগতে তগৰ মেলেৰিয়াৰ পৰা উঠিছে মাত্ৰ। তেতিয়াও তাইৰ গালৈ তেজ অহা নাই। বোধহয় তাইৰ গাত থকা জ্বৰৰ পিশাচটোৱেই টেঙাৰ লোভ দেখুৱাই তগৰক আমৰ তললৈ টানি নিছিল'—চেনেহীয়ে ভাবিলে।

তগৰে কেৰাটিও ডাঙৰ আম বুটলিছিল। এইজোপা আম আছিল বৰ সোৱাদ বিধৰ। ওচৰ চুবুৰীয়া ল'ৰা-ছোৱালীয়ে আম বুটলি নিয়ে বুলি বিতৃষ্ণাই সদায় পহৰা দিয়েই থাকে। মানুহে কয় বোলে—"যাক কিলাওতা নাই—ঔৰ তললৈ গৈ সাত কিল খায়। বাৰীৰ পাছফালে সৰু খালটিৰ পাৰতে লাগি থকা গছ জোপাৰ পৰা যেতিয়া কেইবাটিও বেলযেন ডাঙৰ আম তগৰৰ আগতে পৰিল, বেচাৰীয়ে আৰু আগ-পিছ একো গুণিব নোৱাৰিলে। তাই তাৰে তিনি-চাৰিটা আম বুটলি, বাৰীৰ পৰা বিচাৰি অনা আন কেইটামান সৰু আমৰ লগতে কোঁচত ভৰাই ল'লে। ইফালে শনিয়ে ভৰি গোবোহাত ধৰাৰ দৰে বিতৃষ্ণাই যে, তাইৰ পাছতে কোব লৈছে তগৰৰ সেই জ্ঞান নাছিল। চোতালতে আচম্বিতে আহি বৌৱেক বিতৃষ্ণাই যেতিয়া তগৰৰ হাত এখনত জোৰেৰে ধৰি চকু যোপাকৈ গৰ্জ্জি উঠিল—তাই বিষমৰূপে ভয় খাই গ'ল। "ভালে ভালে আম দিবিনে নাই? হুঁ! চুৰুণী!"—তগৰে প্ৰকৃততে চুৰি কৰিছিল নে কি 'তাই বুজা নাছিল। কিন্তু মুখৰ আগতে চুৰুণী বুলি তাইৰ ব্যক্তিত্বক এই

দৰে আঘাত কৰাত আত্ম-সম্মানশীলা কিশোৰীৰ মুখৰ পৰা হঠাতে ওলাল—"মই ক'ত চুৰ কৰিলোঁ!"—বিতৃষ্ণা একে-চেকা বিধৰ তিৰোতা। তাইৰ ঘৰৰ কূটা এডালো কোনোৱে ইফাল-সিফাল কৰা তাই সহ্য নকৰে। তাইৰ বেলহেন আম চকুৰ আগতে মিছা মাতি লৈ যাব—এইকথা তাই সহে কেনেকৈ? তাতে চেনেহী-ভগৰহ'ত তাইৰ দাঁতৰ শূল, চকুৰ কূটা। হিতাহিত জ্ঞান-শূন্যা ক্ৰুদ্ধা নাৰীয়ে এই দৰে ক্ষুদ্ৰ স্বাৰ্থৰ আঘাত সহিব নোৱাৰি ৰুগ্না কিশোৰীৰ ডিঙিত ধৰি টানকৈ গটা মাৰি দিলে। হামখুৰি খাই পিৰালিতে পৰি যোৱা ভগতৰ কোঁচৰ পৰা যেতিয়া আমবোৰ সিচঁৰতি হৈ পৰিল, তেতিয়া তাৰে ডাঙৰ ডাঙৰ দুটা লৈ বিতৃষ্ণাই বেগেৰে প্ৰস্থান কৰিলে। চেনেহী ঠিক সেই সময়তে আহি পাইছিলহি।

খণ্ডৰ ভমকত আৰু লৰালৰিত বিতৃষ্ণাই তাইৰ গছৰ আৰু এটা আম সামৰি নিব নোৱাৰিলে। সেই আমটোৰ ওপৰত বুঢ়ীৰ চকু পৰি ট' ট' কৈ চাবলৈ ধৰিলে। এই ক্ষুদ্ৰ আমেই এনে অনৰ্থৰ মূল। এই বৰবিহৰ বীজ তায়েই কৰবাৰ পৰা আনি এদিন সিঁচিছিল। কিমান কল্পনা, কিমান তৃষ্ণা—ভবিষ্যতে সেই আম লাগিব, প্ৰাণ ভৰি খাব! কিন্তু সেই গছৰ ফলে এনেকৈ যে মাৰ খুৱাব পাৰে, ৰক্তপাত কৰাব পাৰে—এই কথা গছ এডাল ৰোঁওতে কোনেও কল্পনা নকৰে! এই হাতে-ৰোৱা ফল বুঢ়ীয়ে এইদৰে ভুঞ্জিবলৈ পালে। বিধাতাৰ কি বিচিত্ৰ বিচাৰ! হায় বিতৃষ্ণা! তই আছিলি ক'ত? এই আম ৰুবৰ সময়ত তোৰ হয়তো জন্মও হোৱা নাছিল। কিন্তু তই আজি সেই আমৰ গিৰিহঁতনী। তই ইয়াৰ বাবে লোকক পহৰা দিব পাৰ, গালি-শপনি কৰিব পাৰ, এনেকি ঘৰলৈ খেদি আহি মানুহক মাৰি যাবও পাৰ। কাৰণ বিধাতাই তোক সেই ক্ষমতা দিছে। বুঢ়ীৰ চকুৰ পৰা টৰ্-টৰ্কৈ পানী ৰবলৈ ধৰিলে। দুৰ্ব্বল প্ৰাণীৰ ওপৰত জ্ঞাতি-বণ্ডহেই পৰম শত্ৰু! বিতৃষ্ণাই আপোন বুলি নাভাবিলেও চেনেহীয়ে কেনেকৈ পাহৰে যে নিৰ্ম্মল তাইৰ স্বামীৰ ঔৰসতে জন্মিছে! কিন্তু বিতৃষ্ণাই বোৱাৰী হৈ ঘৰ সোমোৱাৰ দিন ধৰি চেনেহীৰ কি দুৰ্গতিয়ে কৰিবলৈ বাকী এৰিলে! আৰু এতিয়া ওচৰ-চুবুৰীয়া হিচাবেও কি সেই একে নিৰ্য্যাতন তাই সহিয়েই থাকিব লাগিব? কিন্তু তাই কৰিব কি? যায়ে বা কলৈ? মুণালে যে থোৱা মুঠিৰেই সংস্থান কৰিব পৰা নাই।—মুহূৰ্ত্তৰ ভিতৰতে বুঢ়ীৰ বহুত অতীত জ্বালাতনৰ কথা মনলৈ আহিল।

এদিনাখন, চেনেহীয়ে পাকঘৰৰ পৰা ওলোৱা চেগতে বিতৃষ্ণাই নিমখ

এসোপা উত্তলি থকা দাইলতে পেলাই দি আছে। ঘূৰিগৈ চেনেহীয়ে বিতৃষ্ণাক পাকঘৰৰ দুৱাৰদলিতে পাইও একো সন্দেহ কৰিব নোৱাৰিলে। কাৰণ বিতৃষ্ণা যে সেইদৰে ৰান্ধনিশালৰ ভিতৰলৈ যায়, এই কথা বুঢ়ীয়ে কেতিয়াও কল্পনা কৰিব নোৱাৰে। গতিকে সেই দাইলতে আকৌ নিমখ দি ল'ৰাহঁতক ভাত বাঢ়ি দিলে। পথাৰৰ বন সামৰি দুপৰীয়া ৰ'দত ৰঙা-চিঙা পৰি অহা নিৰ্ম্মলে গা-পা ধুই খাবলৈ বহিল। কিন্তু যেই গৰাহ মাৰিলে নিমখে তাৰ মুখ ডেৰু-ডেৰাই নিলে। "এই সোপা কি ৰান্ধিছ?"—সি মাকৰ ফালে চালে। "কি হ'ল বোপা?"—বুঢ়ীয়ে কৌতুহলেৰে সুধিলে। কিন্তু নিৰ্ম্মলৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গৈছিল। সি ভাবিলে, চেনেহীয়ে ইচ্ছা কৰি এসোপা নিমখ দি এতিয়া নজনা ভাও ধৰিছে। গৰম দাইলৰ ভৰা বাটিটো সি জোৰেৰে তাইৰ ফালে মাৰি ক'লে, "তয়ে খা এইসোপা। মাহীয়ে কি বুজিব পো, কুঁহিলা কি হব লো?"

—জুই যেন দাইলবোৰ ভৰিত পৰা মাত্রে বেচাৰীৰ ভৰি দেঁই গৈ পানী-জলা বান্ধি উঠিল। আন, পুতেক উৎপলে চেনেহীৰ পৰিচৰ্য্যা কৰি দুখ লাঘৱ কৰিবলৈ বিচাৰিলে। কিন্তু চেনেহীৰ আত্মাত যি জুয়ে পুৰি ঘাঁ লগালে, তাক কোনো পৰিচৰ্য্যা কৰি শুকুৱাব? নিৰ্ম্মলৰ মুখৰ ভেঙুচালি আৰু অৱজ্ঞাৰে উচ্চাৰিত হোৱা 'মাহী' শব্দে চেনেহীৰ হিয়া ভেদি গৈছিল। চিৰজীৱন দুৰ্ব্বহ যাতনা-লাঞ্ছনা সহ্য কৰিও তাইৰ এটা শান্তি আছিল যে নিৰ্ম্মল-উৎপলে অন্ততঃ তাইক নিজৰ মাকৰ দৰে জ্ঞান কৰে। 'মা' বুলি মাতে।—এয়ে আছিল গৰ্ব্বৰ বস্তু। কিন্তু আজি তাইৰ ইমানদিনীয়া বিশ্বাসৰ পকা ভেঁটিত বিৰাট ভূমিকম্প হৈ ফাঁটি ছিতি চূৰ্ণকৃত হৈ গ'ল! ফটা ভেঁটিৰ মাজেৰে বোকা-পানী ওলোৱাৰ দৰে চেনেহীৰ অন্তৰৰ গভীৰ তলিৰ পৰা বেদনাৰ পানীবোৰ চকুৰেদি ধাৰ ধৰিলে। বিতৃষ্ণাৰ নিৰ্য্যাতন চেনেহীৰ জীৱনত মৃত্যুতকৈও ভয়াবহ, অগ্নিতকৈয়ো প্ৰদাহকাৰী।

অচেতন পদাৰ্থৰ দৰে অনেক বেলি এইদৰে থকাৰ পাছত, বুঢ়ী হঠাতে উঠি সেই আমটি হাতত ললে; আৰু যন্ত্ৰৰ দৰে তাই বিতৃষ্ণাৰ ঘৰৰ ফালে আগবাঢ়ি গ'ল। কোনে জানে, নিয়তিৰ কূটনীতি! মানুহে কয়—"চৰণে জানে মৰণৰ ঠাই।" বুঢ়ীক কালেহে যেন টানি লৈ গৈছে বিতৃষ্ণাৰ সম্মুখলৈ! সেই অৱশিষ্ট আমটোৱেই আছিল চেনেহীৰ বাবে বৰবিহৰ গুটি, কাল-হীৰা!!

আগৰ শত্ৰুতা, বন্ধুৰ দাহ আৰু চুবুৰীয়া তিৰোতাবোৰৰ নিন্দাৰ কথা-বোৰে বিতৃষ্ণাৰ গা বিছাই ডকাদি আছিল। যেই বুঢ়ী ভিতৰ চোতাল সোমোৱা দেখিলে, তাই একে জাপে আহি আগতে পৰিল। "জীয়েৰৰ মাৰে ঠিক নহ'ল, তইও ঘৰলৈ খেদি নাহিবি—বাপেৰে ভালে ভালে যা ; নহলে গা চুৱা যাব।" বিতৃষ্ণাৰ ক্ৰোধ-মূৰ্ত্তি আৰু ৰুক্ষ ব্যৱহাৰত বুঢ়ী একেবাৰে হত-ভম্ব হ'ল। ক'বলৈ যোৱা কথা পাহৰি বুঢ়ীয়ে চিঞৰি উঠিল—"দুষ্টা, ৰাক্ষসী!"—আৰু কিবা ক'বলৈ খুজিছিল কিন্তু বিতৃষ্ণাই হঠাতে মুখ ভেঙ্গু-চালি দি অট্টহাস্য কৰি উঠিল,—"মই দুষ্টা ; কি কলি? পাছে তোৰ বোৱাৰীয়েৰক কিয় সেই বিভূতি নে কিভূতি ডাক্তৰৰ হাতত এৰি দিছ? এই কথা কোনে নাজানে? বেশ্যা, নটীহঁতে বংশৰে নাম নুমালি। যা, তৎক্ষণাৎ মোৰ সীমাৰ বাহিৰ হৈ যা।"

কথাষাৰ শুনা মাত্ৰে, চেনেহীৰ সমস্ত শক্তি নিমিষতে লোপ পালে। বজ্ৰাহত মানুহৰ দৰে হাত-ভৰি জঠৰ হৈ আহিল। চকুৱে গোটেই খন পৃথিৱী ধুৱঁলি-কুৱঁলি দেখিবলৈ ধৰিলে! হাতৰ আমটি আপোনা-আপুনি মাটিত পৰি গ'ল। বাকশক্তি একেবাৰে বন্ধ হ'ল, কিন্তু গুলী খোৱা হাঁহটোৱে মৃত্যুকো অৱজ্ঞা কৰি আৰু কেইবাৰমান ধপ্—ধপাই পলায়ন কৰাৰ দৰে, এই মৰ্ম্মাহত বুঢ়ীও বায়ুবেগেৰে আহি তাইৰ বিছনাত ধপংকৈ পৰিল। যেই পৰিল ; নিশকতীয়া বৃদ্ধা আৰু উঠিব নোৱাৰিলে। লগে—লগে, তীৰকঁপে জ্বৰ উঠি আহিল। তাৰ পাছতে প্ৰলাপ আৰম্ভ হ'ল। কোৱা বাহুল্য যে মিনতিৰ অপযশৰ কথা বিতৃষ্ণায়ে প্ৰথমে ৰতনা কৰিছিল ; সেই কথা প্ৰায় মানুহৰ মুখে-মুখে হৈছিল। আনকি চেনেহীয়ে পৰোক্ষভাবে ক'ৰবাত সেই-বোৰ বু-বু, বা-বা, শুনিছিলো। কিন্তু, আজি নিজৰ সন্মুখতে বিতৃষ্ণাৰ স্পষ্ট ঘোষণাই তাইৰ কলিজা ভেদ কৰি গ'ল।

তৃতীয় দিনাখন আবেলি মৃণাল আহি ঘৰ পালে। তাৰ শেষ পৰীক্ষাটো একেবাৰে বেয়া হ'ল। কেতিয়া গৈ সি মাকৰ মুখ দেখে, কেতিয়া গৈ চেনেহীৰ এষাৰ মৰম-সম্ভাষণ পায়, —এই চিন্তাত, মৃণালৰ মন আকুল হৈ উঠিছিল। সেইদেখি, গাড়ীৰ পৰা নামিয়েই সি একেবাৰে মাকৰ ৰোগ-শয্যাৰ ওচৰ পালে। মাতৃভক্ত সন্তানে আবেগ-বিহ্বল হৈ ৰুগ্না মাকৰ পদদ্বয় আকোৱালি ধৰি কপাল থুকিলে। অন্তৰৰ ভক্তি-গঙ্গা চকুৰে বাহিৰ ওলাই জননীৰ চৰণ অভিষিক্ত কৰিলে। আহা! মাতৃভক্তিৰ কি মহিমাময়ী নিদৰ্শন!

কিন্তু হায়! নিৰ্ম্মম নিয়তি! তই এই পবিত্ৰ যজ্ঞ-স্থলীতো উপস্থিত হ'লি কেনেকৈ? তোৰ নিষ্ঠুৰ বিধানে যে সোণৰ সংসাৰ পুৰি ছাই কৰি দিয়ে। ই তোৰ কি বিচিত্ৰ বিধান?

চেনেহীৰ অৱস্থা তেতিয়া অৰ্দ্ধ মৃতপ্ৰায়। মাজে মাজে, হুঁচ আছে। কথা ক'বলৈ বিচাৰে। কিন্তু, প্ৰায়ে ভুল কৰে। মৃণালে আহি সেৱা কৰা কথা বুঢ়ীয়ে বুজিব পাৰিলে। মুহূৰ্ত্তৰ বাবে, মাতৃ হৃদয় মৰম-চেনেহত উদ্বেলিত হৈ উঠিল। কিন্তু পাছ মুহূৰ্ত্ততে মিনতিৰ স্মৃতিয়ে মুৰ আচ্ছন্নাই কৰিলে। ৰোগ-বিহ্বল কণ্ঠেৰে তাই সেঁহাই-সেঁহাই ক'বলৈ ধৰিলে, "তাই নীচ; তাই বেশ্যা। নহলে কিয় মানুহে ৰতনা কৰিব! ঠিক! ঠিক! মৃণাল হতভাগ্য! তাৰ জীৱনত মই সুখ নেদেখিলোঁ! মই তাক জোৰকৈ বিয়া কৰাই দিছিলোঁ। তাৰ জীৱন মই ধ্বংস কৰিলোঁ।"

—ই ৰুগ্নাৰ প্ৰলাপ নে মৰ্ম্মদাহী মাতৃৰ কৰুণ বিলাপ? মৃণালৰ গা হিম যেন চেঁচা পৰি গ'ল। তথাপি, অন্তৰৰ দুৰ্ব্বলতা ঢাকি সি মাকক নানা প্ৰবোধ বাক্যেৰে বুজনি দিবলৈ ধৰিলে। ওচৰতে তগৰ। —শেঁতা, মলিন বেশ। মৃণালে যেন তগৰক চিনিবই পৰা নাই।

"জ্বৰ কাহানিৰ পৰা তগৰ? আয়ে কেতিয়াৰ পৰা ভ্ৰম বকিছে?" —মৃণালে সোধে। তগৰে কলে যে পৰহিৰ পৰাই জ্বৰ আৰু সেইদিনাৰ পৰাই বিহকে-তিহকে বকিছে।

"ডাক্তৰক দেখুওৱা হৈছিল নে?"

"নাই, আমাৰ হাতত মুঠেই পইচা নাই। কালিৰ পৰা লঘোনেই আছোঁ। ওচৰৰ মানুহে কোনেও ধাৰ নিদিয়ে। সৰু দাদাই কেনেবাকৈ কালি ডাক্তৰ-খানাৰ পৰা ঔষধ আনিছিল। কিন্তু আমি ঔষধ কোনোমতেই খুৱাব পৰা নাই।"

"নৃপেন এতিয়া কলৈ গ'ল ?"

"সি পুৱাতেই বৌদেউহঁতৰ তালৈ গৈছে। পাৰিলে টকা ধাৰলৈ আনিব আৰু বৌদেউকো খবৰটো দিব।"

"বাৰু, তেন্তে মই ডাক্তৰৰ ঘৰৰ পৰা আহোঁ। তই আইৰ মুৰত অলপ অলপ পানী দি থাকিবি।" —এইবুলি কৈ মৃণালে কোবেৰে ওলাই গ'ল। তাৰ জেপত এটাও পইচা নাই। তথাপি ডাক্তৰতো আনিবই লাগিব! আকৌ, তাৰ মনলৈ মাকৰ সেই প্ৰলাপোক্তিবোৰ আহিল।—তেন্তে মিনতি সঁচাই বেশ্যা! গুৱাহাটী বাচষ্টেণ্ডৰ ওচৰত ৰেণুহঁতৰ ঘৰ। আহিবৰ দিনা পুৱা বাচৰ সময়লৈ পলম থকাত এজন বন্ধুৱে মৃণালক ৰেণুহঁতৰ ঘৰলৈ লৈ যায়। ৰেণুৰ গিৰিয়েক ডাক্তৰ তেতিয়া ঘৰত নাছিল। ড্ৰইং ৰুমটোত অকলে বহি বাচৰ কথা ভাবি থাকোতে হঠাতে এখন চিঠিৰ ওপৰত মৃণালৰ চকু পৰিল। দেৱালয় গজাল এটাত আঁৰি থোৱা এজাপ চিঠিৰ ওপৰৰ সেই 'ইন্‌লেণ্ড লেটাৰ'খনৰ আখৰবোৰ মৃণালৰ যেন চিনাকি! কৌতূহলী হৈ অলপ ওচৰ চাপি সি দেখে যে তলত "মিনতি" বুলি চহী কৰা আছে। তেতিয়াও বন্ধুজনে ভিতৰতে কথা পাতি আছিল। মৃণালে এক উশাহতে চিঠিখন পঢ়িবলৈ চেষ্টা কৰিলে। তাৰে দুটা লাইন মৃণালৰ অন্তৰত চোকা ছুৰীৰ আচোৰৰ দৰে হৈ বহি ৰ'ল। "ৰেণু! মনোমত স্বামী লাভ কৰিছ ভাই! তই মহা ভাগ্যৱতী। মোৰ দৰে মন্দভাগী কোন আছে ?" কিছু সময়ৰ পাছত ৰেণু ওলাই আহি মৃণালৰ লগত চিনাকি হৈছিল। আজি এই মাকৰ প্ৰলাপ আৰু সেই চিঠি লেখা মিনতিজনীৰ কথাকে মৃণালে গভীৰতকৈ গভীৰতৰভাবে চিন্তা কৰিবলৈ ধৰিলে। গৈ গৈ মৃণাল এখন দোকান পাৰ হৈ যাওঁতে আচম্বিতে কাণত পৰিল— "অন্ততঃ বিভূতিৰ দৰে লম্পট এজনক চিকিৎসক লোৱাটোৱেই তাৰ ভুল হৈছে।"—কেইজনমান আড্ডা মাৰি থকা লোকৰ এই কথাষাৰ মৃণালৰ কাণত পৰিল। অলপ পাছতে কবিৰাজৰ ঘৰ এৰি যাব ধৰোতেই মৃণালৰ উদ্দেশ্য মনত পৰিল।

ডাক্তৰে আহি চেনেহীক চালে। সন্নিপাত জ্বৰ। হৃদযন্ত্ৰত কোনো

আকস্মিক আঘাত পাই মানসিক চৈতন্য হেৰুৱাইছে। জ্বৰো টান। কিন্তু জ্বৰ ভাল হলেও মানসিক বিকাৰৰ বাবে বেলেগ চিকিৎসাৰ দৰ্কাৰ হ'ব। ডাক্তৰৰ কথা শুনি মৃণালৰ তালু ফুটি জীৱ গ'ল।

"তেন্তে কি মোৰ আইৰ আশা এৰিব লাগিব?"—ব্যথিত হৈ মৃণালে প্ৰশ্ন কৰে।

"নহয়, নিৰাশ হোৱাৰ কোনো কাৰণ নাই। মই ৰোগটোৰ কথাহে কৈছোঁ। ঔষধ-পাতি মই দি যাওঁ। সাৱধানে এইবোৰ খুৱাওক। ভগৱানে কৰিলে কালিলৈ জ্বৰটো এৰিব লাগে। পাছৰ কথা পাছে-পৰে হ'ব।"

ইতিমধ্যে, নৃপেন আহি পালে। মৃণালে নৃপেনক একাষৰীয়াকৈ মাতি নি সুধিলে—কিবা পইচা-পাতি পাইছিলিনেকি? নৃপেনে ক'লে যে শহুৰেকৰ হাতত হেনো পইচা নাই। এনেকি মিনতিক চিকিৎসা কৰা বিভূ ডাক্তৰকে হেনো বহু টকা দিবলৈ বাকী আছে। মৃণালে আৰু বেছি কথা নুসুধিলে। তাৰ হাতৰ ঘড়ীটোকে সোলোকাই ডাক্তৰৰ ওচৰলৈ আহিল। ঘড়ীটো এজন বন্ধুৰ পৰা আধা দাম দি লোৱা আছিল আৰু আধা দাম দিবলৈ তেতিয়াও বাকী।

"এই ঘড়ীটোকে আপুনি দয়া কৰি গ্ৰহণ কৰক। মোৰ হাতত আজি পইচা এটাও নাই।"—কথাষাৰকৈ বিনীতভাবে মৃণালে ডাক্তৰৰ ফালে চালে। শিক্ষিত ভদ্ৰলোক এজনৰ এনে হীনাৱস্থা দেখি ডাক্তৰৰ পুতৌ জন্মিল। তেওঁ ঘড়ীটো কোনোমতে নল'লে আৰু যেতিয়া পাৰে তেতিয়াই পইচা দিলে হ'ব বুলি কৈ বিদায় ল'লে। লগতে পাছদিনা সন্ধ্যাৰ আগে আগে ৰোগীৰ খবৰটো জনাবলৈ আৰু ঔষধপাতি অনাবলৈ কৈ গ'ল।

তগৰে কালিৰে পৰা উপবাসে আছে। মৃণালৰ বুকু ফাঁটি যাব খোজে। হায় দৰিদ্ৰতা! তোৰ কি নিকৰুণ ছবি! মৃণাল আকৌ উধাতু খাই কেনিবা গ'ল। চাৰিওফালে ডাঠ এন্ধাৰ। নৃপেন আৰু তগৰে চাকিটো জ্বলাই লৈ মাকৰ কাষতে বহিল। চাৰিওফালে নিমাত নিস্তব্ধ। মাত্ৰ এই ৰোগক্লিষ্টা বৃদ্ধাৰ বিকৃত মস্তিষ্কৰ পৰা বিভ্ৰান্ত প্ৰলাপবোৰ মাজে-মাজে ভয় লগাকৈ ওলাবলৈ ধৰিলে। মাক যেন নিষ্ঠুৰ ব্যাধৰ শৰবিদ্ধা ভেলেণ্ডী আৰু নৃপেন তগৰ অসহায় নাবালক হৰিণ-শিশু! পেটতে হাত-ভৰি লুকুৱাই দুয়ো বহি থাকে।

"মোৰ এই এশ টকা দামৰ ঘড়ীটো ৰাখা। ভাই, মোক টকা পঞ্চাশটা দি উদ্ধাৰ কৰা।"—গাঁওৰে দোকানী এজনক মৃণালে কাওবাওকৈ ধৰিলে। পোন্ধৰ

দিনৰ ভিতৰতে টকা পৰিশোধৰ চুক্তিত দোকানীয়ে ঘড়ীটো ৰাখি টকা দিলে। নহলে ঘড়ীৰ ওপৰত মৃণালৰ কোনো স্বত্ব নাথাকিব। আজিৰ এই বিপদত ঘড়ীটোৱেই তাৰ পৰম বন্ধু। মৃণালে টকা পঞ্চাশটা ললে আৰু তাৰে অলপ চাউল-দাইল, এটা বেদানা আৰু ঔষধৰ অনুপান কেইবিধমান কিনিলে ঘৰমুৱা হ'ল। তেতিয়া ৰাতি সাৰেআঠ বাজিছে।

"তোৰ পঢ়া-শুনা কেনে চলিছে নৃপেন?"—চেনেহীৰ ভৰিত তেল মালিচ কৰি মৃণালে সোধে। তগৰে অলপ দূৰতে ভাত ৰান্ধি আছে। নৃপেনে ককায়েকৰ প্ৰশ্নৰ একো উত্তৰ নিদি মূৰ খজুৱাই আছে। এনেতে তগৰে মাত লগালে যে সি আজি কেবাদিনো স্কুললৈ যোৱা নাই। আচৰিত হৈ মৃণালে কাৰণ সোধাত তগৰেই উত্তৰ দিলে যে সি মাচুল দিব পৰা নাই আৰু সেই লাজতে স্কুললৈকে যোৱা নাই। মৃণালে মনে মনে বৰ আঘাত পালে। কিন্তু মাকৰ হাতত সি চলিব পৰাকৈ টকা দি গৈছিল। কি কাৰণত যে নৃপেনৰ স্কুল পৰ্য্যন্তও বন্ধ হ'ল, অনিচ্ছা সত্ত্বেও সি তগৰক সুধি পেলালে।

"কিয় আয়ে তাক মাচুলখিনি দিব নোৱাৰিলেনে?"

"কিছুদিন আগতে বৌৰ দেউতাকে আহি ডাক্তৰক দিব লাগে বুলি পচিশ টকা নে কিমান নিলে। তাৰ পাছত মোৰ জ্বৰতো কিবা খৰচ হোৱাত আইৰ হাতত মুঠেই পইচা নোহোৱা হয়।"

মৃণালে আৰু একো মাতিব নোৱাৰিলে। সি আচৰিত হ'ল যে শহুৰেকে আহি কিয় মাকৰ হাতৰ টকা নিলে? মিনতিৰ চিকিৎসাৰ বাবে সুকীয়াকৈ এশ টকা দিয়াই হৈছিল। তদুপৰি দৰ্কাৰ হলে মৃণালকে জনোৱা উচিত আছিল। মনে মনে সি বৰ বিৰক্ত হৈ উঠিল। ইফালে ঘৰত ইমান বিপদ। তেওঁলোকে সহায় কৰা দূৰৰ কথা আকৌ ডাক্তৰৰ বাকীৰ কথাহে নৃপেনক শুনাই পঠাইছে। স্বজন-প্ৰীতিৰ কি সুন্দৰ নিদৰ্শন! —মিনতিজনীয়ে তো আইৰ টান অসুখ বুলি শুনি অন্ততঃ এবাৰ আহি-যোৱা উচিত আছিল। নাইবা কিজানি—

"অ' নৃপেন! বৌৱেৰৰ অসুখ কেনে? আইৰ কথা কৈছিলিনে?"

"মই তিমান নাজানোঁ। গৈয়ে তেওঁক কিতাপ পঢ়ি থকা পাইছিলোঁ। আবেলি দুজনী ছোৱালীৰ লগত কেনিবা ওলাই গৈছিল।"

"তেন্তে তই আইৰ খবৰ নিদিলি?"

"মই কৈছিলোঁ। ককাইদেউলৈ টেলিগ্ৰাম কৰা বুলি কওঁতে শাহুআই

শহুৰ আৰু বৌদেউ একেলগে আছিল।”

মৃণালে আৰু একো সুধিব নোৱাৰিলে। নিজৰ মনতে সি নানা কথা পাগুলিবলৈ ধৰিলে।—দেখিছোঁ জগতত কোনো কাৰো আপোন নহয়। ভাৰ্য্যা হৈছে ধৰি অনা বনৰ বান্দৰৰ দৰে। পোহ মানিবও পাৰে, নামানিবও পাৰে। ফল-মূল, চাউল-পাত পাই থাকিলে —বানৰে নাচি, চকুপিৰিকাই, তালি-ভুলি কৰি গিৰিহঁতক আমোদ দিবলৈ যত্ন কৰে; আৰু আত্মতুষ্টি নহলেই খামু-চিবলৈ বিচাৰে। মিনতিয়েও যেন মোক চাৰিওফালৰ পৰা আঁচুৰিবলৈ আৰম্ভ কৰিছে। নাজানোঁ, পত্নী-পূজাৰ কোনখন নৈবেদ্য মই ঘাটিকৈ ৰাখিছোঁ! সকলো ইচ্ছাময়ৰে ইচ্ছা!—ভাবি ভাবি এটা গভীৰ হুমুনিয়াহ ওলাই আহে মৃণালৰ।

“নাই! তাইক ক্ষমা নকৰিবি। কাটি পেলা ৰাক্ষসীক।”—বুঢ়ীয়ে আকৌ প্ৰলাপ বকে। মৃণালে মাকৰ ভৰি দুখনত ধৰি কাবৌ কৰে,—“মা! কথা নকবি। কবিৰাজে মানা কৰিছে নহয়?”

“অ’ নহয় নহয়। বিতৃষ্ণাক,—বিতৃষ্ণাকহে কাটিবি। নাইবা মোকেই কাট। মোকেই কাট মৃণাল! সিহঁত থাক।”—দাঁত কৰচি-কৰচি বুঢ়ীয়ে আস্ফালন কৰে। মৃণাল-নৃপেনে মুৰত পানী ঢালিবলৈ ধৰে। ইফালে তগৰৰ ভাত হৈছে।

“মই ভাত বাঢ়োনে ককাইদেও?”—অনুমতি বিচাৰি তাই সোধে।

“তুই খা। আমি দুয়ো অলপ পাছত খাম বাৰু।”—চেনেহীৰ মুৰত পানী দি দি মৃণালে কয়।

পিছদিনা পুৱাৰেপৰা চেনেহীৰ মাত বন্ধ হ’ল। মাত্ৰ মাজে-মাজে এটা মৃদু ঘৰ্ঘৰণি শব্দ ডিঙিৰপৰা বাহিৰ হয়। এই যেন মৃত্যু প্ৰদেশৰ ৰহস্যময় সংকেত-ধ্বনি। চেনেহীৰ আৰু এই ধৰাৰ ধূলি-খেলা শেষ হৈ আহিল। তাইক আৰু দৰিদ্ৰতাই জ্বালাতন নকৰে। মৰ্ত্ত্যৰ সুখ-দুখ, গ্লানি-স্তুতি, মানাভিমানে আৰু তাইক স্পৰ্শ কৰিব নোৱাৰে। বিমাতাৰ অভিশাপে তাইক আৰু নিৰ্য্যাতন নকৰে। বিতৃষ্ণাই আৰু চেনেহীক ঢুকি নাপাব। আজি চেনেহীয়ে মুক্তি পাব। মহীয়সী মৃত্যুই তাইৰ সকলো জ্বালা-বেথা, কলঙ্ক অমৃত-হাতেৰে মচি নিব। চেনেহীৰ দুখময় জীৱনৰ পোৰা কপালত মৃত্যুৱেহে আজি ভাগ্য-তিলক আঁকি দিব। হে মুক্তিদায়িনী মৃত্যু! আহা! চেনেহীক অকণ চেনেহ কৰা।

মৃণাল আজিৰ পৰা মাতৃহীন হয়। জগতৰ শ্ৰেষ্ঠ শান্তি, শেষ জুৰণিৰ থল জননী—স্বৰ্গাদপি গৰীয়সী যি—আজি চিৰ-বিদায় লব।—আজি দুদিনে মৃণালে মাকৰ ভৰিত ধৰি কিমান কান্দিলে, কিমান কাকুতি কৰিলে, তথাপি এবাৰ "বোপা" বুলি নামাতিলে। তাৰ প্ৰাণৰ পোৰণি কিহেৰে শাঁত কৰিব? এবাৰ মৰমসনা "বোপা" সম্বোধনত সি যে জীৱনৰ শত শত দুখ-দৈন্য পাহৰি গৈছিল! চেনেহীয়ে এবাৰ তাৰ পিঠিত হাত বুলাই দিলে তাৰ যে দেহৰ পোৰণি, মনৰ জ্বালা-যন্ত্ৰণা নিমিষতে নাইকিয়া হৈছিল!—যি মাতৃয়ে একেবাহে কেইবাদিনো পুত্ৰৰ অদৰ্শনত নিৰলে নীৰৱে উচুপি উচুপি কান্দিছিল, সেইজনাই আজি সকলোকে পিঠি দি নিজে কলৈ যাবলৈ ওলাইছে! ভৰি পথানতে কান্দি থকা সেই মৰমৰ পুত্ৰলৈ কিয় এবাৰো কেৰাহিকৈ চোৱা নাই? মৃণালৰ চকুৰেদি তপত পানী ধাৰাসাৰে বৰলৈ ধৰিছে। তাকে দেখি তগৰ আৰু নুথেনেও উচুপি-বলৈ ধৰিলে। আজি কিন্তু মৃণালেও কাকো একো সান্ত্বনা দিব নোৱাৰিলে।—সি নিজেই আজি পৰম অশান্ত; চৰম দুখী।

"সংসাৰত মোৰ একো নাই। পৰম দৰিদ্ৰ মই। কিন্তু তুমি আছিলা আই! আজি তুমিও কলৈ যোৱা? এবাৰ শেষ বাৰলৈ মোৰফালে চোৱাঁ। আৰু এবাৰ মাত্ৰ "বোপা" বুলি মাত লগাই যোৱা। তাতকৈ মোৰ আৰু একো বেছি প্ৰাৰ্থনা নাই। আজিৰ পৰা যে মোৰ চাৰিওফালে অন্ধকাৰ হ'ল। মই কি লৈ বাচি থাকিম? মোক কি সান্ত্বনাৰ বস্তু দি থৈ গ'লা? পুত্ৰ হৈ জন্মিছিলোঁ। জীৱনত একো সুখেই মই তোমাক দিব নোৱাৰিলোঁ। অভি-মানিনী মাতৃ মোৰ! সেয়ে আজি মোক উপেক্ষা কৰি যাবলৈ ওলাইছা? এবাৰ মাত নামাতা। কি দাৰুণ আঘাত তুমি পালা মই নাজানিলোঁ। মই যে অজ্ঞান, অভাজন! মোক ক্ষমা কৰি যোৱা দেৱী।"

—মাকৰ শেঁতা পৰা নিঠৰ ভৰি দুখনিতে মুৰটো থৈ মৃণালে উচুপিবলৈ ধৰিলে। মৃত্যু নদীৰ সিপাৰৰ পৰা যমত দুত নাওলৈ আহিল। মৰ্ত্ত্যলোকৰ শত আস্ফালন আওকাণ কৰি, ধৰাৰ মায়া ধৰাতে এৰি থৈ চেনেহী নাওত উঠিল। উৰলি যোৱা ঘৰটোৰ তলত জীৰ্ণ বিছনাত পৰি ৰ'ল তাইৰ নশ্বৰ দেহটি। আকাশত মেঘৰ দুৰ্ঘোৰ আন্দোলন। দিনতে আন্ধাৰে ঢাকি ধৰিলে। উৰুখা চালেদি পানী আহি মৃণালৰ মুৰতে পৰিবলৈ ধৰিলে। তাৰ প্ৰতি প্ৰকৃতিৰ এয়ে সান্ত্বনা।

ভাইৰ ভাগত পোৱা মাটি দুকঠা আৰু ঘৰ-ভেঁটিৰ বাহিৰে মৃণালৰ আৰু সম্পত্তি নাছিল। এইখিনি শেষ সম্বলো সি বন্ধকত থব লগা হ'ল মাকৰ অন্ত্যেষ্টি ক্ৰিয়াৰ কাৰণে। হিন্দুৰ কৌটিকলীয়া বিশ্বাস যে মৃতকৰ কাজ-কৰ্ম্ম যিমানে জাক্‌জমক্‌কৈ কৰিব পাৰি সিমানে মৃতাত্মাটোৱে সন্তোষ লাভ কৰে। আৰু বেয়া ভাবে কৰিলে অসন্তুষ্ট হৈ গৃহস্থৰ অনিষ্ট সাধন কৰে। অৱশ্যেই নুকুলালেও অন্ততঃ সমাজৰ দাবী ব্যক্তিয়ে মানিবই লাগিব। মৃতাত্মা অসন্তুষ্ট নহলেও লোকাত্মা আৰু বামুণ-সজ্জন অসন্তুষ্ট বা ৰুষ্ট হোৱাৰ সম্ভাৱনা। সমাজক অস্বীকাৰ কৰি ব্যক্তি বিশেষে কেতিয়াও সেই সমাজত সুখেৰে বৰ্ত্তি থাকিব নোৱাৰে। গতিকে মৃণাল সৰ্ব্বস্বান্ত হৈয়ো লৌকিক পদ্ধতিৰ আগত বলি গ'ল। এজন মহাজনৰ ওচৰত তাৰ ঘৰ, মাটি, পাচশ টকাৰ বাবে বন্ধক থাকিল। এই টকাৰে কোনো মতে সি গাৰ চুৰা গুচালে।

অতি দুখৰ বিষয় এই যে চেনেহীৰ কাম-কাজলৈ নিৰ্ম্মলহঁত নাহিল। বিতৃষ্ণাই চেনেহীৰ বিৰুদ্ধে ইমান বিষবাক্য প্ৰয়োগ কৰিছিল যে সেই বিলাকক বিশ্বাস কৰি নিৰ্ম্মলে মাকৰ সন্মুখত এষাৰ মাতকে দিবলৈ নাহিল। কিন্তু মৃণালে সেইবোৰ কথা মনত নাৰাখি ককায়েক-বৌৱেক আটাইকে সানুনয়ে মাতিছিল। তথাপি চেনেহীৰ কাজলৈ নিৰ্ম্মলহঁতৰ কোনো নাহিল।

সকলোৱে লাহে লাহে এৰিছে—এৰক ; কিন্তু মৃণালৰ আটাইতকৈ অন্তৰ্দাহী দুখ এই যে মিনতিয়েও এই চৰম বিপদৰ দিনত মৃণালক এষাৰ মাত লগাবলৈ নাহিল। মিনতিৰ অভিমান যে মৃণালে এবাৰো তাইৰ খা-খবৰ নকৰিব কিয় ? অৱশ্যে মিনতিৰ তেনে কোনো টান অসুখ নহয় যে তাই আহিব নোৱাৰে। তথাপি আত্মাভিমানি দাম্ভিকা ৰমণীয়ে নানা অসুখ-বিসুখৰ ভাও ধৰি থাকিল। যদিও আত্মাভিমানে এহাতে মিনতিক যাবলৈ বাধা দিছিল তথাপি তাই মৃণালৰ দুখৰ কথা শুনি মাজে-মাজে অলপ নভবাকৈও নোৱাৰিছিল। শেষত মনতে স্থিৰ কৰিছিল যে শাহুৱেকৰ মাহেকীয়া কাজৰ সময়তে খবৰ কৰিবলৈ যাব। কিন্তু মৃণালে মিনতি বা শহুৰেক কাকৈকো একো খা-খবৰ নিদিলে। এই কথাত শহুৰেকো ৰুষ্ট হ'ল আৰু মিনতিও মনে মনে বৰ

লজ্জিতা হ'ল। লাজে-কোভে মিনতিয়ে প্ৰতিজ্ঞা কৰিলে যেতিয়ালৈ মৃণাল মিনতিৰ ওচৰলৈ নিজে নাহিব তেতিয়ালৈকে তাই নাযায়।

সিদিনা পুৱাই উঠি চকু-মুখ নোধোৱাকৈয়ে মৃণালে চোতালৰ আগৰ চজিনা জোপাৰ তলত টুল এখনত বহি নানা কথা ভাবি আছে। তাৰ দুখময় জীৱনৰ লাগ্‌বান্ধ্ নোহোৱা নানা কথা ভাবি তভক্‌মাৰি থাকোতেই এচেৰেঙা চোকা ৰ্অচিয়লি ৰ'দ আহি মুখতে পৰিল। তথাপি সি নিশ্চল; কাঠৰ দৰে অচেতন। এনেতে পিয়নজন আহি এখন দীঘল খাম উলিয়াই দিলে।

"আপোনাৰ এখন ৰেজেষ্ট্ৰী চিঠি আছে।"

"ৰেজেষ্ট্ৰী!" মৃণালে ব্যগ্ৰভাবে চিঠিখন ললে। চহী কৰি উঠি ভাবিলে, ক'তা! পৰীক্ষাৰ ৰিজাল্টতো এতিয়াই নোলায়? তেন্তে কি চিঠি! কাৰৰ চহীটো চায় যে কোনোবা বি, বৰুৱাৰ। খুলি পেলায় দেখে যে এখন এহাত-মান দীঘল চিঠি, তলত বি, বৰুৱাৰ চহী আৰু এটুকুৰা আন চিঠি, পৰাগে লিখা। মৃণালে বুজিলে বি, বৰুৱা কোন।

পৰাগৰ চিঠি টুকুৰা বিভূতি বৰুৱালৈ লিখা। তাত আছে—

'ভাই বিভূতি,

তুমি দিয়া ডাক্তৰি বিলখন পালোঁ। কিন্তু এইখন মোৰ বৈনাইলৈহে দিব লাগিছিল। মোৰ ভনী হলেও মিনতিক এতিয়া বিয়া দিছোঁ। তাইৰ 'হাচ্‌বেণ্ড্' আছে। তোমাক আৰু বিশেষ কি ক'ম? জানাই নহয়, টাউনত চলা কিমান টান! অধিক কি? বেয়া নাপাবা দেই। ইতি—

—পৰাগ—

তাৰ পাছত বিভূতিৰ চিঠিত যে কি আছে মৃণালে এনেয়ে বুজি পালে। সেইখন এখন মিনতিৰ চিকিৎসাৰ মস্ত জমা-খৰচৰ হিচাব। সেইখনৰ মতে বিভূতিয়ে পায় এশ বিৰাশী টকা। তাৰে নব্বৈ টকা শহুৰেকে দিছে। আৰু বাকী বিৰানব্বৈ টকা মৃণালে পৰিশোধ কৰিব লাগে। শেষত মন্তব্য কৰিছে যে এই বাকী টকা পৰিশোধ নকৰা পৰ্য্যন্ত মিনতিৰ চিকিৎসা একেবাৰে বন্ধ থাকিব।

সকলো কাণ্ড-কাৰখানা দেখি মৃণালৰ খঙ উঠি আহিল। প্ৰথমে খং উঠিল পৰাগৰ ওপৰত। তেৱেঁই বিভূতিক ডাক্তৰ নিযুক্ত কৰিছিল আৰু খৰচ-পাতিও নিজে দিম বুলি লিখিছিল। খৰচ দিয়ক নিদিয়ক, আন ডাক্তৰ লগালে

মৃণালে তাতকৈ অনেক কম খৰচতে চাৰ পৰিলেহেঁতেন। নিতৃতিক সম্পৰ্ক স্বেচ্ছাচাৰ দিয়াতো সি খুচিমতে এটকাৰ ঠাইত দুটকা 'চাৰ্জ' কৰিছে। দ্বিতীয়তে খৎ হ'ল শহুৰেকৰ ওপৰত। তেওঁ নিজে এশ টকা মৃণালৰ পৰা নিছে আকৌ মাকৰ হাতৰ পৰাও পচিশ টকা নি ডাক্তৰক দিলে মাত্র নব্বৈ টকা। তেওঁ এজন বয়োবৃদ্ধ লোক। ইফালে মিনতি নিজৰ জীয়েক। তাৰ পাছত ৰাগ উঠিল বিভূলৈ। সি যে ইমান টকা দাবী কৰিছে—চিকিৎসা কৰিলে কি? তাৰ চিকিৎসাত বেমাৰ দেখোন বেঁচিহে হৈছে বোলে। ইফালে সমাজতো তাৰ স্থান নাই। লোকে লম্পট বুলিহে জানে। কিন্তু সি ডাক্তৰ যেতিয়া তাৰ ব্যৱসায় সি কৰিবই। সুবিধা এৰিব কিয়? শেষত মৃণাল অতিশয় ব্যথিত হ'ল মিনতিৰ কথা ভাবি। এই মিনতি!—যাক সি প্ৰাণতকৈও ভাল পাইছিল।—এই ভাৰ্য্যা, যাৰ বাবে সি নিঃকিন অৱস্থাৰেও দুহাতে ধন ভাঙিব লগা হৈছে;—এই সহধৰ্ম্মিণী, যাক সি সুখে-দুখে জীৱনৰ সঙ্গিনীৰূপে অগ্নি-সাক্ষী কৰি বৰণ কৰিছিল—সেই মিনতিয়ে মৃণালৰ স্নেহশীলা মাতৃৰ শেষ মুহূৰ্ত্ততো এবাৰ আহি দেখা নিদিলেহি। স্বামীদেৱৰ প্ৰতি তাই অকণো স্নেহ-অনুকম্পা প্ৰকাশ নকৰিলে। আৰু তাইকে কেন্দ্ৰ কৰি চাৰিওফালে তৰা দুৰ্ব্বৃত্তৰ স্বাৰ্থৰ জালত পৰি মৃণাল কক্‌বকাব লাগিল। কি সুন্দৰ বিচাৰ! কি চমৎকাৰ সংসাৰ ধৰ্ম্ম!! হাতৰ চিঠিখন টুকুৰা টুকুৰাকৈ ছিৰি দলিয়াই দি মৃণাল আবেগেৰে ৰাস্তাৰ ফালে ওলাই গ'ল।

দুপৰীয়া শোৱাৰ অভ্যাস মৃণালৰ নাই। সিদিনা কিন্তু সি বৰ ভাগৰুৱা মানুহৰ দৰে অৱশ-অলসভাবে শুই পৰিল। বিছনাত পৰি সি টোপনি যোৱা নাই—ওপৰৰ ফালে মুখকৈ ভাবি আছে: এতিয়া সি কৰিব কি? খাব কি দৰে? ইফালে ধাৰ বোৰেইবা মাৰে কি উপায়ে? সাধাৰণ চাকৰি কৰি পেট প্ৰবৰ্ত্তন কৰাই টান; আৰু তগৰ-নৃপেনকনো এতিয়া কি দৰে অকলে ঘৰত ৰাখি সি দূৰত থাকিব পাৰে? মাকে এৰা দি বেচাৰা মৃণালক অথাই সাগৰত পেলালে। কি কৰিব, কি নকৰিব ভাবি মৃণালৰ টোপনি নোহোৱা হ'ল। তাৰ হাত ঘড়ীতো মোকোলাব নোৱাৰিলেই, এতিয়া মুৰটো গুজিবৰ ঠাই, মাটি-ভেটিটোখিনিও যে যাবৰ উপক্ৰম হৈছে। আনহাতে দিন পলম হয় মানে যে সুদ বাঢ়ি কেৰেলাতকৈ গুটিও দীঘল হৈ যাব। এই শঙ্কটত মৃণাল কি দৰে উদ্ধাৰ হয়? কোনে তাক সহায়-সহানুভূতি দেখুৱাব? ককায়েকহঁতে দুখীয়া মৃণালৰ লগত কোনো লেটি-ঘেটি কৰিব নোখোজে। শহুৰেকহঁতে মিনতিক-

এম. এল. এ.—৮

লৈয়ে এক নতুন কূট-জাল ৰচনা কৰিছে। ওচৰ-চুবুৰীয়া তেনে কোনো যোগ্যবান মানুহ নাই যি মৃণালক সহায় কৰিব পাৰে ; আৰু গাঁওৰ দোকানী মহাজন যি কেইটা আছিল সেই আটাইবোৰে হাতহে পাতি আছে এইবুলি,—"তোমাৰ বাকী পৰিশোধ কৰা।"

দিনৰ পাছত দিন আৰু ৰাতিৰ পাছত ৰাতিকৈ সময় বাগৰিবলৈ ধৰিলে। অনাহাৰ-অনিদ্ৰাই মৃণাল শুকাই-খাণাই যাবলৈ ধৰিলে। তথাপি, তাৰ কোনো সমস্যাৰ সমাধান নহয়। সি কোনো চৰকাৰী হাইস্কুলত চাকৰি বিচাৰি পি, এচ, চি, লৈ দৰ্খাস্ত কৰিছিল। বেলৱে, ডাকবিভাগ আৰু চৰকাৰৰ নতুনকৈ খোলা কমিউনিটি প্ৰজেক্টলৈও দৰ্খাস্ত দিছে। কিন্তু বি, এ, ৰ 'ৰিজাল্ট'টোও নোলোৱাত কোনোফালে একে সুবিধা কৰিব পৰা হোৱা নাই। গতিকে মৃণালে আশা-নিৰাশাৰ মাজেৰে পৰীক্ষাৰ 'ৰিজাল্ট'ৰ কাৰণেই ব্যগ্ৰভাৱে অপেক্ষা কৰি থাকিল।

মৃণালে 'ৰিজাল্ট'ক অপেক্ষা কৰি থাকিব পাৰে,—কিন্তু অভাৱ-অভিযোগবোৰে কাকো অপেক্ষা নকৰে। মৃণালৰ ঘৰত আকৌ খোৱা-লোৱাৰ সমস্যাই দেখা দিলে। এদিন দুপৰীয়া আহাৰ কৰি উঠাৰ পিছতো তগৰে কলে "ককাইদেউ ! আজি ৰাতিলৈ আৰু চাউল নাই।" কথাষাৰ শুনিয়েই মৃণালৰ বুকু চিৰিং কৈ উঠিল। নিজৰ মনতেই সি কলে—"তেন্তে এতিয়া উপায় !" চকীখনতে মূৰটো আওজাই টেবিলখনৰ ওপৰত ভৰি দুটা তুলি বহি মৃণাল আকৌ চিন্তাসাগৰত বুৰ গ'ল। এইবাৰ সি কি বেচি বা বন্ধকত থৈ ৰক্ষা পৰিব ? কিছু সময় তভক্ মাৰি থাকোতে হঠাতে মনত খেলালে যে এই চকী-মেজ কেইখনকে দেখোন সি কাৰোবাক দিব পাৰে ! কিমান মানুহৰ ঘৰত চকী মেজ নাই, সেইবোৰেও জানো চলা নাই ? এৰা, এইটো বুদ্ধিৰেও কেইটামান দিন অন্ততঃ তৰিব পৰা যাব। কিন্তু পাছ মুহূৰ্ত্ততে ভাব হ'ল—এইবোৰ মিনতিৰ যৌতুকত দিয়া বস্তুহে ? মিনতিৰ স্বত্ব থকা বস্তুত এইদৰে হস্তক্ষেপ কৰাটো কোনোমতে সঙ্গত নহ'ব। বিশেষকৈ মিনতিৰ পৰা এতিয়া সি দেহেমনে আঁতৰ হৈ আছে। কিন্তু মিনতিৰ লগত থকা অলঙ্কাৰ ? সেই বোৰতো প্ৰকৃত দাবী মৃণালৰ নাই। কাৰণ মিনতিৰ দেউতাকেই সকলো অলঙ্কাৰ দিছে। এই কথাবোৰ মনলৈ অহাৰ পাছতে তাৰ লাজ লাগিল। ছিঃ, ছিঃ ! কি কথাবোৰ সি ভাবিছে ! তিৰোতাৰ হাতৰ-কাণৰ বেচি খোৱা কথাও সি ভাবিব লগা হৈছে ! হাঁয়, হাঁয় ! তাৰ কি অধঃপতন হৈছে ! লাগিলে নেখাই মৰিব

—সিও ভাল ; তথাপি ইমান নীচ কাম সি কৰিব নোৱাৰে। ইমান তললৈ সি নামিব নোৱাৰে। চকীৰ পৰা খপ্-জপ্কৈ উঠি মৃণাল চোতাল পায়গৈ। হাত দুখন বুকুত বান্ধিলৈ অলপ ইফাল-সিফাল কৰিবলৈ লাগিল।

দহিকতৰাজনীয়ে চজিনাৰ ফুলবোৰ ঠোটেৰে বিদাৰি দিছে। কেবাটাও ফুল মৃণালৰ গাতে তপ্-তপ্কৈ পৰিল। লগতে চজিনা ফুলৰ মৃদু গোন্ধ এটাও তাৰ নাকত সোমাই গ'ল। ওপৰলৈ মূৰ তুলি চায় যে দীঘল দীঘল হৈ চজিনাবোৰ ওলমি আছে।—'ইমানবোৰ চজিনা লাগি আছে! সেইবাৰ বেচিলেওতো যথেষ্ট পইচা পোৱা যাব! নৃপেনে হাটত গৈ বেচিব পাৰে। এৰা, ঠিক কথা। ঈশ্বৰে এটা সাম্প্ৰতিক উপায় দিলে অন্ততঃ। বাটৰফালে মৃণাল কেইখোজমান যাওঁতেই দেখিলে যে নৃপেন স্কুলৰ পৰা আহিব লাগিছে। সেইদিনা শনিবাৰ, স্কুল 'হাফ্' হৈছে।

"নৃপেন! খাই উঠি এই চজিনাবোৰ পাৰিবিচোন। ঢেৰ চজিনা লাগি আছে। এইবোৰতো হাটলৈ নিব পাব তই?"—ককায়েকৰ কথা শুনি অলপ ইতস্ততঃ কৰি নৃপেন ঘৰ সোমাল। ককায়েকৰ কথামতে সি বহুতো চজিনা পাৰি পেলালে।

শ্ৰেণীৰ ভিতৰত নৃপেনৰ অৱস্থাই বেয়া বুলি আন ল'ৰাবোৰে জানে। কাৰণ সময়মতে মাছুল দিব নোৱাৰি স্কুল খতি কৰে নৃপেনেই বেছি। নৃপেনৰ কাৰণে এইটো বৰ লাজৰ কথা আছিল। কেইবাদিনো স্কুললৈ নোযোৱাৰ পাছত যিদিনা সি প্ৰথমে যাব লগা হৈছিল, সেইদিনা তাৰ বৰ টান লাগিছিল। মাষ্টৰে বা কি কয়, ক্লাচৰ বন্ধুৱে কোনে বা কি ঠাট্টা কৰে—এই ভয়, সংকোচতে তাৰ মন মৰি গৈছিল। ছাত্ৰৰ এটা ধৰ্ম্ম এই যে—সি তাৰ সমনীয়াৰ ওচৰত কোনো বিষয়তে হীন বা নিঃকিন বুলি বিবেচিত হবলৈ বৰ টান পায়। কিন্তু বেচাৰা নৃপেন এই সংকটৰ পৰা নিজক প্ৰায়ে বচাব নোৱাৰিছিল। আজি আকৌ ককায়েকে তাক হাটলৈ চজিনা বেচিবলৈ যাবলৈ কৈছে।—কি দাৰুণ সমস্যা! হাটলৈ যে গাঁওৰ সকলো চিনাকি মানুহ যায়। তাৰ পৰিচিত ছাত্ৰ-বন্ধু আৰু মাননীয় শিক্ষক সকলো যে তালৈ আহিব! নৃপেনক চজিনা বেচা দেখিলে এই আটাইবোৰে বা কি ভাবে? ভাবি ভাবি নৃপেনৰ বৰ লাজ লাগিছে। ইফালে নগলেও ককায়েকে খং কৰিব। কি কৰিব, কি নকৰিব ভাবি নৃপেনে চজিনাৰ পাছিটোৰ ওচৰতে জুপুকা মাৰি বহি আছে।

নৃপেনে চজিনা গছত উঠি থাকোতেই কোনো এজন ল'ৰাই মৃণালৰ হাতত এখন 'এক্সপ্ৰেচ্' লেটাৰ দি থৈ গ'ল। সেইখনকে পঢ়ি মৃণালে অনেক বেলি তলকা মাৰি আছিল। চিঠিখন মৃণালৰ শহুৰেকে লিখা। তাত তেওঁ লিখিছে যে বিভূতিয়ে সদায় আহি পইচাৰ বাবে দিগদাৰি দি থাকে। শহুৰেকে নিজৰ পৰাই বহুখিনি টকা চিকিৎসাত খৰচ কৰিছে। আৰু তেওঁৰ তাতকৈ বেছি খৰচ কৰিবৰ সামৰ্থ্য নাই। গতিকে মৃণালে মনে মনে নাথাকি মিনতিৰ বিষয়ে যি কোনো এটা বন্দবস্ত তৎক্ষণাৎ কৰিব লাগে। মৃণাল যিহেতু মিনতিৰ স্বামী, সে ইবাবে এইকথা জনোৱা হ'ল।—চিঠিখনৰ আচল মৰ্ম্ম এয়ে।

—চিঠিখন পঢ়া হ'লত নিৰুদ্বেগ চিত্তে মৃণাল চোতাললৈ ওলাই আহি দেখে যে নৃপেনে চজিনাৰ পাছিটো আগত লৈ বহি আছে।

"কি, তই দেখোন এতিয়াও যোৱা নাই? হাট ভাগিলে যাবি নেকি? অ' ভগৱ! চাওঁ, মোক ধুতি-চোলাযোৰ দে। সি স্কুলীয়া বাবু, হাটলৈ কিয় যাব? ময়ে দেখোঁচোন কি হয় ... ."—বৰ বিৰক্ত হোৱাৰ দৰে মৃণালে ক'লে। এতিয়া কথা বিষম যেন দেখি ল'ৰা-লৰিকৈ নৃপেনে চজিনা খিনি ডাঙৰ বেগ এটাত ভৰাই বজাৰলৈ গ'ল। নৃপেনে যে বৰ অনিচ্ছা সত্ত্বেও বাধ্য হৈহে গ'ল এই কথা মৃণালে বুজিছিল। অৱস্থাৰ খাতিৰত যে নৃপেনক পঠাব লগা হ'ল, এইবাবে মৃণালৰ মনত দুখ লাগিল। কিন্তু আজিকালিৰ স্কুলীয়া ছাত্ৰই কিবা এটা স্বাধীন কাম কৰি খাবলৈ বা, কোনো এটা কামত অভিভাবকক সহায় কৰিবলৈ কিয় টান পায়,—সেইকথা সি নুবুজে। কৰ্ম্ম কৰিবলৈ লজ্জাবোধ —ই জাতিৰ এটা অকল্যাণৰ লক্ষণ। যাৰ খেতি আছে সেই ল'ৰাই পথাৰলৈ নাযায়, যাৰ ঘৰত শিল্পকাম সেই ল'ৰাই অভিভাবকৰ লগত সহযোগ নকৰে; এনেকি বহুত ছাত্ৰই মাকক খৰি দুডাল পৰ্য্যন্ত ফালি-ছিৰি যোগাৰ নিদিয়াৰ ফলত মাকে নিজে সেই কাম কৰিব লগা হয়। চেনেহীয়ে মৃণালৰ ওচৰত নৃপেনৰ বিৰুদ্ধে এনেকুৱা আপত্তি বহুত দিছিল। স্কুলত পঢ়িলে কাম কৰিবলৈ লাজ বা অৱহেলা কৰিব লাগে—এই শিক্ষা ক'ৰ পৰা আহিল? কোনো সভ্য জাতিৰ জীৱনততো এনে কথা শুনিবলৈ পোৱা নাযায়?

হঠাতে আকৌ হাতৰ চিঠিখনৰ কথালৈ মৃণালৰ মনটো ঘূৰি আহিল,— "মিনতিৰ মই স্বামী। সেয়ে মোক জনাইছে। তেন্তে সচাঁকৈয়ে মই কিবা স্বামীৰ কৰ্ত্তব্য কৰা নাই নেকি? মিনতিকতো শহুৰেই নিজে নিছিল—তাত চিকিৎসাৰ সুবিধা হ'ব বুলি! এতিয়া তেৱেঁই লিখিছে—মই কিবা বন্দবস্ত

কৰিব লাগে। বন্দৰস্ত কিহৰ ? চিকিৎসাৰ নে অইন কিবা ? কিন্তু মিনতিয়ে মোৰ দুখুনী মাতৃৰ শেষ মুহূৰ্ত্তটো এবাৰ আহি দেখা নিদিলেহি। সেইজনী মিনতিক মই ক্ষমা কৰোঁ কেনেকৈ ? নাইবা, শহুৰেহঁতেও তেওঁক নপঠাব পাৰে। হয়তো সময়ে-সময়ে বোঁছ অসুখৰ বাবেও নহাকৈ থাকিব পাৰে। কিন্তু চিঠি-পত্ৰওতো এখন দিব পাৰিলেহেঁতেন ! অৱশ্যে,—চিঠি-পত্ৰ ময়ো লিখা নাই। কিজানি,—সেয়ে অভিমান ! বাৰু, মোৰ কথা বাদ দিলোঁ। আইৰ সৈতে মিনতিৰ কি লাগিছে ? আয়েতো মিনতিৰ নাম নুশুনিছিল ! চৰিত্ৰহীনা, বেশ্যা আদি নানা প্ৰলাপ বকিয়ে আই গুচি গ'ল। ডাক্তৰে কৈছিল—কিবা কঠিন আঘাতত আইৰ চিত্ত-চাঞ্চল্য ঘটিছিল। তেন্তে কি এইবোৰৰ বাবে মিনতিয়েই দায়ী ? হায় ! আইক যদি এবাৰ ভাল অৱস্থাত পালোঁহেঁতেন ! তেওঁ গ'ল শান্তিধামলৈ—দুখ-তাপ, পাপ-দুশ্চিন্তা সকলো মোৰ মূৰত জাপি দি। মই এতিয়া কৰোঁ কি ? মিনতিক আনিম—পাপ গ্ৰহণ কৰি পুণ্যশীলা জননীৰ প্ৰতি অশ্ৰদ্ধা কৰা হয় নেকি ? মিনতিক এৰিম—ধৰ্ম্ম-পত্নীৰ প্ৰতি অবিচাৰ কৰা পাপত লিপ্ত হওঁ যদি ? কি কৰোঁ, কি নকৰোঁ ! কোন বাট লোৱা সঙ্গত হ'ব ! কোনে আহি এই সমস্যাৰ সমাধান কৰি দিব ?"—মন আৰু বিবেকৰ তুমুল সংঘাতত মৃণালে কপালতে হাত থৈ ·চাঁজনাৰ তলৰ টুলখনতে বহুপৰ বহি থাকিল। তেতিয়া বেলি-টোৱে তাৰ শেষ শক্তি প্ৰয়োগ কৰিও চোকা কৰিব নোৱাৰা পাতল ৰ'দ কণেৰে পৃথিৱীক মৰম কৰিবলৈ বিচাৰিছে।

( ২২ )

ধুতি-চোলাজোৰ গাত সুমুৱাই লৈ মৃণাল আজি শহুৰেকৰ ঘৰলৈ গ'ল। বেছি বেলি নাছিল বাবে ল'ৰালৰিত সি মূৰ পৰ্য্যন্ত আচুৰিবলৈ পাহৰি গৈছিল। যেনেদৰে হলেও মিনতি আৰু শহুৰেকহঁতৰ লগত এটা বুজা-পৰা কৰিব লাগে—এয়ে তাৰ মূল চিন্তা। নহলে কথা-কাণ্ড গৈ কিবাহে হ'ব। ভৱিষ্যতে যি হওক নহওক, মানুহে যাতে শেষত মৃণালৰ গাত দোষ জাপিব নোৱাৰে, অন্ততঃ সেই বাটটো মাৰিবলৈ মৃণাল আজি দৃঢ়প্ৰতিজ্ঞ হ'ল। আৰু খন্তেকো পলম নকৰি বেগাই খোজ ল'লে।

মৃণাল ইমান কোবেৰে গৈছিল যে ৩।৪ মাইল বাট প্ৰায় এঘণ্টাৰ আগতে গৈ পালে। শহুৰেকৰ গাঁও পাওঁতে মানুহৰ গাৰনোম নেদেখা আন্ধাৰ হৈছিল। ঠিক এনেকুৱা হিৰণ্যাক্ষ-বধৰ সময়তেই মৃণাল গৈ শহুৰেকৰ চোতাল পালে। সেই সময়ত শহুৰেক ভবেশ বৰুৱাই গোহালিত গৰু বান্ধিবলৈ লাগিছে। কাৰণ হলোৱা ফুলু সিদিনা ছুটী লৈ ক'ৰবালৈ গৈছিল। শাহুৱেক ৰূপহীও ওচৰৰে এখন গোপিনী-সবাহলৈ গৈ তেতিয়ালৈ আহি পোৱা নাছিল। খুলুখালীয়েক বিজুলী আৰু আন ল'ৰা-ছোৱালীবোৰে বৰ ঘৰতে কিৰিলি পাৰি আছিল। কিন্তু বিজুলীয়ে সেই গণ্ডগোলৰ মাজতে লেম্প্ কেইটাও চাফা কৰি জ্বলোৱাৰ দিহা কৰিব ধৰিছে।

ৰহস্যৰ বিষয় এই যে, বিভূতিয়ে সময় পালে তেতিয়াও ভবেশ বৰুৱাৰ ঘৰত এপাক সোমাবলৈ এৰা নাছিল। সেই দিনাও কোনোবা ফালৰ পৰা আহি বিভূতিয়ে মৃণালৰ ঠিক আগে আগে মিনতিৰ ড্ৰইং ৰুমত সোমাইছে। মিনতিৰ মন ভাল নাথাকিলে প্ৰায়ে ড্ৰইং ৰুমৰ আৰামী চকীখনত বহি এখন কিতাপ পঢ়াৰ ভাও কৰি থাকে। সেই দিনাও কিতাপখন বুকুতলৈ কিবা অজান ভাবত তন্ময় হৈ আছিল। মিনতিৰ এটা গুণ আছিল এই যে, বিভূতি লম্পট হওক, গুণ্ডা হওক, যিয়েই হওক লাগিলে ; তাৰ আগত এতিয়া সঙ্কোচ ভাব নেদেখুৱাইছিল। কিয়নো, পাতল মনৰ চেলেপু ডেকাক নাৰীসুলভ গাম্ভীৰ্য্যেৰেই তাই সহজে শাসনত ৰাখিব পাৰিছিল। সেয়ে বিভূতিয়ে বহু-দিন চিকিৎসা কৰিলেও আৰু মিনতিৰ ওচৰলৈ ঘনাই আহিলেও কোনো পাতল

কথা ক'বলৈ বা ঠাট্টা-মস্কৰা আদি কৰিবলৈ তাৰ সাহসে নকুলাইছিল।

সিদিনা সময়টো অলপ বেয়া হোৱাৰ বাবেই নে কি কৰাণতে বিভূতিয়ে ৰুমটোত সোমায়ে অলপ ইতস্ততঃ কৰি নিজে নিজে একাষত বহিল; আৰু আন্দাজতে মিনতি বুলি সুধিলে—"খুড়াদেউ কলৈ গৈছে?" ইফালে তাৰ পশু মনটোৱে ক'লে—"হৃদয় ধৈৰ্য্য ধৰ। তই যাক অসুবিধা বুলি ভাবিছ, সেই অৱস্থা হয়তো তোৰ সুবিধাৰ বাবেই ঈশ্বৰে ঘটাই দিছে।"

বিভূতিৰ এনে অপ্ৰত্যাশিত, অসময়-আগমনত মিনতি মনে মনে অসন্তুষ্ট হৈছিল। সেয়ে কওঁ-নকওঁকৰি কিছু পলমকৈ উত্তৰ দিলে—"আছে।" ঠিক সেইখিনি সময়তে মৃণাল হঠাতে ৰুমটোলৈ সোমাই আহিল। তেনে নকৰি উপায়ো নাছিল। কাৰণ শহুৰেকৰ বৰ-ঘৰলৈ সি পোনে-পোনে সোমাই যাব নোৱাৰে আৰু চোতালত তেনেকৈ থিয়হৈ থকাটোও বৰ অশোভন যেন দেখি।

মৃণালেও ৰুমটোত সোমাইছে, সেইফালে বিজুলীয়েও লেম্পটো হাতত লৈ প্ৰবেশ কৰিছে। পোহৰত আচম্বিত মৃণালৰ মুখমণ্ডল জিলিকি উঠাত স্বপ্না-ভিভূতাৰ দৰে মিনতি চমকি উঠিল; আৰু কি কৰিব, কি নকৰিব ভাবি আত্ম-বিস্মৃতা হৈ নিৰ্ব্বাক প্ৰস্তৰ-মূৰ্ত্তি এটাৰ দৰে থিয় হৈ ৰ'ল। ইফালে বিভূতিৰ বিহ্বলতাৰ সীমা নাই। এনেয়ে চোৰৰদৰে চুচুক্-চামাক্‌কৈ বহি সি অস্বস্তিবোধ কৰি আছিল। তাতে কোনোৱে সপোনতো ভাবিব নোৱাৰা এনে আশ্চৰ্য্যজনক ভাবে মৃণালে যে ঠিক সেই মুহূৰ্ত্তটিতে আহি ঘপহকৈ ওলাবহি, সেইটো বিভূতিয়ে কল্পনাও কৰিবপৰা নাছিল। দুৰ্ব্বল মনৰ চেঙেলি ডেকা থক্‌মক্‌কৈ থিয় হৈ দিলে আৰু কিবা ক'বলৈ গৈ 'আ—আ' কৰি 'আপুনি'টোও উচ্চাৰণ কৰিব নোৱাৰি ঘামি উঠিল।

"বাৰু, বাৰু; মই ইমান কোনো ডাঙৰ মানুহ নহয় যে, মোক দেখি সকলোৱে থিয় হৈ দিব লাগে।" বজ্ৰ-গম্ভীৰ স্বৰত কোৱা মৃণালৰ এই বিদ্ৰূপ-বাণে মিনতিৰ অন্তৰ ভেদি গ'ল। তাই স্বামীক বহিবলৈ কোৱাৰ সাধাৰণ ভদ্ৰতাৰ কথাও পাহৰি গৈছিল; নাইবা, সেই পটভূমি এৰি পলাই পত্ৰং দিবলৈও নোৱাৰিলে। এনেকি, বিজুলীয়েও ভিনিহিয়েকৰ মুখ দেখি অজানিতে ভয় খাই, একো নোকোৱাকৈ থৰ লাগি ৰ'ল। মৃণালে নিজেই কাষৰত থকা চকী এখন গাৰ ওচৰলৈ টানি আনি বহি পৰিল; আৰু বিভূ-মিনতি দুয়োৰে ফালে চাই তীক্ষ্ণদৃষ্টিৰে ক'লে—

"মই যদি কাৰোবাৰ শান্তি ভঙ্গ কৰি আছোঁ—প্ৰথমে ক্ষমা বিচাৰিছোঁ।

দ্বিতীয়তে আটাইবে অনুমতি সাপেক্ষে মাত্র দুই-এটা কথা কৈ মই বিদায় হ'ম।"
—এইখিনি কৈ আৰু বেছি শক্তি সঞ্চয় কৰি মৃণালে চকীৰ পিছফালে মুৰটো আওজাই বিভূৰ ফালে স্থিৰ-দৃষ্টে চাই ব'ল।

"বিভূতি ডাক্তৰবাবুৱে মৃণাললৈ টকাৰ বিল দি ৭।৬ ইংৰাজী তাৰিখে এখন চিঠি পঠোৱা হয়নে?

"হয়, পঠাইছিলোঁ।"—অলপ ভয়-ভয়কৈ আৰু কিছু আশাৰ ভাবেৰে উত্তৰ দি বিভূতিয়ে বহাৰ চেষ্টা কৰে।

"আৰু সেই চিঠিত স্বহস্ত-লিখিত এনে কথা আছিল নে—যে টকা আদায় নোহোৱা পৰ্য্যন্ত ৰোগীৰ চিকিৎসা বন্ধ থাকিব?"

"আ—আ আছিল হয়—কিন্তু—"

"কিন্তু-ফিন্তু কি ডাক্তৰ!—এইয়া ডাক্তৰী কৰা হৈছে—নে ডাক্তৰীৰ নামত লাম্পট্য?........" মৃণালে উত্তেজিত হৈ উঠে।

"লাম্পট্য? আপুনি কি কৈছে, দলৈ!"

'লাম্পট্য' শব্দটোৱে বেজীৰে খোচ্‌মৰাদি মৰাত বিভূতিয়ে প্ৰতিবাদ কৰি উঠিল। মিনতিয়ে কিন্তু কথাষাৰৰ ভালকৈ একো অৰ্থ ধৰিব নোৱাৰি হতভম্ব হৈ ঘামি-ঘামি ব'ল।

"এৰা, কি কৰিম! তাতকৈ ভাল শব্দ যে মই বিচাৰি পোৱা নাই?"

"আপুনি ইয়াৰ কৈফিয়ৎ দিব লাগিব। আপুনি মোক অপমান কৰিছে।"

"মই কালৈকো পৰোৱাই কৰা নাই। সৰ্ব্বসাধাৰণ মানুহৰ মুখতে ইয়াৰ কৈফিয়ৎ বিচাৰিলে হ'ব।"

"আপুনি মোৰ টকা দিব লগাৰ ভয়ত এইবোৰ কুতৰ্ক তুলি দিছে। মই বুজিছোঁ।"

"বন্ধুৰ ঘৰলৈ বিয়া খাবলৈ গৈ ডাঙৰ ডাঙৰ বিষয়া সকলে দীঘল দীঘল 'ট্ৰেভেলিং এলাৱেন্‌চ্' লোৱাৰ আজিকালি দিহা হৈছে। কিন্তু আড্ডা দিবলৈ বা মুখচুপতি মাৰিবলৈ যাওঁতে ডাক্তৰ সকলে ভিজিট পোৱা নিয়মতো এতিয়াও আমাৰ দেশত হৈ উঠা নাই,—বৰুৱা চাহাব! টকা প্ৰকৃততে মই দিব লাগে—নে পাবহে লাগে—তাৰ হিচাব-নিকাচ ভালকৈ কৰিব লাগিব।"

"কি, ইমান কথা! আজি ডেৰমাহ-দুমাহ খাটি শেষত...."

"শেষত পৰিণাম ভালেই হ'ব ডাক্তাৰ,—যদি ঈশ্বৰে কৰে। মই আজি এই সময়ত আহি পোৱাটোৱেই এটা শুভ লক্ষণ। কি কয়, মিষ্টাৰ ডাক্তৰ?"

"শুনোচ ডাক্তৰ চাহাব ! ডাক্তৰী, মাষ্টৰী আৰু গুৰুগিৰী সকলোৱে জীৱনত শোভা নাপায়। এই বৃত্তিৰ বাবে কেইজনমান মাত্র মানুহ ঈশ্বৰে বাছি পঠায়। মোৰ গুৰিতেই ভুল হৈছে। আপোনাক কেতিয়াও মই চিকিৎসাৰ অধিকাৰ দিব নালাগিছিল। কাৰণ সেই যোগ্যতা আপোনাৰ নাই।"

"উঃ! ইমান অপমান আৰু সহ্য কৰিব নোৱাৰি। মিনতি! মোক তোমালোকে চিকিৎসাৰ ভাৰ দি শেষত ইমান লাঞ্ছনা···।"

"সঁচাকৈয়ে ডাক্তৰক ইমান কথা কোৱাৰ আৱশ্যকতা নাই। অধিকাৰ দিছিলেই যদি—এতিয়া আৰু এইবোৰ অনাহক কথা নুতুলি তেওঁৰ লেঠা চাফা কৰি দিলেই হ'ল।" মিনতিয়ে অশেষ ধৈৰ্য্য আৰু সাহস সঞ্চয় কৰি এইকথাখিনি ক'লে। কাৰণ এনে অপ্ৰীতিকৰ দৃশ্যৰ কেনেকৈ ওৰ পৰে ; সেইটোৱেই আছিল তাইৰ প্ৰধান চেষ্টা। কিন্তু, জুইত বিচনীৰ বতাহ লাগিলে নুনুমায়, বৰং বেছিকৈহে জ্বলে। এইবাৰ, মিনতিৰ পাল পৰিল। মৃণালে ইমান পৰে সেই চেগকে বিচাৰি আছিল।

"সুঃ! অধিকাৰ? অধিকাৰ দিছিলোঁ চিকিৎসাৰ—কিন্তু হে সাধ্বী! সেই অধিকাৰৰ ঠাইত অনধিকাৰ আৰু স্বেচ্ছাচাৰ কিয়? তোমালোকে অধিকাৰৰ কি নতুন সূত্ৰ আবিষ্কাৰ কৰিছা?"

"আপুনি মোৰ চৰিত্ৰ সমালোচনা নকৰিব। মই সহ্য কৰিব নোৱাৰিম।" —মিনতিৰ উশাহ চুটি হৈ আহে।

"চৰিত্ৰ সমালোচনা কিয় সহ্য হ'ব? কুচৰিত্ৰৰ স্বেচ্ছাচাৰৰ বাটত সমালোচনা যে বিৰাট অন্তৰায়!"

"কুচৰিত্ৰৰ স্বেচ্ছাচাৰ! উঃ! আপুনি ভদ্ৰতাৰ বাহিৰ হৈছে। এইবোৰ একেবাৰে অসৎ কথা।"

"সুভদ্ৰা! হাঃ হাঃ হাঃ! সতী, সীতা, জয়মতী! আন্ধাৰ এই নিৰ্জ্জন কক্ষত—এক লম্পটৰ লগত মুখচুপতি?"

"ওঃ খবৰদাৰ, খবৰদাৰ—নীচ, নিলাজ!"

"মৃণাল নীচ, প্ৰত্যুৎপন্নমতি নাৰী! চৰিত্ৰৱতী?"

"চৰিত্ৰহীন! নিজৰ চৰিত্ৰ কি? মিনতিৰ চকুত ধূলি দিব নোৱাৰা। সেই দেখি আনক কলঙ্ক দিবলৈ·····ছিঃ ছিঃ বাহিৰ—বাহিৰ—দেউতা—দেউতা!"

মিনতি একেবাৰে অধীৰা, বিহ্বলা হৈ হাতখন দাঙি ফণাহতা ফণীনীৰ দৰে

তবিৎ-সঞ্চাৰে মৃণালৰ ওচৰলৈকে গ'ল। তাই একেবাৰে পাহৰি গৈছিল যে—মৃণাল তাইৰ আৰাধ্য দেৱতা, স্বামী গুৰু। স্বামীৰ নিন্দাকাৰী ছদ্মবেশী মহাদেৱৰেই ক্ৰোধান্বিতা পাৰ্ব্বতীয়ে খেদি যোৱাৰ মিনতিয়ে মিছা কলঙ্ককাৰী স্বামীক কোনো শত্ৰু যেন বোধ কৰি এইদৰে খেদি গ'ল।

মিনতিৰ ৰণ-চণ্ডীৰ দৰে মূৰ্ত্তি আৰু বুকুত কুঠাৰৰ ঘা মৰাৰ দৰে বাক্য-বাণে মৃণালকো একেবাৰে অস্থিৰ আৰু বিহ্বল কৰি তুলিলে। ক্ষোভিত, মৰ্ম্মাহত মৃণাল আচম্বিতে চকী ত্যাগ কৰি থিয় হৈছিল— এনেতে জবেশ বৰুৱা আহি ঘটনা-স্থলীত উপস্থিত হ'ল; আৰু কথাৰ আগ-পাছ নুগুণোকৈয়ে মিনতিৰ কথাত যোগ দিলে।

"বাহিৰ হ! বাহিৰ হ বেগতে। মোৰ ঘৰলৈ আহি মোৰ ছোৱালীৰ ওপৰতে ইমান দৌৰাত্ম্য!"—ৰুক্ষস্বৰে অধিকাৰৰ সুৰত কঁপি-কঁপি কোৱা কথাখিনিলৈ মৃণালৰ মুঠেই ভয় লগা নাই। লাজ, অভিমান নাইবা অপমান-বোধও সি নকৰিলে। মাত্ৰ এক মহান গম্ভীৰ ভাব অৱলম্বন কৰি বিজেতাৰ দৰে সি কৈ উঠিল—

"মোক খেদিবলৈ কোনেও ইমান কষ্ট কৰিব নালাগে। আপুনিও নালাগে—আপোনাৰ কন্যাইও নালাগে। মৃণাল উদ্দেশ্যবিহীন পাগল নহয়। আহি-ছিলোঁ আপোনাৰ চিঠি পাই—কিবা ব্যৱস্থা কৰিবলৈ। (মিনতিৰ ফালে চালাম কৰি) বিদায়—দেবী মিনতি! চৰিত্ৰহীন মৃণালে তাৰ পাপ-দৰ্শনেৰে আৰু কেতিয়াও কাকো আমনি নকৰে। মৃণালে এতিয়া ভালকৈ বুজিব পাৰিছে যে, কাৰো স্বাধীনতাত কোনেও হস্তক্ষেপ কৰা উচিত নহয়। মিনতিৰ ওপৰত মৃণালৰ কোনো কৰ্ত্তৃত্ব নাই।

"শেষত কৈ যাওঁ এটা কথা—যি সত্য, যি প্ৰত্যক্ষ; মই তাকেহে মাত্ৰ কৈছিলোঁ। মানৱ-চৰিত্ৰ অনুমান আৰু কল্পনাৰ অতীত। কিন্তু মৃত্যু পৰ্য্যন্ত এই এষাৰ কথা মনত থাকিব—যে এগৰাকী ৰমণীয়ে মুখ-মুখীকৈ কৈছে—মৃণাল নীচ, চৰিত্ৰহীন।"

—মুহূৰ্ত্ততে মৃণাল আন্ধাৰৰ মাজত অদৃশ্য হৈ পৰিল। মৃণালৰ কথাবোৰ মিনতিয়ে সপোনত শুনাৰ দৰে শুনিলে। তাইৰ মন তেতিয়া অৰ্দ্ধচেতন অৱস্থাত। মৃণালৰ ওচৰলৈ চোঁচা লৈ পৰি যাব খোজা মিনতিক বিজুলীয়ে কোনোমতে ধৰি মাটিতে বহুৱাই ৰাখিছে। ভৰিৰ তলৰ পৰা পৃথিৱীখন ওপৰলৈ গৈ মিনতিক গৈ মিনতিক যেন ওভোটা কৈ পেলাই দিব খুজিছে॥

"উঠ, উঠ, মোৰ আই! কটা নিলাজ, দৰিদ্ৰৰ ঘৰত তোক আৰু মই নথওঁ। তোৰ বাবে এমুঠি চাউল মোৰ ঘৰতে ওলাব।" —মিনতিৰ হাতত ধৰি থিয় কৰাবলৈ যত্ন কৰি ভবেশ বৰুৱাই কয়। এনেতে, এচুকত চেপেটা মাৰি থকা বিভুৱে সেমেনা-সেমিনিকৈ ক'লে—"এৰা, বলিয়াৰ কথাত কাণ দি লাভ নাই।" —বিভূতিয়ে বুঢ়াৰ কথাৰ লগত সুৰ মিলাব খুজিছিল। ইমান পৰে মিনতিয়ে বিভুৰ কথা পাহৰিয়েই আছিল। তাৰ মাত শুনাৰ লগে লগে খঙে একেবাৰে তাইৰ চুলিৰ আগ পালেগৈ।

"এতিয়াই বাহিৰ হ কুকুৰ! এতিয়াই—এতিয়াই। তোৰ পৰাই মোৰ বৰ্তমানে হৈছে।"—কাল-বাঘিনীৰ দৰে মিনতিৰ ভয়ঙ্কৰ মূৰ্ত্তি দেখি বিভু বাবুৰ চুৰ্ত্তি হেৰাই একে জাপে নঙলা মুখ পালেগৈ। —"ত্ৰাহি মধুসূদন! ত্ৰাহি মধুসূদন!! কি কুক্ষণত আজি ইয়ালৈ আহিছিলোঁ।" —দীঘল দীঘলকৈ স্বস্তিৰ নিশ্বাস পেলাই বিভু ঘৰমুৱা হ'ল।

মৰ-আঁউসীটোও ঠিক সেই দিনাহে আহি মিলিল। নিবিড় আন্ধাৰত গাৰ ওচৰত থকা গছভালো মনিব নোৱাৰি। চেতনাবিহীন মৃণালৰ শৰীৰ-যন্ত্ৰটি কেনিবাদি আগবাঢ়ি গৈ থাকিল। উৎকট ভাবাবেগত তাৰ ভাবিৰ খোজবোৰ যেনি-তেনি উফৰি গৈছিল। গাৰ'লীয়া পথৰুৱা বাট। বৰষুণীয়া বতৰত গৰুৰ খচকনিত আৰু গাড়ীৰ চকা বহি মাজে মাজে একোটা পুখুৰী যেন হৈ আছে। মৃণাল এবাৰ এনে গাঁত এটাত খোজ দি আগফালে হামখুৰি খাই পৰিল। লগে লগে গেৰ্খেলা বোকাবোৰ ছিটিকি কাপোৰকানি নষ্ট হৈ গ'ল। গালে-মুখে পৰা ছিটিকনিবোৰ হাতেৰে মচিবলৈ চায় যে তাৰ গোটেই মুখমণ্ডল ঘামে ঢৌৱাই পেলাইছে আৰু থুতৰিৰে সেই ঘাম টপ্‌টপ্‌কৈ সৰিব লাগিছে৷ সি আঠুকাঢ়ি উঠিবলৈ চেষ্টা কৰিও পৰা নাই—তাক কিহে যেন হেঁচি ধৰিছে! "সুঃ—দুৰ্ব্বলতা?" তাৰ অক্ষমতা দেখি সি নিজেই হাঁহি উঠিল। "ক্ষুদ্ৰং হৃদয়দৌৰ্ব্বল্যং ত্যক্তোত্তিষ্ঠ পৰন্তপ!" মোহাচ্ছন্ন অৰ্জ্জুনক প্ৰাণসখা কৃষ্ণই প্ৰবোধ দিছিল। মৃণালে নিজে আবৃত্তি কৰি নিজে সান্ত্বনা ল'লে। তাৰ ভাগি পৰা মনটোক এবাৰ জগাই তুলি সি গৈ থাকে খহি পৰা ধৈৰ্য্যৰ গাণ্ডীৱ আকৌ তুলি লয়।

কিন্ কিন্ কৰে বৰষুণ আৰু হিম-চেঁচা বতাহ এজাকে মৃণালক কিছু শীতলাই আনিলে। মুকলি ঢপাং পাং পথাৰ। দুই-আঢ়ৈ মাইলৰ ভিতৰত ক'তো লোকালয় নাই। তেন্তে বৰষুণ টানকৈএ আহিব নেকি? একেই আঁউসী, তাতে ডাঠ ক'লা ডাৱৰে আকাশখন ছাটি ধৰি তৰা এটিও নোহোৱা কৰিছে। এনেতে কিছু দূৰত ভমক্ কৰে একুৰা জুই উঠি আকৌ মাৰ গ'ল। মৃণাল অলপ থমকি ৰ'ল। তেন্তে সেই কাণী বুঢ়ীৰ শ্মশান নেকি?

পথাৰৰ ঠিক মাজতে আলিবাটৰ দুই-তিনি নল আঁতৰত ডাঙৰ মৰিশালিখন। মানুহে কয় এজনী শুভ্ৰাকেশী কাণী বুঢ়ী তাতে ওলাই অকলশৰীয়া পথিকৰ ভীতি জন্মায়। সেই দুই-তিনিখন মৌজাৰ মাজত এইখনেই মৰিশালি। হাড়-মূৰ, ঢাৰি, ফটা কানি কাপোৰ, আধাপোৰা টাঙোন, বাঁহ, ভগা কলহ, কোনো পুতি থোৱা শ'ৰ চুলি, দাঁত, পঁচা মাংস আদিৰ বীভৎস দৃশ্য দেখি দিনতে

তালৈ জন-প্ৰাণী অকলে যাবলৈ সাহ নকৰে। মাজে মাজে জোপোহা শাওৰা গছ কেইজোপা আৰু নল-ইকৰানিৰ জোপ্‌বোৰে ঠাইখিনি আৰু গহ্বান কৰি তুলিছে। বৰষুণীয়া বতৰত এই সেমেকা পুতি-গন্ধময় ঠাইৰ পৰা ৰাতি ধনগুলৈ ওলায়। ইত্যাদি কাৰণত নিশাভাগত সেই কাণী বুঢ়ীৰ শ্মশানৰ ওচৰেদি কোনো মানুহ নগৈছিল। আমাৰ শ্মশানবোৰ এনে বিকট কদাকাৰকৈ ৰখা হয়—সঁচাকৈ পৃথিৱীৰ কোনো জাতিৰেই কিজানি এনে বীভৎস ব্যৱস্থা নাই। ইও এটা আমাৰ জাতিগত আৰু সামাজিক বৈলক্ষণ। ভাবি ভাবি মৃণাল বহু আগবাঢ়ি যায়।

আকৌ একুৰা জুই। এইবাৰ ভালেখিনি ওচৰতে। দপ্‌দপাই উঠা জুইকুৰা নিমিষতে নাইকিয়া হ'ল। "তেন্তে আজি ধন গুলৈয়ে আক্ৰমণ কৰিব নেকি? ধনগুলৈয়েনো মানুহক কি কৰিব পাৰে—বাৰু, আজি তাৰেই পৰীক্ষা হওক।" নিভীঁক ডেকা সদম্ভে আগবাঢ়ি থাকিল। সোঁ সোঁ কৈ বৰষুণ জোৰেৰে আহিবলৈ ধৰিলে। মৃণালৰ গা তিতি জোল হ'ল। এনেতে "ব্যোম্ কালি, নৃমুণ্ডমালী" বুলি কোনোৱে চিঞৰ মাৰিলে। লগে লগে ভমক্ কৰে আৰু সেই প্ৰকাণ্ড জুই একুৰা। বোধকৰো কোনো কালীসাধকে শ্মশানত আহি ধুনি পাতিছে। টান বৰষুণ পৰি শেষবাৰৰ কাৰণে তাৰ ধুনি নিৰ্ব্বাপিত হৈ গ'ল। হিৰ্‌হিৰ্ দম্‌দম্ ফট্। আকাশত দেৱদানবৰ বিৰাট যুদ্ধ আৰম্ভ হ'ল। মাজে মাজে বিজুলী চমকনিত চকু চাৎ মাৰি ধৰে আৰু ঢেৰেকণিত কাণৰ কণামাকৰি লৰি যায়। উজুটিয়াই পৰি, তিতি-বুৰি জুৰুলি-জুপুৰি হৈ দগ্ধহৃদয় মৃণাল অবিচলিত ভাবে গন্তব্য পথত আগ-ভৰি হৈ থাকিল। প্ৰাকৃতিক চেঁচাই তাৰ শৰীৰ ঠেটুৰা লগাই কঁপাই আনিছিল; কিন্তু অপ্ৰাকৃতিক ঘটনাৰ চিন্তাৰ হেঁচাই তাৰ মনত যি তাপ দিছিল, তাক জানো শাঁত কৰিব পাৰিছিল?

"ককাইদেউ কলৈ গৈছে?" নৃপেনে বজাৰৰ পৰা সুদা হাতে উভতি আহি তগৰক ভয়ে ভয়ে প্ৰশ্ন কৰিছিল। সি হাট ভাগিবৰ পৰত গৈ পোৱা দেখি কেইজনমান সমনীয়াই হাঁহিছিল। এজনে আকৌ কৌতিয়াৰ পৰা বেপাৰী হ'লা বুলি ঠাট্টা কৰিছিল। লাজে-দুখে সি কান্দো কান্দো হৈ এঠাইত জুপুকামাৰি বহি থাকোতে এজন হাটুৱৈ বেপাৰীয়ে তাৰ চজিনাখিনি মাত্ৰ টকা এটাতে কিনি ল'লে। টকাটোও আকৌ ঘৰতহে দিম বুলি কৈ তাক পঠাই দিলে। অগত্যা ঘৰলৈ ঘূৰাই নিয়াতকৈ তেনেকৈয়ে দিবলৈ নৃপেনও ৰাজি হৈছিল। কিন্তু

বাটতে তাৰ চিন্তা হ'ল—কিজানি ককায়েকে তাক খং কৰে।

তগৰে, ককায়েক কলৈ পিন্ধি উৰি গৈছিল কব নোৱাৰে। দুইও ভাই-ভনীয়ে সেইদেখি ককায়েকৰ আগমনলৈ উৎসুক হৈ বাট চাই ৰ'ল। লাহে লাহে বাতি বেছি হৈ অহাত নৃপেনে কলে,—"তগৰ, ভাতকে নাবান্ধাগৈ কিয়?" সি নাজানে যে ঘৰত চাউল এটিও নাই। "ভাত মই কিহেৰে বান্ধোঁ, চাউল যে নাই?" বিমৰিষ ভাবে তগৰে উত্তৰ দিয়ে। "চাউল নাই? তেন্তে দিনতে কিয় ককাই-দেউক নক'লি?" আচৰিত হৈ আৰু তগৰৰ অদূৰদৰ্শিতাক তিৰস্কাৰ কৰি সি কয়। "মই আজি দুপৰীয়াই কৈছিলোঁ। বাৰু চাওঁচোন! ককাইদেও কিজানি চাউল বিচাৰিহে কৰবাত গৈছে!" পৰম আশাভৰা সুৰ—তগৰৰ কথাত। নৃপেনে একো উত্তৰ কৰিব নোৱাৰিলে। চাওঁতে চাওঁতে বাতি গহীনেই হ'ল। ওচৰৰ মানুহ খাই-বই উঠিল। ইফালে বাহিৰত বৰষুণৰ তুমুল আন্দোলন। মজিয়াৰ চাংখনতেই দুইও ভাই-ভনী গাতে গা লগাই জুপুকা মাৰি বহি থাকিল। যেন এহালি কাপৌ ঠোটতে ঠোট লগাই গছৰ ডাল এটাত বহি আছে! ককায়েকৰ কি হ'ল, কলৈ গ'ল ভাবি ভাবি তগৰৰ চকু চল্‌চলীয়া হ'ল। তাইৰ মৰমীয়াল শিশু অন্তৰ ভাগি পৰিছিল। নৃপেনৰ অজ্ঞাতে দুটোপাল চকুলো তাই নীৰবে নিৰলে মচিলে। হায়, স্নেহময়ী ভগিনী! তোমাৰ অকণি হিয়াত অসীম দয়া, অপৰিসীম মমতা! নিজে উপবাসে আছা ; ভাবিছা,—ককাইদেওৰ কি হ'ল!

"আই ঐ! এটা কিবা ওলাইছে।" ভয় খাই বিতৃষ্ণা একেজাপে পিৰালিৰ পৰা মজিয়া পালে। তাই কিবা এটা নিবলৈ বুলি বাহিৰলৈ আহিছিল! লগে লগে বিছনাৰ পৰা উচাং মাৰি নিৰ্ম্মল ওলাই আহিল। দুৰ্দ্দশাগ্ৰস্ত মৃণালে বিভ্ৰান্ত হৈ কেনেকৈ নিৰ্ম্মলৰ চোতালহে উঠিল গমেই নাপালে। আচম্বিতে বৌৱেকৰ চিঞৰ শুনি আৰু বিজুলীৰ পোহৰত দেখিহে তাৰ ভ্ৰম ভাগিল।

"এয়া কোনো নহয় বৌদেউ,—মইহে। ভয় নাখাবা।" উভতি যাব ধৰা মৃণালক নিৰ্ম্মলেও চকা-চমকাকৈ দেখিলে।

"কোন? মৃণাল নেকি? —চিঞৰি সুধিলে নিৰ্ম্মলে।

"হয় ককাইদেউ! কৰবাত গৈছিলোঁ, আহি ভুলতেহে সেইফালে গলোঁ।" কৈ কৈ মৃণাল আহি ঘৰ পালে।

"তগৰ, তগৰ! অ' সোণ!" বাহিৰত মৃণালৰ মাত শুনি তগৰে দুৱাৰ

খুলি দিয়ে। মৃণালৰ অৱস্থা নাই। পানীত পৰা মানুহ তুলি অনাৰ দৰে হাত-মুখ শেঁতা পৰি গৈছে।

"ঔ আই! এই বৰষুণত তিতি কলৈ গৈছিলি ককাইদেউ? ব্যথিতা, বিমৰ্ষা ভনীটিয়ে ককায়েকৰ মুখলৈ চাই প্ৰশ্ন কৰিছে। সেই গভীৰ প্ৰাণভৰা দৃষ্টি যেন মৃণালৰ একেবাৰে ভিতৰলৈ বহি গৈছে!

"যা যা, আগেয়ে কাপোৰ আন পাগলী!"—মৰমসনা তিৰস্কাৰত লাজ পাই তগৰ ল'ৰা-লৰিকৈ কাপোৰ আনিবলৈ গ'ল। তগৰৰ চকুৰ ভিতৰত মৃণালে চেনেহী মাকৰ কৰুণাময়ী প্ৰতিচ্ছবি দেখিবলৈ পালে। "আজি যদি আয়ে মোৰ এই অৱস্থা দেখিলেহেঁতেন?"—মৃণালে আৰু ভাবিব নোৱাৰিলে। তাৰ চকু-কোণেদি দুটোপাল অশ্ৰু বাগৰি বৰষুণৰ পানীৰে সৈতে মিলি গ'ল। নিয়তিয়ে হাঁহিলে।—হে মূৰ্খ মানৱ! তহঁতৰ চকু পানীৰ একো মূল্য নাই। চকু-পানী আৰু বৰষুণৰ পানী একেই পানী।

নৃপেনে সেইফালে গাৰুটিতে ভেজা দি কলমটিয়াবলৈ ধৰিলে। তগৰে বুজিলে আজি সিহঁতৰ উপবাস অৱশ্যম্ভাৱী। তাইৰ দুখ লাগিল নৃপেনটোলৈ। বেচাৰা নৃপেনে গছত উঠি চজিনা পাৰি, বজাৰ কৰি আহি যে ভোকত কলমলাই আছিল, সেইটো তাই ভালকৈ বুজিছিল। ইমান বেলি মৃণালে ঘৰৰ সকলো কথা পাহৰি আছিল। এতিয়া সমুখত সৰু ভাই-ভনী দুটিৰ মলিন মুখ দেখি তাৰ সকলো কথা মনত পৰিল। চজিনা বেচি যে অন্ততঃ সিদিনা প্ৰবৰ্ত্তন কৰা কথা আছিল এই কথা মনলৈ অহাত তাৰ গা ঘামি উঠিল। সি নৃপেনক সোধে কি বুলি? ইফালে ৰাতিওতো বহুত হৈছে। তাতে বৰষুণীয়া বতৰ; সকলোৱে শুইছেই কিজানি! কিন্তু মৃণালৰ চকুৰ আগতে নৃপেন তগৰ নাখাই শুকাই থাকিব, ই তাৰ সহ্য হব কেনেকৈ? তাতকৈ বৰং মৃত্যু বহু গুণে শ্ৰেয়ঃ। দোকান বন্ধ হলেও কাৰোবাক জগাই চাইল পাত সি আনিবই লাগিব। সেয়ে লাজ-কাজ এৰি নৃপেনকে সুধিলে,—সি বজাৰ কৰি কিবা পাইছিল নেকি। কিন্তু যেই নৃপেনৰ উত্তৰ শুনিলে তাৰ বুকুৰ শেষ উদ্যমখিনিও চেঁচা পৰি গ'ল। কাৰো মুখত একো কথা নাই। কথাটো থৌৰতে থাকিল। তিনিও বুজিলে যে সিহঁত আজি সৰ্ব্বস্বান্ত, নিৰন্ন, ভোকাতুৰ। চাউল থোৱা টিং, ভাত বন্ধা কেৰাহী, কাঁহি-বাটি আটায়ে গম পালে যে গৃহস্থৰ আজি উপবাস। মজিয়াত পৰা দুটা এটা ভাত নাপাই বেৰত জেঠীয়ে টিক্‌টিকালে, চিলিঙৰ নিগনিপোৱালিয়ে কিচ্‌কিচালে, "আই ঐ

দেহি! আমাৰ গিৰিহঁতৰ আজি কি হ'ল ?"

বিছনাত পৰি মৃণালে চট্‌ফটাবলৈ ধৰিলে। এবাৰ দেখে তাৰ বিমুখী মিনতিৰ নিকৰুণা ছবি—কাণত বাজে তাইৰ হৃদয়হীন ভাষা—"নীচ, নিলাজ, চৰিত্ৰহীন।" এবাৰ ভাহি উঠে নৃপেন-তগৰৰ প্ৰাণহীন, ম্লান, ক্ষুধাতুৰ মুখ। বাগৰ সলায়—তাৰ গোটেই গাতে বিষ। সি কব নোৱাৰে—বাটত উজুটিয়াই পৰি তাৰ ভৰিৰ নখ চিগিছে ; আঠু আৰু কিলাকুটিৰ ছাল এৰি গৈছে। দুখৰ ৰাতি নাযায়, নুপুৱায়। বৰষাৰ মধুৰ সঙ্গীতত জীৱ-জগতৰ শান্তি-নিদ্ৰা হৈছে। মাজে মাজে কোনোবা গছৰ বাহত কিবা চৰাইৰ পোৱালিৰ আৰ্ত্তস্বৰ। পামীৰ জ্বলিত হালি থকা বাঁহ জোপাৰ পৰা ডাউকীজনীয়ে অনবৰত মাতি আছে—'কোৱা', 'কোৱা', 'কোৱা'।

বহুবেলি ধৰ্‌ফৰাই থাকি কোনোমতে টোপনি আনিব নোৱাৰি মৃণালে বিছনা ত্যাগ কৰিলে। দুৱাৰখন মেলি দেখে ডাঠ আন্ধাৰৰ বুকুত গোটেই জগত লুকাই পৰিছে। একমাত্ৰ আন্ধাৰৰেই অস্তিত্ব আছে—আন একোৱেই নাই, আৰু হোঁ হোঁ, সোঁ সোঁ এটা বিশ্বব্যাপি সুৰ, শব্দব্ৰহ্ম। মৃণালে ভাবে তাৰ জীৱনটো এনেকুৱা দুখৰ আন্ধাৰে ঢকা। তাৰ জীৱনত সুখৰ বিজুলী চমকনি নাই। আন্ধাৰৰ বুকুত ঘৰ-দুৱাৰ, গছ-লতা সকলো অদৃশ্য হোৱাৰ দৰে দৈন্যতাৰ গৰাহত মৃণালৰো বুদ্ধি-বৃত্তি, শক্তি-ব্যক্তিত্ব সকলো সুপ্ত, লুপ্ত-প্ৰায় হব ধৰিছে। সি অনুভৱ কৰে তাৰ মনৰ তলিত অসীম শক্তি, অফুৰন্ত সামৰ্থ্য আছে। কিন্তু সি জগতত একোকেই কৰিব পৰা নাই। তাৰ জীৱনৰ সোণালী আগভাগটো দৈন্যতাৰ হাঁহাকাৰত বিলীন হৈ গৈছে। তাৰ চাউল এমুঠিৰ সংস্থানো সি এতিয়ালৈ কৰিব পৰা নাই। আকৌ দেশৰ, দহৰ কামেইবা সি কৰিব কি !

অবাৰিত অনন্ত ভাব-চিন্তাৰ তুমুল সংঘৰ্ষৰ মাজত দুৱাৰদলিতে বহোতে বহোতে মৃণালৰ দীঘলীয়া দুখৰ বাতিটো পুৱাল। দূৰৰ গছত কুৰুৱাই এটা বাগ টানিলে। বাতিটো নুপুওৱা হলেই ভাল আছিল!—মৃণালে ভাবে। এতিয়া সি কৰে কি, কলৈ যায়? এতিয়া যে আন্ধাৰ বাতিটোৰ দৰে বহি বহিও সি ভাবি থাকিব নোৱাৰিব! এৰা, সেইয়া তগৰ উঠিলেই। তাই আগৰ দৰে চিৰাভ্যস্ত বাহী বনবোৰ কৰি যাবলৈ ধৰে। নৃপেন দুখে-ভোকে তেতিয়াও উঠিব পৰা নাই। তাৰ গাৰ বল হৰি গৈছে। অন্ততঃ ইহঁতক কিবা এমুঠি দিবই লাগিব। মৃণাল থকমককৈ বহাৰ পৰা উঠিল। সি লক্ষ্যহীন ভাবে আলিবাটৰ ফালে কেইখোজমান গ'ল। তাৰ পাছে কি ভাবি, আকৌ নিৰ্ম্মল-হঁতৰ ফালে আগবাঢ়িবলৈ ধৰিলে। নিৰ্ম্মল কাৰবাৰী মানুহ, পুৱাই উঠি সি ধপাত এচিলিম হুপি হুপি ঘৰৰ ভিতৰতে বহি আছে। বিভূকা তেতিয়াও উঠা নাই। "টোপনিৰ চিকুণ পুৱা" কথাষাৰ এওঁ ভালকৈ বুজে। চাহ এটোপা নিজে কৰি খাই নিৰ্ম্মল বেতিয়া দোকান পায়গৈ, তেতিয়াহে বিভূকাৰ গাই তিনিটা ভাজ লয়।

"ককাইদেউ, অ' ককাইদেউ!" মৃণালৰ মাত শুনি নিৰ্ম্মলে দুৱাৰখন মেলি দিয়ে। লগে লগে জীৰ্ণকায় মৃণাল ভিতৰ সোমাল আৰু পীৰাখন টানি জুহালৰ ওচৰতে বহিল। গোটেই নিশাৰ উৎকট চিন্তা-দুখত উজাগৰে থাকি মৃণালৰ মুখ শুকাই টোমি যেন হৈছে। নিৰ্ম্মলৰ মনত প্ৰশ্ন উঠিল, কিন্তু তাক ব্যক্ত নকৰিলে। কিছুপৰ মৌন থাকি মৃণালেই কলে,—

"ঘৰত খাবলৈ নাই। তগৰহঁতো কালিৰ পৰা লঘোনে-আছে। কি পাৰে মোক সাহায্য কৰক।"

নিৰ্ম্মলে আগতে তেনেকুৱা এটা কিবা কথাকে অনুমান কৰিছিল। এতিয়া শুনিবলৈ পাই তাৰ গাটো চমচমাই গ'ল। টকা সি দিয়ে কেনেকৈ? মৃণালে যে পৰিশোধ কৰাটো টান কথা! ইফালে নিদিওঁ বুলিওনো মুখৰ আগতে কয় কিদৰে? মনতে তাৰ ভাবৰ তোলপাৰ লাগিল। অনেক পৰ মনে মনে থকা দেখি মৃণালে আকৌ কলে,—"একো নামাতিছল যে দেখোন?"



এম. এল. এ.—৯

এইবাৰ নিৰ্ম্মলে অলপ বিৰক্তিৰে কলে, "মোৰতো টকাৰ গছ একোপা নাই —যে জোকাৰি দিলেই সৰিব ! বাৰু অলপ বহচোন।" এই বুলি কৈ নিৰ্ম্মল ভিতৰ পেতেলিলৈ সোমাই গ'ল।

বিতৃষ্ণাই মৃণাল অহাৰ গম পাইছিল। তাই বৰ উৎসুকভাৱে শুনি আছিল মৃণালৰ কথা আৰু গিৰিয়েকে কেনেবাকৈ টকা দিয়ে বুলি ভয়তে উচ্পিচাই আছিল। নিৰ্ম্মল ভিতৰ সোমাই যোৱাত তাই বৰ ভালেই পালে। তেতিয়া বিছনাৰ পৰা ঘপ্‌কৈ উঠি নিৰ্ম্মলক ফুচ্‌ফুচাই কলে যে মৃণালক কেতিয়াও টকা দিব নোৱাৰে। নিৰ্ম্মলৰ কিন্তু সামান্য কিবা দিবৰ মন আছিল যদিও বিতৃষ্ণাৰ সন্মুখত একো কব নোৱাৰিলে। কি কওঁ কি নকওঁকৈ শেষত দুৱাৰ মুখলৈ আহি নিৰ্ম্মলে কলে,—

"মৃণাল! যাচোন বাৰু, মই সম্প্ৰতি একে কব নোৱাৰোঁ।" নিৰ্ম্মল আকৌ পেতেলিৰ ফালে সোমাই পৰিল। মৃণালে কথাৰ একো অৰ্থই কৰিব নোৱাৰিলে। গভীৰ হুমুনিয়াহ এটা পেলাই সি নীৰৱে বাহিৰ ওলাই আহিল।

এইবাৰ তাৰ ভৰিয়ে খুচিমতে তাক কেনিবা লৈ গৈ থাকিল। তাৰ ইচ্ছা বা মনৰ লগত কোনো সম্বন্ধ নাই। ৰাতিৰ বৰষুণত পথাৰবোৰত তেতিয়াও পানী ডোঙা বান্ধি আছে। পথাৰৰ মাজে মাজে দূৰলৈ—বহু দূৰলৈ সি গৈয়ে থাকে। জহকালিৰ চোকা ৰ'দে তেতিয়া গোটেই পৃথিৱী জুৰি পৰিছে। এখন ভাঠ হাবিত মৃণাল সোমাই পৰিল। নল, ইকৰানি, জাম, শিমলু আৰু কিছুমান বনৰীয়া গছ-গছনিৰে ভৰা এই হাবি। অসীম, অনন্ত ঠাই বিয়পি আছে। কোনো জানে কোন আদিম যুগতেই ইয়াৰ জন্ম! মাজে মাজে এটা লিগুলিগীয়া বাট। কাঠুৰীয়া বোৰে কাঠ নিয়া এই পথ। গাড়ী বোৱা লিক্‌বোৰত তেনেই বোকা হৈছে। দুই কাষৰ নল খাগৰি আৰু তৰাবনবোৰ বতাহত হুৰুলি পৰি মাজে মাজে পথ আগচি ধৰিছে। দুৰ্গম নিৰ্জ্জন পথ। এই পথেদি মৃণাল আজি কিয় আহিছে—কলৈকেবা আহিছে সি একো নাজানে। তাৰ নিজৰ মনতে অকণো প্ৰশ্ন উদয় হোৱা নাই—যেন কৰ্ম্মযোগীয়ে নিজৰ কৰ্ত্তব্য কৰ্ম্মহে নিৰন্তৰ কৰি গৈছে! এই কৰ্ম্মত আচনি নাই, উদ্দেশ্য নাই, পৰিণাম আশা নাই আৰু নাই ভয়, দ্বিধা, অৱসাদ, বিৰক্তি। আজি সঁচাকৈয়ে মৃণালক কোনোবা চালকে চলাই লৈ আহিছে—তেওঁৰ উদ্দেশ্য সাধনৰ বাবে। তেন্তে মৃণালে আত্মহত্যা কৰিব? কোনে জানে কোন মুহূৰ্ত্তত মানৱ-

চিন্তত কি ভাৱে ভুমুকি মাৰে। কিছু দূৰত ঘন জাৰণিৰ বুকু ভাঙি পগলা গতিৰে পগলাদিয়া নদী বই গৈছে। বাৰিষা এই নদীৰ ৰূপ অতি ভয়াবহ। সাপৰ নেগুৰ ছিগা খাৰ আৰু লতাৰ নিচিনা অকোৱা পকোৱা এই নদীখনে অনবৰত পাৰ ভাঙি গছ-গছনি সামৰিয়েই থাকে। বিশেষকৈ বাৰিষা ই ইচ্ছামতী হৈ যেনি-তেনি গমন কৰে আৰু মানুহৰ ঘৰবাৰী নষ্ট কৰি হাহাকাৰৰ সৃষ্টি কৰে। ই যেনিবা কামৰূপৰ হোৱাংহো।

বেলি ভালেখিনি ওপৰলৈ আহিল। ডাঠ জাৰণিৰ মাজতো গাত ভালকৈয়ে তাপ অনুভৱ কৰিব পাৰি। মৃণাল গৈ নদীৰ পাৰ পালে। তেতিয়া নদীত বাৰিষাৰ উন্মাদ চঞ্চল ভঙ্গিমা নাই। যৌৱনৰ পাছৰ ছোৱা কালৰ দৰে ই কিছু সংযত, কিন্তু গাত তেতিয়াও শক্তি আৰু উত্তেজনা সুপ্ত হৈ আছে। এটুকুৰা প্ৰকাণ্ড গছৰ মূঢ়া নৈৰ এটা কিলাকুটীয়া ভাজত পাৰৰ ফালে লাগি আছে। ই নৈৰেই যৌৱন কালৰ কীৰ্ত্তি। মৃণাল গৈ সেই মূঢ়াটোত বহি পৰিল। সি যেন নিজে বহা নাই কোনোবাইহে তাক বহুৱাই দিছে। এটা অৰ্থহীন নিষ্পলক চাৱনি নৈৰ ওপৰত পেলাই মৃণাল বহি থাকিল। অন্তৰত কোনো সমস্যা নাই, মনত চিন্তা নাই, মস্তিষ্কই কোনো ভাবৰ খেল খেলা নাই। যেন উৰ্মনি দিয়া চৰাইটোহে বাহত পৰি আছে। নিৰ্ভাৱ, নিৰুদ্বেগ। চেকেণ্ডৰ পাছত চেকেণ্ড, মিনিটৰ পাছত মিনিট উৰি যাবলৈ ধৰিলে। এঘণ্টা গ'ল, দুঘণ্টা গ'ল, তিন ঘণ্টা পাৰ হ'ল। মৃণালৰ গাত হুঁচ নাই। সি যেন জড় কাষ্ঠখণ্ডৰে সৈতে একে অৱয়ব ।

ওপৰৰ পৰা চিলনী এটা আহি থপ্ কৰে পানীত পৰিল আৰু চকু পচাৰতে মাছ এটা লৈ গুচি গ'ল; স্বাধীন কৰ্ম্ম। নিজে পৰিশ্ৰম কৰিছে—খাইছে। এই চৰাইবোৰ কাৰো মুখাপেক্ষী নহয়। প্ৰকৃতিৰ বহল ক্ষেত্ৰত সিহঁতে নিজে নিজৰ আহাৰ যোগাৰ কৰে আৰু পো-পোৱালিকো পোষণ কৰে। চৰাই-চৃকিতিৰ বাহিৰে বনৰ পশুবোৰেও নিজ শ্ৰমেৰে নিজৰ পেট ভৰাইছে। সিহঁতে কেতিয়াও মানুহ বা অন্য পশুৰ ওচৰত হাত পাতি বহি থকা নাই। নিজৰ খোৱা-লোৱা যেন সিহঁতৰ সম্পূৰ্ণ নিজৰ দায়িত্ব, নিজৰ কৰ্ত্তব্যৰ কথা। এইটো সিহঁতৰ জীৱনত সহজ সত্য বস্তু। এই কথাটো কোনেও কাহানিও সিহঁতক বুজাই দিব লগা হোৱা নাই। কিন্তু মানুহ! মানুহে এই সত্যৰ কিয় ধাৰ নাধাৰে? সংসাৰতো বহুত মানুহে কেৱল পৰৰ পৰিশ্ৰম, পৰৰ আয়ৰে ভাগ বিচাৰি ফুৰে। হাতপতা স্বভাৱটোও এই মানুহে আজিৰে নেৰিছে।

পদে পদে লাঞ্ছনা গঞ্জনা সহিও কত জনে দুৱাৰে দুৱাৰে ভিক্ষা কৰি ঘুৰিছে। ছিঃ! ছিঃ! এই মানুহেই জীৱ-শ্ৰেষ্ঠ বুলি ববাই কৰে। আজি মৃণালে নিৰ্মলৰ ওচৰত হাত পাতিছিল—অকণ সাহায্য বিচাৰি। কিন্তু লাঞ্ছনাই মাত্ৰ সাৰ হ'ল। তাতকৈ যদি সেই সাহায্যকণ বিচাৰি নগ'লহে'তেন তেনেহ'লে অন্ততঃ তাৰ সন্মানটোৱেই ৰ'লহে'তেন। কিন্তু সি আপদত পৰিছে গৈছিল? মৃত্যুৰ হাত সাৰিবলৈহে সি এই দীনতাৰ গ্লানি গাত সানি লব লগা হৈছিল? —মৃণালে আকৌ ভাবে। যুক্তি আহিল—ভিক্ষাই মৃত্যু নিবাৰণ নকৰে। আজি যদি মৃণালৰ গাত শেষ শক্তিকণহে থাকিলহে'তেন যে নিৰ্মলৰ সাহায্য নাপালে সি আৰু নাবাচে, তেন্তে মৃণালৰ মৃত্যুই আজি অনিবাৰ্য্য। তেন্তে পৰ নিৰ্ভৰশীলৰ জীৱনৰ নিশ্চয়তা ক'ত? যি আকৌ কেৱল ভিক্ষাকেই জীৱনৰ সম্বল কৰি লৈছে তাৰ নিজৰ জীৱনটোও ভিক্ষালব্ধ খুদকণৰ দৰেই তুচ্ছ। পৰৰ দয়াৰ ওপৰত সি বাচিবও পাৰে নাবাচিবও পাৰে। কিন্তু এই বাচি থকা মৰণতকৈ বেছি ভয়াবহ, অধিক হেয়, অপমানজনক। ভাবি ভাবি কি এটা সত্য বস্তুৰ সন্ধান পাই যেন মৃণালৰ মনটো পোহৰ হৈ উঠিল। দুৰ্ব্বলতা, মনৰ জড়তা নিমিখতে কেনিবা আঁতৰি পলাল। তাৰ এই শীৰ্ণ, অভুক্ত, চিন্তাপীড়িত শৰীৰতো প্ৰতি শিৰাই শিৰাই কিহৰ তপত তেজ উভতি ববলৈ ধৰিলে? অদৃত হাতীৰ বলহে যেন তাৰ গালৈ ফিৰি আহিল।

"হেৰা মানুহটো! হেৰ মানুহজন!" পাছফালৰ পৰা কোনোবা এজনে কেবাবাৰো মাতি আছিল। এই শেষৰ মাত এবাৰ শুনিহে মৃণালে মূৰ ঘূৰাই চালে।

হাতত এখন দা—ৰ'দৰ ৰশ্মিত তিৰ্‌বিৰাই উঠিছে। আঠুৰ ওপৰত পৰা চুৰিয়া এডোখৰ; মূৰত এখন মলিয়ন গামোচা মেৰিয়াই পাগ্‌ মৰা। কলাফুল আৰু হাতৰ ঠাৰি পুৰঠ, পুষ্ট। টন্‌টনকৈ ওলাই থকা শিৰবোৰ দেখিলেই কব পাৰি যে সেইজন কৰ্ম্মঠ, কৰ্ম্মবীৰ। উদং গাটো গছৰ ছাল যেন হৈ খহ্‌-খহাই আছে। যেন যুগ যুগ ধৰি প্ৰকৃতিৰ প্ৰতিকূল সংঘাত সহি কৰ্ম্মযুদ্ধ কৰোঁতে সি লোহ বৰ্ম্মহে হৈ পৰিছে! নাকৰ তলত দুই চাৰিডাল গোফ আৰু থুতৰিত এডাল দুডাল ডাঢ়ি। ক'কালত লেতেৰা কাপোৰেৰে বন্ধা কেইটামান সৰু টোপোলা। বোধ হয় কোনোটোত তামোল, কোনোটোত পাণ, চূণ, ধপাত আদিৰ সম্বল। মানুহজনৰ ওপৰত চকু পৰোঁতেই মৃণালে বুজিলে যে এওঁ এজন কঠাৰী মানুহ।

"অকলে বহি বহি কিটো ভাবিছাহে ? অলপ এইফালে আহ আকৌ।" মানুহটোৱে মৃণালক হাত-বাউল দি মাতিলে। নীৰৱ হাঁহি এটা মাৰি মৃণাল আগুৱাই গ'ল।

"বহচোন বাবু এই খিনিতে।" কেইডালমান শুকান বন পাত আগবঢ়াই দি মানুহটোৱে ক'লে আৰু নিজেও সেইদৰে বহিল। ইঙ্গিত মতেই মৃণালে কাম কৰি গ'ল। মুখত কথা নাই। মানুহটোৱে কঁকালৰ পৰা টোপোলা সোলোকাই পাণ-তামোল উলিয়ালে আৰু দা খনে সৈতে মৃণালৰ ফালে দি কলে,—

"কাট। এডোখৰি মোকো দিবি—তইও খাবি।"

কি সহজ সৰল কথা। অন্তৰখন যেন তাৰ উদং গাটোৰ দৰেই উদং হৈ ওলাই পৰিছে! কোনো লুকঢাক নাই। কথাৰ পাতনি নাই—আড়ম্বৰ নাই। যেন অতি আপোন ভাইজনকহে কৈছে।

"কিয় ? তুমিয়ে কাটাচোন ববডেকা* ! মইও খাওঁ।" মৃণালে আগ্ৰহেৰে তাৰফালে তামোল-পাণখিনি ঠেলি দি কলে।

"এঃ, মই কছাৰী মানুহ আকৌ। কাটিলে জানো খাবি ?" হেঃ হেঃ কৈ এটা খোলা হাঁহি মাৰি তাৰ সৰু সৰু চকু দুটাৰে মৃণালৰ ফালে ৰহস্য কৰি চালে।

"কিয় নাখাম ববডেকা ! তুমি মোতকৈ কোনো গুণে তলৰ নোহোৱা। তোমাক মই ঘিণ কৰিম ? বৰং আচল বিচাৰত তুমি মোতকৈও ওপৰতহে। মোকেই তুমি নীচ বুলি ঘিণ কৰিলে কৰিব পাৰা" মৃণালৰ কথা গহীন। মানুহটোৱে থিৰ হৈ তাৰফালে কিছুপৰ চাই থাকিল। দেখিলে মৃণালৰ কথা আন্তৰিক। তাত অলপো পাতনালি বা তোষামোদৰ ভাব নাই। চকু ঘূৰাই তামোলটো হাততলৈ কাটিবৰ চেষ্টা কৰি সি কলে,—

"তই কিয়নো তেনেকৈ কৈছ অ' কুম্মা* ? তই জানো ডাঙৰ জাতৰ হিন্দু মানুহ নহয় ?" মানুহটোৱে মৃণালৰ ফালে চাই প্ৰশ্ন কৰিলে।

---

* বয়সীয়াল কছাৰী মানুহক এই সম্বোধন কৰি মতা হয়। 'ববডেকা'ৰ অৰ্থ জ্যেষ্ঠ অৰ্থাৎ ককাইদেউ।

* কছাৰী মানুহে আন জাতৰ মানুহক এই বুলি মাতি ভাল পায়। কুম্মা মানে মিত্ৰ, সুহৃদ।

"মোক তেনেকৈ কৈ আজি নিদিবা ববডেকা ! মানুহৰ আকৌ কিহৰ ভাগৰ জাত, সব জাত আছে ? সকলোৰে হাত-ভৰি চকু-কাণ, নাক আছে। ভাগৰ জাত বুলি ঈশ্বৰে কাকো বেছি আৰু সৰু বুলি কাকো কমকৈ দিয়া নাই। মানুহ বুলি সকলোৰে একেটাই জাত। নহয় জানো ?" মৃণালে তাৰ ফালে চাই উত্তৰ বিচাৰিলে।

"তই কি খন কৈছ মই বুজিব পৰা নাই দে। কিয় এই হিন্দু মুছলমান, কছাৰী, কোচ, আহোম আদিকৈ হৰেকৰকম জাতৰ মানুহ আছে নহয় ? তই জানো এইবোৰ নামান ?" তামোল কাটি কাটি সি মৃণালক প্ৰশ্ন কৰে।

"আছে, জানো। কিন্তু এই জাতবোৰ ঈশ্বৰে কৰা নহয় ববডেকা। মানুহে কৰা। হিন্দু-মুছলমানেই নহয়—হিন্দুৰ ভিতৰতো বামুণ, শূদিৰ, কায়স্থ, কৈবৰ্ত্ত আদি কত ৰকমৰ যে জাত আছে তাৰ সীমা নাই। সেইদৰে মুছলমানৰ ভিতৰতো অনেক সৰুবৰ জাত আছে। মুঠতে ইমান হাজাৰ হাজাৰ জাত, উপজাত মানুহে নিজে তৈয়াৰ কৰি লৈছে যে তাৰ আচল লেখ-জোখ কোনেও দিব নোৱাৰে। এইবোৰ কিছুমান স্বাৰ্থপৰ মানুহৰ সুবিধা-বাদৰ ফল। ইয়াৰ একো অৰ্থ নাই।"

"একো অৰ্থ নাই ? তই কুম্মা কি কথাটো কৈছ ? এতিয়া আমি কছাৰী মানুহে মদ খাব—তই জানো খাব পাৰিবি ?"

"নোৱাৰো। কাৰণ মোৰ অভ্যাস নাই। কিন্তু মোৰ দৰে বহুত মানুহে মদ খায়—তুমি যাক ভাগৰ জাত বুলি ভাবা। কোনে কি বস্তু খায় এই কথা-লৈয়ে জাত নিৰ্ণয় কৰিব নোৱাৰি ববডেকা।"

বুঢ়া নুবুজাৰ মাজেদিয়েই মানুহজনে মৃণালক বিচাৰ কৰি চাবৰ চেষ্টা কৰিলে ! কথাবোৰ তাৰ কাণত নতুন নতুন যেন লাগিছে যদিও ইয়াৰ ভিতৰত যেন এটা সুন্দৰ সত্য লুকাই আছে। সেই কথাটো তাৰ ব্যাখ্যাৰ নিচিনা স্পষ্ট উপলব্ধি নহলেও কবিতাৰ দৰে মধুৰ বোধ হৈছে।

"হু, খা এইখন।" মৃণালৰ হাতত তামোল এখন গুজি দি সি নিজেও এমোকোৰা মুখত ভৰাই ল'লে।

"তোৰ কথাখিনি হলে অলপ অলপ মনত লাগিছে অ' কুম্মা ! বাৰু, সেইবোৰ এৰিলো। মোক এটা সহায় কৰি দিব পাৰিবিনে তই ?"

পোনে পোনে কোৱা এই অনুৰোধৰ কথাষাৰ শুনি মৃণালৰ ভাল লাগিল।

"নিশ্চয়। মই যদি পৰা কামৰ ভিতৰত হয়—কিয় নকৰিম ?"

"পাৰিবি। কিয় নোৱাৰিবি? বান্দ এইফালে আছে।" এটা ইঙ্গিত কৰি সি বাবলৈ ধৰিলে। মৃণালেও তাক অনুসৰণ কৰি গৈ থাকিল। কাৰো মুখত কথা নাই। দুয়ো গৈ গৈ ডাঠ হাবি এটুকুৰাত সোমাই পৰিল। অলপ পাছতে ম'হৰ ডিঙিৰ ঘণ্টাৰ শব্দ শুনা গ'ল। দুটা প্ৰকাণ্ড ম'হ। শিংযোৰ দুই হাত মেলিও লগ নোপোৱা বহল। মৃণাল অলপ ভাবি গ'ল।

"ভয় নকৰিবি—সেয়া মোৰ গাড়ীৰ ম'হ।" মানুহটোৱে ক'লে। অলপ-মান ওচৰ চাপি দেখিলে হয়—গাড়ী এখনো। ওচৰত বৰ ডাঙৰ কাঠ এটুকুৰা পৰি আছে।

"মোক এইডাল গাড়ীত তুলি দে অ' কুৰ্ম্মা।" কথামতে মৃণাল কামত লাগি গ'ল। প্ৰায় আধা ঘণ্টা সময় যুঁজি দুয়োজনে কাঠটুকুৰা গাড়ীত তুলিলে। মানুহজনৰ মুখত এটা তৃপ্তিৰ পাতল হাঁহি বিৰিঙি উঠিল। কিন্তু মৃণাল ঘামি-জামি তেনেই অস্থিৰ হৈ পৰিছিল। মনৰ কি এটা বলেৰেহে এই কামটো সি কৰিলে। কিন্তু এতিয়া যেন আৰু শৰীৰত অকণো শক্তি নাই। সি যেন খোজ কাঢ়ি ঘৰলৈ যাব নোৱাৰিব—এনেকুৱা এটা অৱসাদে তাক হেঁচি ধৰিলে।

ইতিমধ্যে মানুহটোৱে ম'হহাল গাড়ীত জুটিলৈ যাবলৈ সাজু। তেতিয়া বেলি ভালেখিনি ভতিয়াই গৈছে।

"অ' কুৰ্ম্মা, তইও গাড়ীত উঠ। তই জানো ঘৰলৈ নাযাব? এই জঙ্গলৰ মাজ টুকুৰা তোক গাড়ীতে নি উলিয়াই দিওঁ ব'ল। সেইফালে ব'লৈকে ইচ্ছা যাবি আৰু।"

মানুহটোৰ এই সহানুভূতিখিনিৰ প্ৰতি মনতে শলাগ জনাই মৃণাল গাড়ীত উঠিল। হৰ্ হৰ্ শব্দ কৰি গাড়ীখন আবখিৰ মাজে মাজে যাবলৈ ধৰিলে। লগে লগে ম'হৰ ডিঙিৰ ঘণ্টা ঢং ঢং কৈ বাজি গ'ল।

"আজি মোৰ বৰ ভাগ্য—কুৰ্ম্মা, তোক যে লগ পালোঁ।" গাড়ীৱালাৰ মুখখন দেখাই চায় যে মৃণাল কিবা এটা ভাবত বুৰ গৈ আছে। মুখখন আঠ সেমেকা দৰে, গহীন।

"তোক বৰ কষ্ট দিলোঁ কুৰ্ম্মা! মোক তই মাক্ কৰিবি।" মৃণালৰ উত্তৰ নিবিচৰাকৈ সি আকৌ কয়।

"নাই। একো কষ্ট নাই ককাদেউ! তোমাক পাই মোৰো মনটো বৰ ভাল লাগিল।" দাৰিদ্ৰ্যৰ খাতিৰতহে যেন মৃণালে উত্তৰ দিছে। আচলতে

তাৰ মাতিবৰে যেন ইচ্ছা নাই—এনে ভাব এটা মানুহটোৱে বুজিব পাৰিলে।

"আচ্ছা কুৰ্ম্মা। তই মোক সঁচা কথা এটা কবিনে? গাড়ী চলাই চলাই মানুহটোৱে মৃণালক সোধে।

"কিয় নকম? সোধা কি কথা আছে।"

"তোক মই গাড়ী লৈ যাওঁতেও দেখিছিলোঁ সেই গছৰ মূঢ়াটোত বহি থকা আৰু গাড়ী থৈ আহিও তোক তেনেকৈ এ থকা দেখিছিলোঁ। ঠিক যেন জোপ্‌ লৈ থকা কণামুচৰিটো। মই কিমান মাতিলোঁ, তই কাণকে নকৰ। কিয় বাৰু তেনে কৰিছ? তোৰ মনত কিবা বৰ ডাঙৰ দুখ আছে। মোক তই খুলি ক।"

ইমান পৰে যাক সহজ-হোজা বুলি ভাবি আছিল, তাৰ গভীৰ মনো-বৈজ্ঞানিক দৃষ্টিভঙ্গি দেখি মৃণাল একেবাৰে আচৰিত হ'ল। ইফালে তাৰ কড়া দাবী যে সি সঁচা কবই লাগিব। প্ৰথমে সি কওঁ বুলি ভাবিছিল যে—এনেয়ে, কিন্তু কিহে যেন তাৰ ডিঙিত সোঁপা দিলে। সি এই মানুহটোৰ আগত এটা শব্দও মিছা কব নোৱাৰিব। কিন্তু তাৰ জীৱনৰ ক্লেশকৰ সত্যটোকেবা ঘপ্‌কৈ এই অচিন মানুহজনৰ আগত সি মুকলি কৰে কেনেকৈ?

"হয়, মোৰ মনটো ভাল নাই ববডেকা।" মৃণালে দুই এটা মুঠ মুঠ কথাত উত্তৰ দিবলৈ চেষ্টা কৰিলে। মানুহটোৰ কৌতূহল ক্ৰমে বাঢ়িহে গ'ল। সি প্ৰশ্নৰ পাছত প্ৰশ্ন তুলিবলৈ ধৰিলে। মৃণালৰ চেষ্টা কেনেকৈ তাৰ সেই নিঃস্ব, নগ্ন স্বৰূপটো ওলাই নপৰে। মানুহটোৰ শান্তি নাই—যেতিয়ালৈকে মৃণালৰ দুখৰ মূল কথাটো উলিয়াব নোৱাৰে। শেষত মৃণালৰ বুদ্ধিৰ ঢাকনিখন মানুহটোৰ সৰলতা, আন্তৰিকতাৰ হেঁচাত মেলখাই গ'ল। মৃণাল পৰাভূত হ'ল। তাৰ অন্তৰৰ গুপুত কথাটো মানুহটোৱে দেখিবলৈ পালে। গাড়ী আগৰ দৰে চলি থাকিল। মানুহটোৰ চকুৰেদি সৰ্‌সৰ্‌কৈ পানী বৰলৈ ধৰিলে। বহু-বেলি কাৰো মুখত কথা নাই। মৃণালৰ বুকু শিল হৈ গৈছে। সি নাকান্দে। তাৰ কথাতো কোনো কাতৰতা নাই। নিয়তিৰ নিষ্ঠুৰতম সংঘাত সহিবলৈ সি সাজু, দৃঢ় প্ৰতিজ্ঞ, বজ্ৰ-কঠোৰ।

"সোণৰ আমাৰ গাওঁ—লক্ষ্মীমাটি'। তই সেইফালেই যাবিনে কুৰ্ম্মা?" মানুহটোৱে মৃণালক সোধে।

"নাযাওঁ। মই আৰু কিছুদূৰ গৈয়ে তোমাক এৰিম ববডেকা। মোৰ ঘৰ পঞ্জপুৰ গাৱঁতহে।

“বাবু, তোব নামটো কি কুর্মা ? বেয়া হলে নেপাবি আবু।”

“মৃণাল।”

“এঃ ! পাছবফালে আবু কি আছে সেইটোও নকও কিয় ?”

“দলৈ”—মৃণালে আবু বেছি কথা কবব মন নকবে।

কিছু সময়ব পাছত গাড়ী গৈ বহল পথাবখনব মাজ পালে। মৃণাল গাড়ীব পবা নামিল। মানুহটোৱে বাধা কবিলে। সি তাব ঘবখন আঙুলিয়াই কলে যে মৃণালে তাব ঘবখন চাই যাব লাগে ; আবু বেছি দূব নাই। মৃণাল তাব কথাত মান্তি নহল ; কিন্তু সময় পালে অন্য এদিন আহিম বুলি প্রতিশ্রুতি দিহে বক্ষা পবিল।

“তেন্তে আহিলো বৰডেকা !” এটি নমস্কাব জনাই মৃণালে খোজ ল'লে। মানুহটোৱে মুখেৰে একো মাতিব নোৱাবিলে—মাথোন কিছুপৰ মৃণাল যোৱাবফালে ভেলেকি লাগি চাই থাকিল। তাব পাছত এটা দীঘল উশাহ লই ঘৰমুৱাকৈ গাড়ী চলাই দিলে।

তৌতিয়া আন্ধাবব পাতল কণিকাবোৰে ধৰণীব বুকুত আশ্রয় বিচাবি ঘূবি ফুবিছে। পছিমত বেলি অস্তমিত।

মৃণাল যেতিয়া ঘৰ পায় তেতিয়া ৭ই বাজি গৈছে। নৃপেনে কিবা পঢ়িবলৈ ধৰিছে আৰু তগৰ বিছনাত শুই আছে। পুৰা তিনি সাজ লঘোণ। এইখন ঘৰত মৃণাল কেনেকৈ সোমায়! তাৰ অন্তৰ-আত্মা কঁপি উঠিল। তাৰ দৃঢ়বদ্ধ মনৰ পকা ভেটিত আকৌ এটা জোকাৰণি লাগি যায়।

তগৰে ককায়েক অহা গম পায়ে খৰ্খৰ্কৈ উঠি গৈ ভাত বাঢ়িলে। পুৱাতেই ওলাই গৈ ইমান ৰাতিলৈকে ঘুৰি নহা বাবে তাই ককায়েকক ভৰ্ৎসনা কৰিলে আৰু লগে লগে চকু পানী টুকিলে। মৃণালৰ মুখত সান্ত্বনাৰ ভাষাই নোলায়। অসমৰ্থ, সৰ্ব্বহাৰা ককায়েক সি। তাৰ মৌখিক সান্ত্বনাৰ মূল্যই বা কি? তেন্তে মৃণালৰ ভাই-ভনী আজি উপবাসৰ হাত সাৰিছে! তাৰ মুখৰ পৰা দীঘল হুমুনিয়াহ এটা ওলাই আহে। কিন্তু কেনেকৈ—কি উপায়ে এই ব্যৱস্থা হ'ল? তাৰ জানিবলৈ ইচ্ছা হয়, কিন্তু সুধিবলৈ সাহসে নুকুলায়। মনতে ভাবে—হয়তো নিৰ্ম্মল ককায়েকে আজি এইফেৰি অনুগ্ৰহ দেখুৱাইছে।

"দুপৰীয়া ভাত খাবলৈ কিয় নাহিলি ককাইদেউ?" তগৰে অনুযোগৰ সুৰত সোধে। মৃণালে মনত দুখৰ হাঁহি মাৰে। সি বাৰ খোৱাৰ বিচাৰ-ব্যৱস্থা কৰিব লাগিছিল, সিয়েহে ওলোটাকৈ তাৰ খোৱাৰ বিচাৰ কৰিছে। নিয়তিৰ কি নিদাৰুণ পৰিহাস!

"কিন্তু চাউল পালি ক'ত সোণটি? চাউল যে কালিয়েই শেষ হোৱা বুলি কৈছিলি?" আবেগ ৰাখিব নোৱাৰি মৃণালে সোধে।

"দুপৰীয়া এজন মানুহে টকা এটা দি গৈছিল। তেওঁ হেনো কালি সৰু ককাইদেউৰ পৰা চাঁজিনা লৈছিল—তাৰে বাকী।"

আকৌ এটা হুমুনিয়াহ! মৃণালে ভাবিলে তেন্তে দুটা সন্ধ্যাৰ ব্যৱস্থা তাৰেই চলিল। নীৰৱে-নিবলে সি খাই উঠে। ভবিষ্যতৰ চিন্তা যেন সি কৰিব নোৱাৰে। চিন্তাৰ সকলো পথ তাৰ বন্ধ হৈ পৰিছে। এনেতে চোতালত কোনোবে মতা যেন শুনা গ'ল। লেম্পটো লৈ মৃণাল ওলাই

আছিল। যেনে কাৰণত এখন ভাব লৈ এজন মানুহ। ভাবখন নলমোৱাকৈয়ে মানুহটোৱে সোধে,—"এইখন মিনাল দলৈৰ ঘৰ হয়নে?" মাত্তটো দেখোন চিনাকি চিনাকি লাগিছে! মৃণালে পোহৰত দেখিলে যে সেইজন বৰডেকা। যাক সি কিছু সময় আগতে এৰি আহিছিল। মৃণালে কল্পনাই কৰিব পৰা নাছিল যে বৰডেকাই এইদৰে তাৰ পাছে পাছে ওলাবহি। আথে বেথে গৈ সি চকি এখন আনি বৰডেকাক বহিবলৈ দিলে।

"এঃ মই আৰু নবহো দে কুৰ্ম্মা! ৰাতি বহুত হবগৈ। এইয়া অলপ ধান-চাউল আনিছোঁ তোৰ বাবে, ৰাখি থ।"

এখন্তেকৰ চিনাকি। ইমান বহল অন্তৰ! ইমান দয়া, কৰুণাৰে ভৰা এই নিৰস-হুতা মানুহটোৰ হিয়াখনি! মৃণালৰ চকুৰ পতা ভিজি তপ্তপীয়া হৈ উঠে। সি বৰডেকাক একেবাৰে সাবোট মাৰি ধৰিলে।

"তই মোৰ কোনোবা কালৰ সহোদৰ, ডাঙৰ ভাই আছিলি অ' বৰডেকা! তোৰ দয়াৰ ধাৰ মই কেনেকৈ শোধ কৰিম?" মৃণালে আৰু একো কব নোৱাৰিলে। নৃপেন আৰু তগৰে দুৱাৰমুখতে এই দৃশ্য চাই চকু মচিলে। বৰডেকাইও চকু পানী ৰাখিব নোৱাৰিলে। সি ভঙা ভঙা মাতেৰে মাত্ৰ কলে,—"তই দুখ নকৰিবি অ' কুৰ্ম্মা! তই নাকান্দিবি। কেতিয়াবা কষ্ট পালে মোক কবি।"

মৃণালে বৰডেকাক ৰবকৈ ধৰিও একাপ চাহ খুৱাব নোৱাৰে। সি কলে, "কুৰ্ম্মা! তই মোৰ ঘৰলৈ নগলি। আগতে তই মোৰ তাত যাবি, পাছে মই সব খাম। নহলে নাখাম।"

"কিয়, মই যাম বুলি কথা দিছোঁ নহয় বৰডেকা! মই কালি পুৱাই যাম। তই এটোপা চাহ নাখালে মই অন্তৰত বৰ দুখ পাম।" মৃণালে তাৰ হাতত ধৰি অনুৰোধ কৰিলে।

"তেন্তে এখন পীৰা আন আৰু। মই চকী-ফকিত বহিব নোৱাৰোঁ।" যেনে কথা তেনে কাম। পীৰা এখন দিয়াতহে বৰডেকা বহিল!

"আমাৰ ঘৰতো চকী আছে! ভদ্ৰলোক আহিলেতো সেইবোৰত বহে। আমি কাম কৰা মানুহক সেইবোৰ কেলেই?" বহি বহি সি কয়।

"এইবোৰত বহিলে কিছু আৰাম পোৱা যায়।" মৃণালেও তাৰ ওচৰতে এখন পীৰাত বহি কয়।

"এঃ, থ থ আৰামটো। আমাৰ আকৌ আৰামটো কৰিবলৈ সময়টো আছে ক'ত? ৰাতিপুৱা বেলি উঠাৰ আগতে পথাৰলৈ গৈ লাগিল হুঃ হুঃ কৰিবলৈ। একেবাৰে মূৰৰ ওপৰ পাই সেইফালে বেলি নাহালে মানে ঘৰ নাপাওঁ। আহিয়েই কাণে নাকে ভাত এসোপা সোমাই মাৰ লৰ্ পথাৰ বুলি। গধূলি গৰু-গাই চপাই বান্ধি হাত-ভৰি ধুই উঠিলে কাম আৰু চৰিলহে। দেখিবি—ধান থবলৈ ভুলি এটাকে লাগে; পাচি, থৰাহি, চালনী আদিৰ আধৰুৱা বাঁহবনবোৰে ভৰি আছে। কেতিয়াবা আকৌ পথাকে বাটিৰ লাগে; এনেতে ঘৰৰ মানুহে কব যে দালি নিমখেই নাই; লাগিল দোকানলৈ যাব। এইদৰে কত কিমান যে লেঠা ওলাব? তইনো কোনটো সময়ত চকীখনত বহিবি অ'? আমাৰ আৰু আৰাম-ঠাৰাম একো নাই দে কুৰ্ম্মা!"

"ঠিক! কামৰ মানুহ, কামৰ মাজতে শান্তি লাভ! বৰডেকা! ডাঙৰ ডাঙৰ মানুহে কৈছে বোলে আৰাম হাৰাম। এই কথাষাৰ তোৰ গাতেই সম্পূর্ণ ফলিয়াইছে। আচল আৰাম কি তইহে বুজি পাইছ ভাই! আজি তই মোক এটা ডাঙৰ জ্ঞান দিলি;" মৃণালৰ কথাৰ লগে লগে তগৰে চাহ লৈ আহিল।

"বুজিছ কুৰ্ম্মা!" চাহৰ বাটিত হুপা মাৰি—বৰডেকাই আকৌ কবলৈ ধৰিলে,—"ৰাতি যেই বিছনাত পৰিলোঁ—গাত আৰু ভুকুৰাই থাকিলেও তত্ নাপাওঁ নহয়? সেইকণেই যি জিৰণি পালোঁ। ইফালে আকৌ সাৰ পালেই হালখন কান্ধত লবৰ হলেই।" দুই তিনিটা হোপাতে চাহবাটি শেষ কৰি বৰডেকা উঠিল।

"ৰাতি ভালেখিনি হব দে গৈ পাওঁ মানে। তই হলে কালি যাবি আকৌ। চাই আহিবিচোন আমাৰো ভগা পঁজাটো। কৈ কৈ বৰডেকাই ভাৰখন থহাই শিকিয়া-বিৰিয়া কান্ধত ল'লে।

"অ' যাওঁ দে সৰু সৰু কুৰ্ম্মা!" নৃপেন তগৰক এইদৰে মাত লগাই বৰডেকাই খোজ ল'লে।

"তোক বহু কষ্ট দিলোঁ দেই বৰডেকা! এই ৰাতিখন এতিয়া কেনেকৈ যাবি?" মৃণাল বৰডেকাৰ পাছে পাছে লেম্পটো লৈ গৈ থাকে।

"তেনে কথা নকবি অ' কুৰ্ম্মা! দুখ পালো মই আহোঁ নেকি? তোক ভাল লাগিছে দেখিতো আহিছোঁ।" খং কৰি সি ধমক্ দিয়ে। মৃণালে একো

মাতিব নোৱাৰে।

"ভগবানে তোক এই গুণ দিছে ববডেকা! তোৰ দৰে মানুহ মই আৰু জীৱনত লগ নাপালোঁ। অথচ তই কৰ আমাক ভাণ্ডৱ জাত বুলি।"

"এঃ যা যা কুৰ্ম্মা! সেইবোৰ কথা আৰু এতিয়া নকবি। ৰাতি বহুত হৈ যাব। তই মোৰ ঘৰত যাবি, তেতিয়া আমি বহুত কথা হম। এতিয়া তই উভতি যা।"

ববডেকা ভোঁ ভোঁ কৰে আন্ধাৰৰ মাজত সোমাই পৰিল। মৃণাল লাহে লাহে ঘূৰি আহিল। মনতে ভাবিলে,—কি অদ্ভুত চৰিত্ৰ এই হোজা নিৰক্ষৰ মানুহটিৰ! ৰাতি সেই কথা ভাবি ভাবিয়ে মৃণাল শুই পৰিল।

পাছ দিনাখন পুৰা উঠি সি লক্ষ্মীমাটি গাওঁ বুলি খোজ লয়ে। নহলে যে ববডেকাই একেবাৰে খং কৰিব! কিছুদূৰ যোৱাৰ পাছত বহুল মুকলি পথাৰ ওলাল। পুৱাৰ মলয়া জাকে তাৰ গা জুৰ কৰি আনিলে। লাহে লাহে ববডেকাৰ ঘৰটোও চকুত পৰিল। বহল মুক্ত আকাশৰ তলত বৈ থকা ঘৰকেইখন আৰু চাৰিওফালে আগচি থকা কলগছবোৰ দেখিলে মনলৈ ভাব আহে যেন এইখন শান্তিৰ আশ্ৰম হে।

দুৱাৰতে মৃণালক দেখি ববডেকাই দৌৰ মাৰি আহি তাৰ হাতত ধৰিলে আৰু সৰু ল'ৰাৰ দৰে খুল্ খুল্কৈ হাঁহি দিলে।

"তই বৰ ভাল মানুহ দে কুৰ্ম্মা! মই তোকেই চাই চাই বহি আছোঁ। সোঁ পিলিক চাচোন? তায়ো তোৰ কথা শুনি খুব বং পাইছে।"

"পিলি কোন ববডেকা? তোমাৰ কি হয়?"

"ও! সেই কথা মই কবলৈ পাহৰিছোঁৱেই। পিলিনো আৰু কোন হব? গুৰুৰ চৰণৰ ধূলাই আৰু তহঁতৰ আশীৰ্বাদত মোৰ সেই কণেই সম্পত্তি। আগলৈ পাছলৈ আৰু নাই।" দুয়ো গৈ ঘৰ পালে। ববডেকাই বহা কোঠা-টোলৈ মৃণালক লৈ গ'ল! আধুনিক ধৰণৰ সাজ-সজ্জা সকলো তাত আছে। মৃণালে চকিত বহিবলৈ আপত্তি কৰিলে। ববডেকাই এটা হাঁহি মাৰি এখন চকিৰ ওপৰত মৃণালক দণ্ডা মাৰি বহুৱাই দিলে!

"মই বুজিছোঁ। কালি মই নবহিলোঁ দেখি তইও সেই ভেম পাতিছ।"

"তেন্তে তুমিও এই এখনত বহিব লাগিব।" মৃণালে দাবী জনাই কয়।

নিশ্চয়, নিশ্চয়। আলহীক মই অকলে থ'মনে? হাঁহি এটা মাৰি ববডেকা ওলাই যায়। তেওঁৰ অন্তৰত উলাহে নধৰে। অলপ সময় পাছত আকৌ সোমাই আহিল। মৃণালৰ ওচৰতে চকীখনত বহি লাহে লাহে গল্প উলিয়ালে।

"আজি হালখতি আছিল নেকি ববডেকা?" মৃণালে প্ৰশ্ন কৰে।

"নাই। মইহে নগলোঁ। মোৰ ভাইজন আৰু বন্ধা মানুহজনে হাল লৈ

থৈছে। মই কলোঁ যোনো এজন মানুহ অহা কথা আছে—আজি ঘৰতেই থাকোঁ বা।"

"এঃ, তোমাৰ কামো হানি কৰিলোঁ তেন্তে।" মৃণালে অলপ আক্ষেপ কৰে।

"হি······থ' থ'—মোৰ কামটো! ঈশ্বৰে দিয়াতনো মোৰ কিহৰ অভাবটো আছে অ'? খালি নিমখকণ আৰু মাজে মাজে এছিটা কাপোৰ কিনিব লাগে। এহেঁলে সব বস্তু মোৰ ঘৰতেই হয়।"

"ঠিক। তাকেইতো বোলে প্ৰকৃত খেতিয়ক। আত্মনিৰ্ভৰশীল মানুহহে আচল স্বাধীন মানুহ। নিজে খাই লৈ আনকো জীৱিকাৰ সমল যিবিলাকে যোগাইছে ধৰ্ম্ম সিবিলাকৰ গাতহে আছে।"

"আমি হলে সিমান ধৰ্ম্ম-তৰ্ম্ম নাজানোঁ দে কুৰ্ম্মা! কিন্তু কৰ্ম্মটো হলে কৰিবলৈ পাৰোঁ। আমাৰ মানুহবোৰে আকৌ পূজা-থূজা কৰে। পাছে মদ-কুকুৰা আদি বেছিকৈ খাই কেতিয়াবা তভং দি থাকে। সেই দেখি তহঁতৰ মানুহবোৰে কিজানি আমাক বেয়া পায়।"

"মই এইবোৰ ধৰ্ম্মৰ কথা কোৱা নাই ববডেকা! সেইবোৰ পূজা-বিধি বহুত জাতিৰ মাজত আছে। আৰু মদ-মাংস খোৱা নিয়ম-নীতিও পৃথিবীৰ অনেক লোকৰ মাজত চলে। পাছে সেইবোৰ একো ধৰ্ম্মৰ কথা নহয়। কিছু-মান মানি চলা নিয়ম বা প্ৰথাহে। আচলতে যি কৰিলে মানুহৰ উন্নতি হয়; প্ৰাণীৰ কল্যাণ হয় আৰু জগতৰ সুখ-শান্তি বাঢ়ে সেইবোৰ কামহে ধৰ্ম্ম। এইবোৰ কথা মহা মহা পুৰুষ সকলে কৈ গৈছে আৰু নিজে তাৰ আৰ্হিও দেখুৱাই থৈছে।"

মৃণালৰ ধৰ্ম্মৰ ব্যাখ্যা শুনি ববডেকা একেবাৰে আচৰিত হয়। ইমান দিনে মানি অহা কথাবিলাক তেন্তে কি ধৰ্ম্ম নহয়? তেওঁ মনে মনে ভাবিবলৈ ধৰিলে। কিছুপৰ তভক্‌মাৰি থাকি কিবা এটা মনত পৰাৰ দৰে ববডেকাই কয়,—

"আচ্ছা কুৰ্ম্মা, তহঁতৰ মানুহবোৰে নাম-কীৰ্ত্তন কৰে; গাঁজি-মাছ খায়। এইটো আকৌ কেনেকৈ ধৰ্ম্ম হল? সেইটো কৰিলে জগতৰ কি উপকাৰ হয়?

কথা শুনি মৃণালে অলপ হাঁহি উত্তৰ দিয়ে—"জগতৰ উপকাৰ হয় ববডেকা! বহুত উপকাৰ হয়! সেই নামবোৰ গালে মনৰ বেয়া ভাববোৰ দূৰ হৈ যায়

আৰু বিমল সুখ-আনন্দ লাভ কৰিব পাৰি। তেতিয়া সমাজত বহুত ব্যভিচাৰ আছিল, মানুহে মানুহে হিংসা, খিয়াল, সৰু-ডাঙৰ ভাব আছিল, তেতিয়া মহাপুৰুষে এই নাম ধৰ্ম্মৰ দ্বাৰাহে সমাজত শান্তি আৰু শৃংখলা লগাই থব পাৰিছিল। তেওঁৰ নামত সৰু-বৰ, জাতি-অজাতি, হিন্দু-মুছলমান সকলোৱে সমান ভাবে ভাগ লব পাৰিছিল। তুমি ভালকৈ নাজানিব পাৰা শঙ্কৰ, মাধৱ আদি মহাপুৰুষে অসমখনক ধ্বংসৰ মুখৰ পৰা ৰক্ষা কৰিলে। আমাৰ মাজত থকা সকলো বেয়া ভাববোৰ গুচাই ভাল পবিত্ৰ, মিলনভাব আনি দিলে। সেই দেখিহে কৈছোঁ, যি ধৰ্ম্ম সি জগতৰ কল্যাণকৰ।

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশ প্ৰেম অমৃতৰ নদী।

শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা বহে ব্ৰহ্মাণ্ডক ভেদি॥

বুজিছা ককডেকা! মহাপুৰুষে এই নাম-ধৰ্ম্ম উলিয়ালতহে সকলো মানুহ মৰম-চেনেহ, প্ৰেম-প্ৰীতিৰে বান্ধ খাই ভাই ভাই হৈ পৰিল।"

পদ ফাঁকি শুনি ককডেকাৰ মুখত হাঁহি বিৰিঙি উঠিল। তেওঁৰ বৰ স্ফুৰ্ত্তি। "বাৰু কুৰ্ম্মা! তই এটা গীত গাচোন! তোৰ মাতটো বৰ ভাল শুনিলোঁ এ।"

"গীত মই নাজানোঁ ককডেকা! আজিকালিৰ গীতবোৰ মই শিকাই নাই।"

"এ নহয় দে—এটা নামকে গা। শঙ্কৰ নে কি তেওঁ লিখা নাম এটা গা দে কুৰ্ম্মা!" ককডেকাৰ নাম শুনিবলৈ বৰ হেঁপাহ।

এনেতে পিলিয়ে দুটা বাটিত পকা কল, কুহিয়াৰ, পকা অমিতা কেচকলমান-আৰু অলপ কুহিয়াৰৰ গুৰ দি থৈ গ'ল। ককডেকাই মৃণালক সেইবোৰ খোৱাৰ ইঙ্গিত কৰিলে আৰু নিজেও চপাই ললে। অলপ পাছতে আৰু দুটা বাটিত দুবাটি দুধ লৈ পিলি হাজিৰ।

"আৰু ইয়াৰ পাছত কি আনিবা পিলি?" ঘটীৰ পানীৰে হাত ধুই ধুই মৃণালে কৌতুক কৰি কয়।

"আগুতে বাৰু ইখিনিকে লোৱাচোন পিলি। হিঃ হিঃ হিঃ!" ভাই হাঁহি হাঁহি লৰ মাৰে।

"এইজনী তেনেই পাগলী অ' কুৰ্ম্মা! একৌটি বেটী নহয় মোৰ? আটায়ে বৰ মৰম কৰা দেখি তাই খুব আদৰুৱাও হৈছে। তই বেয়া নাপাবি।"

"কেলেই পাম? ভাল হৰ ডাঙৰ হৈ আহে মানে!"

"পাছে কুম্মা, তই মোক তাব কথাটো তালকৈ শুনোৱা নাই এদিন।"

"কাব কথা ?"

"এই তহঁতব শঙ্কবটোব।"

মৃণালে অকণ হাঁহে। ববডেকাব ভিতবত মহাপুৰুষব প্রতি যে এটা অনু-বাগ হৈছে সেই কথা বুজি সি সন্তোষো পালে।

"শুনাম ববডেকা! ভগবানে সুযোগ দিলে মই তেওঁব নামো পাই শুনাম। কিন্তু আজি মোব বহুত কাম আছে।"

"নালাগে নালাগে আজি। কিন্তু তই হ'লে আহি থাকিব লাগিব। বেয়া নাপাবি আৰু আমনি কৰা বুলি।"

পিলিয়ে এইবাব তামোল লৈ আহিল। ববডেকাই মৃণালক আৰু দুধ দিবনেকি সোধে। মৃণালে আপত্তি কৰিলে।

"ঘবত মোব ৬/৭ জনী গাই থীবাওঁ। তই খা কুম্মা আৰু এবাটি।"

মৃণালে নালাগে বুলি তামোল এখন মুখত ভৰাই বহাব পৰা উঠে। ববডেকাই তাব বাবীখন দেখুৱাবলৈ মৃণালক লৈ যায়। অমিতা, নেমুটেঙা, হবেক বকমব কল বাবীখনত ভবি আছে। গোহালিত এগোহালি শকত-আবত গৰু। ঘবব চালতে কোমোবা, হেদালিত জিকা, কেবেলা লাগি চাক খাই আছে। ঘবতে এবি পুহি সুন্দব সুন্দব এণ্ডি, বিহা, মেখেলা আদি তৈয়াব কবে। ঢেঁকী শালত এটা তেলব পেবা। খেতিব সবিয়হ পেৰি তেল ঘবতে উলিয়াই লয়। সকলো সুন্দব, সকলো সুশৃঙ্খল। জীৱন ধাৰণব গোটেই-খিনি আহিলা-পাতি ববডেকাই ঘবতে বাখি থৈছে। মৃণালব খুব ভাল লাগিল। এনে এজন আদৰ্শ পুৰুষব লগত চিনাকি হোৱাত নিজকে সি গৌৰবান্বিত বোধ কৰিলে।

"তোমালোকব মানুহবোব কিয় ইমান আঁতবে আঁতবে ঘব সাজি থাকা ?" মৃণালে সোধে।

"এ, আমি এইদবেহে ভাল পাওঁ। খেতি-বাতি কৰিবলৈও সুবিধা পাওঁ। আকৌ আমাব মাটিও বহুত বহুত নহয় ? মানুহ মুঠেই বাইশ ঘবহে। সৌ যে মনিব নোৱাবালৈকে আমাব মাটিবোব আছে।"

"তুমি কোৱা কথাটো ঠিকেই। কিন্তু ওচৰা-ওচৰিকৈ ঘব সাজি থকাত বহুত সুবিধাও আছে।"

কথা পাতি পাতি দুয়ো বাটব ফালে ওলাই যায়। কিন্তু আঁতবত এজন

মানুহৰ ঘৰত এপাল গাহৰি। ঘৰখন ঘৰ লেতেৰা। মাইকী মানুহজনীয়ে মাটিৰ কলহ এটাৰে সমুখৰ পুখুৰীটোৰ পানী লৈ গ'ল। পানীবোৰ তেনেই হালধীয়া। দেখিলে ভাৰি হাত ধুৰবো মন নাযায়।

"এই পানীকে খাবনেকি ৰবডেকা ?" মৃণালে আচৰিত হৈ সোধে।

"আৰুনো কি কৰিব ? আমি এইদৰেই পুখুৰী কৰি পানী খাওঁ।" ৰবডেকাই কয়।

"এইটো কিন্তু ভাল কথা নহয় দেই। এনেকুৱা পানী খালে বেমাৰৰ ভয় আছে।"

"বেমাৰতো হয়েই। কিনো কৰিবি তেন্তে ? জিলালৈ গৈ কিমানবাৰ কৈ আহিলোঁ যোলো পাট-কুৱা এটা আমাকো দিব—কিন্তু হাকিমটোৱে একো কৰি নিদিয়ে।"

"পাট-কুৱাটো দিলেনো ক'ত বহুৱাবা ? মানুহবোৰ ইমান দূৰে দূৰে থাকিছা যে কুৱা দিলে মাত্র দুই এঘৰৰহে সুবিধা হ'ব।"

"বাৰু আমাৰ যি হয় হ'ব ; আগতে দিয়কেইচোন ! কিন্তু তাকে যে কৰিব নোৱাৰি। আচ্ছা কুৰ্ম্মা, তই জিলালৈ যাবি নেকি ?"

"কিয় ?"

"গ'লেতো বহুত কাম আছে। হাকিমটোকো তই চিনি পাব নহয় ?"

"কোন হাকিমৰ কথা কৈছা তুমি ?"

"সেই ডেবেলমেন হাকিম। কুৱা, ৰাস্তা আদিবোৰ যে দি ফুৰে ?"

"এনেয়ে নামটো শুনিছোঁ। বাৰু কি কৰিব লাগিব ?"

"এঃ তোক আৰু সেই কথাটো কব লাগেনে ? তই দেখোন নিজেই সকলো দেখিলি। জিলালৈ গ'লে যদি অ'পিচতে তাক কৈ আহ তেন্তে কিবা হয়েই বা ! আমাক হ'লে কুৰ্ম্মা, মাতিবই নোখোজে অ'।"

"বাৰু মই কম। কিন্তু মুখেৰে ক'লে নহয়। দৰ্খাস্ত এখন দিব লাগিব। মই এখন লিখিম তাত তোমালোকৰ মানুহবোৰে চহী দিব লাগিব।"

"হেঃ, সেইটোহে ডাঙৰ কথা। আমাৰ মানুহবোৰেতো চহী দিবলৈ নাজানে অ'। তয়েই দিবি লিখি লিখি।"

"নাই—তেনেকৈ নহ'ব। টিপ চহীটো দিলেও হ'ব বাৰু।"

ৰবডেকাই মৃণালৰ মুখলৈ চোৱাত টিপ চহী কাক বোলে তাকো বুজাই দিলে।

"এইবিলাক কথা পাবিলে এম. এল. এ. জনকো ক'ব লাগে ববডেকা ! তেওঁ মিটিং কৰিবলৈ আহি থাকে নহয় ?"

"হয়, হয় ! এমেল নো এতিয়া কোন হৈছে অ' কুৰ্ম্মা ?"

"কিয় তোমালোকৰ ওচৰলৈ যে ভোটৰ সময়ত আহিছিল—হৰি ভূঞা ?"

"ও ! ঠিক, ঠিক ! মানুহজন হ'লে খুব বক্তৃতা ক'ব পাৰে দে কুৰ্ম্মা ! এনে ভাল কথা কিজানি আমাৰ এই দেশত আৰু কোনেও ক'ব নোৱাৰিব। সেই ডেবেলমেন জনেও কয়। তথাপি তাক নোবাবে দে।"

"এৰা, সেই মানুহজনক ক'ব লাগে। তেওঁ মন কৰিলে তোমালোকৰ সকলো অসুবিধাবোৰ দূৰ কৰি দিব পাৰে।"

"কিয় আমি তাক ভোট দিলোঁ নহয় ? আনকি মোৰ মাইকীটোৱেও তাকে দিছে। আমাৰ গাঁৱৰ মানুহবোৰে সবে তাক এমেল হ'বলৈ দিছোঁ। কাৰণ, সিয়ে আমাৰ ৰাস্তা-ঘাট, কুৱা, ইস্কুল সকলো কৰি দিম বুলি কৈছিল। পাছে এতিয়া সি চিলিমতহে থাকে কিজানি। কেনেকৈনো লগ পাম ?"

"চিলঙত সদায় নাথাকে নহয় ? ভৈয়ামলৈ আহিলে লগ ধৰিব লাগে।"

"হেই, তই কিথন যে কৈছ ! আমি এতিয়া হালেই বামনে সেই এমেলটো কেতিয়া আহিব তাকে বাট চাই থাকিমনে'।" ববডেকাই বৰ বিৰক্তি প্ৰকাশ কৰে।

মৃণালে সকলো কথা নীৰৱে শুনিলে। একেবাৰে সহজ সৰল জীৱনৰ চিধা কথাবোৰ ববডেকাৰ মুখৰ পৰা ওলাইছে। তেওঁ জানে কাম। কামৰ মানুহ তেওঁ। আধুনিক জগতৰ জটিল-কূটিল ভাব-ভঙ্গি তেওঁ কি বুজিব ? যুগ যুগ ধৰি, পুৰুষৰ পাচত পুৰুষ চলি গৈছে ; এই মানুহবোৰৰ সম্বন্ধ প্ৰকৃতিৰ লগত। পৃথিৱীৰ বুকুতেই জীৱনৰ সকলো সংঘাত। মাটিৰ লগত, ভাত-কাপোৰৰ লগত যুঁজি যুঁজিয়েই কত জীৱন মাটি হৈ গৈছে। এতিয়া বিজ্ঞানৰ যুগত, আকাশীযানৰ যুগত তেওঁলোকেও জীৱন নিৰ্ব্বাহৰ এটা সাধাৰণ সা-সুবিধা পাবলৈ ইচ্ছা কৰে। তেওঁলোকেও কুৰি শতিকাৰ সভ্যতাৰ পোহৰ অকণি গাত সানি ল'বলৈ বিচাৰে। তেওঁলোকে প্ৰাণে-প্ৰাণে অনুভৱ কৰে যে আন হেজাৰজন সভ্য লোকৰ দৰে তেওঁলোকৰো জীৱনৰ মান বাঢ়ি যাব লাগে। কিন্তু তাকে কৰিবলৈ তেওঁলোকৰ সম্বল নাই ; জ্ঞান, বুদ্ধি আৰু শক্তি নাই। এই মানুহবোৰ বঞ্চিত নহয়নে ? মৃণালে মুহূৰ্ত্ততে এপটা কথা ভাবিলে।

"তুই দেখোন একো নাজানিলি কুৰ্ম্মা ! মোৰ কথাত বেয়া পালি হবলা ? বাবু, তেন্তে তয়েই খবৰটো দিবিচোন, এমেলটো আহিলে। সি হ'লে সেইবাৰ আহোঁতে আমাক খুব খেতি কৰিবলৈ কৈ গৈছে। খেতিতে দেশৰ সব উন্নতি হ'ব বুলি বুজাইছে পাছত খেতিতো ধুম্ ধাম্ কৰিছে আমাৰ মানুহবোৰে ! উন্নতিনো ক'ত হ'ব ? নদীৰ পানীয়ে আধা ধান মাৰি গ'ল। ভগৱানে নিদিলে এমেলটোৱেনো কি কৰিব অ' কুৰ্ম্মা ?"

মৃণালৰ মন এই মানুহটোৰ প্ৰতি পুতৌৰে ভৰি পৰিল। কোনো দিনে এটা ৰাজনৈতিক সুবিধা পোৱা নাই ; তথাপি চৰকাৰ বা কোনো মানুহৰ ওপৰত আক্ষেপ বা বিদ্ৰোহৰ উষ্মা নাই। কৰ্ম্ম কৰিছে আৰু তাৰ সুফল ভগৱানে দিব তাকে মাত্ৰ জানে। "কৰ্ম্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন" —গীতাৰ এই স্থিতপ্ৰজ্ঞ কৰ্ম্মযোগী এইজনেই নহয় নে ? কিন্তু আমি আধুনিক যুগৰ সভ্য নামধাৰী শিক্ষিত-অশিক্ষিত এজনে পোনেই এইদৰে ক'ম যে সি ভোদা, বুৰ্ব্বক, পিছপৰা (backward)। সেই সভ্য ভব্য মানুহজনলৈ এজনে এইদৰেও উত্তৰ দিব নোৱাৰিব নে—যে সি ভোদা, বুৰ্ব্বক আৰু পিছপৰা হৈ থকাৰ মূল, তোমালোক প্ৰৱঞ্চক সভ্যবোৰ নহয় নে ? মানুহ সভ্য হোৱাত, মানৱৰ বিকাশৰ বাটত যি সকলে প্ৰতিবন্ধকতা জন্মাইছে তেওঁলোক প্ৰকৃততে সভ্য নে ?

মৃণালে ববডেকাক বিদায় দি ঘৰমুৱা হ'ল। মনত অনেক ভাবৰ সংঘৰ্ষ। মানৱ-প্ৰেমেই দেশাত্মবোধ নহয়নে ? যি সকলে দেশাত্মবোধৰ দোহাই দিয়ে সিবিলাকৰ ভিতৰত মানৱ-প্ৰেম আছেনে ? যদি আছে তেন্তে ইমান ব্যৱধান কিয় ? ভাবি ভাবি মৃণাল ঘৰ পাওঁতে বেলি ভটিয়াই গৈছিল।

মিনতি আজি কেবামাহো চিলঙত আছে। ককায়েক পৰাগ চেক্রেটৰীয়েটৰ ওপৰ বিভাগৰ কেৰাণী বুলি আমি আগতেই কৈছোঁ। উপৰুৱা পইচাও তেওঁ পায় যথেষ্ট। ঘৈণীয়েক সুগন্ধা যোৰহাটৰ এক ধনাঢ্য পৰিয়ালৰ ছোৱালী। পৰাগে যেতিয়া বি. এ. পঢ়ে তেতিয়া সুগন্ধাৰ দেউতাকৰ ঘৰতেই আছিল। সুগন্ধা তেতিয়া আছিল কিশোৰী, খেলা-চঞ্চলা, পৰাগৰ সঙ্গিনী! মনৰ ঘনিষ্ঠতা বাঢ়ি এনেকৈয়ে তেওঁলোকৰ মাজত বিয়াও হ'ল।

প্ৰথমতে দুই এমাহ থাকি মিনতিৰ চিলঙখন বৰ ভালেই লাগিল। ওখ-চাপৰ সৰু-ডাঙৰ পাহাৰ, টিলাবোৰৰ ওপৰত ধুনীয়া সৰল গছবিলাকৰ মাজে মাজে ঘৰবোৰ; ক'লা দীঘল সাপৰ দৰে মেৰিয়াই থকা 'পিচ্' দিয়া আলিবাট-বোৰ; সন্ধিয়া গছৰ মাজে মাজে লাগি থকা হীৰা-মাণিকৰ ফলৰ দৰে বিজুলী-বাতিবোৰ আৰু ভৈয়ামৰ লগত সাদৃশ্য নথকা কেবাটাও নতুন কথাই মিনতিৰ চিন্তাশীল মনৰ খোৰাক যোগাইছিল। ভাষা-জ্ঞানেৰে নিঃকিনা তাইৰ ভাব-প্ৰৱণ তৰুণী মনতো কবিতাৰ অনুভূতি জাগিছিল। তাইৰ শোৱা কোঠাটোৰ খিৰিকিখন মেলি অনিমেষ নেত্ৰে চাইছিল—বহুদূৰলৈ গৈছিল তাইৰ দৃষ্টি; আৰু কেমেৰাত ফটো উঠাৰ দৰে সেই দৃশ্যবোৰ এটা এটাকৈ স্তৱীভূত হৈ বৈ গৈছিল অন্তৰ ফলকত।

দেউতাক ভবেশ বৰুৱাইও মিনতিক ঘৰৰ পৰা পঠিয়াই কিছু শান্তি পাইছিল। কাৰণ মিনতিয়ে সদায় মন মাৰি বহি থকা বা কিতাপতে মুৰটো গুজি গোটেই দিনটো কটাই দিয়াটো তেওঁ দেখিব নোৱাৰিছিল। এই কাৰণে তেওঁ মাজে মাজে বিৰক্ত হৈছিল যেনেকৈ, তেনেকৈ হঠাতে অনুতপ্তও হৈছিল। এতিয়া তেওঁ ভাবিছে অন্ততঃ চিলঙত মিনতিয়ে ভালকৈ আছে। কিন্তু দুখ হৈছিল বেছি মাক ৰূপহীৰ। ছোৱালীৰ ভৱিষ্যত ভাবি তেওঁ নীৰৱে বহি কান্দিছিলেও। তেওঁ এইটো বুজিছিল যে চিলঙত ৰাখি 'মন ভাল কৰা ব্যৱস্থাটো তেনেই টুলুঙা। ধৰণী বাঢ়িলে কিছু পৰলৈ সাপৰ বিষ উঠাব নোৱাৰাকৈ ৰাখিব পাৰি সঁচা, কিন্তু জাৰি-ফুঁকি মন্ত্ৰপুত কৰি সেই বিষবোৰ উলিয়াই নেপালায় মানে জীৱন বিপন্ন হৈয়ে থাকে। সেই দেখি তেওঁ এদিন

ভাত খাই থকা পৰতেই বৰুৱাক ক'লে—

"এইদৰে নো মিনতিক আৰু কিমান দিন ৰাখিব খুজিছে ? কিবা এটা দিহা কৰি তাইক থোৱাৰ ব্যৱস্থাহে কৰা ভাল আছিল।"

কথা শুনি বৰুৱা জ্বলি উঠিল। তেওঁ ক'লে যে, তেওঁ জীয়াই থকাত সেই কাম নহ'ব। আনকি মৃণালে গৈ তেওঁৰ ভবিত পৰিলেও আৰু মিনতিক নাপাব। তেওঁ মিনতিক সেই টোকোনা মানুহটোলৈ দিয়ে ভুল কৰিছিল।

খং দেখি ৰূপহীৰ আৰু বেছি কথা সুধিবলৈ সাহস নহ'ল। তথাপি মুখৰ সেঁপ ঢুকি ঢুকি আকৌ এবাৰ সুধিলে। "তেন্তেনো তাইৰ কাৰণে আপুনি কি ভাবিছে ?"

"মই যি ভাবিছোঁ ভালেই ভাবিছোঁ। লাগিলে আন এজন ল'ৰালৈ তাইক দিম। তথাপি সেই নিলাজটোলৈ তাইক ঘূৰাই নপঠাম। সেই কথা ভাবিএ কিছুদিন চিন্তিত থাকিবলৈ দিছোঁ। এই কথাত আমাৰ পৰাগৰো কিজানি মত পোৱা যাব। তালৈ মই কথাটো লিখিছোঁ।"

"কিন্তু মিনতি যে অন্তঃসত্ত্বা ? আপুনি সেই কামলৈ কিদৰে আগবাঢ়ে ?"

"তাতে কি হ'ল ? পেটৰ পোক হয়েই নে মৰেই তাকেইবা কোনে জানে ? আৰু থাকিলেও কোনোবা ববলা মানুহেটো তাইক নিব ? অন্ততঃ মৃণালতকৈ এজন ভাল বৰ পাবই তাই! তথাপি যদি নহয় তেন্তে তাই ঘৰতে থাকিব। সেইজনী বোনিবা মোৰ কাণী বেটী। তেতিয়াতো তাইক পুহিব লাগিল-হেঁতেন!" ৰূপহীয়ে আৰু একো মাতিব নোৱাৰিলে। কাৰণ বৰুৱাৰ কথাৰ ওপৰত মাতিলে যে কথা বেয়া সেইটো জানে। মনতে কি ভাবিলে ক'ব নোৱাৰি—সেই দিন ধৰি আৰু ৰূপহীয়ে মিনতিৰ কথা নুলিয়ালে।

সুগন্ধা আছিল বৰ বিলাসী মনৰ। গোটেই দিনত ৰূপসজ্জা কৰি কটাই দিব পাৰিলেও তাই ভাল পায়। ভাত-পানী ৰান্ধে চাকৰ ল'ৰাটোৱে, কাপোৰ ধোৱে ধোবাই, গাখীৰ দিয়ে নেপালীয়ে আৰু চুইচ টিপিলেই বিজুলী জ্বলে, পাংখা ঘূৰে ; ক'তো অকণো পৰিশ্ৰম নাই। সেই বিলাকতো ভাল নালাগিলে অকণমান যত্ন কৰি চাবিটো ঘূৰাই দিলে ৰেডিওটোৱে কথা কয়, গান গায়, অভিনয় কৰি শুনায়। তথাপি সুগন্ধাৰ মনটো তৃপ্তিত ভৰি নুঠে। কিবা যেন বৰ অশান্তি, কিবা যেন অস্বস্তিতে তাইৰ দিনবোৰ যায়। সেই অশান্তিৰ চিনবোৰ বেছিকৈ ফুটি উঠে চাকৰটোৰ পিঠিত। তাৰ কামৰ একোবিমান ইকাল সিকাল ঘটিলে আৰু ৰক্ষা নাই। মাহটোত চাৰি-পাঁচজন চাকৰ-ল'ৰা নবদলালে

পৰাগৰো ৰাতি টোপনি মৰাটো টান হৈ পৰে। সন্ধিয়া বজাৰৰ ফালে এপাক সুগন্ধাক প্ৰায়ে ঘূৰাই আনিব লাগে। পাহিলা ভাবিব পাৰিলে নিজৰ পছন্দ-মতে কাপোৰ-কানি ল'বলৈ সুগন্ধা যাবই লাগিব। এনেক্ষেত্ৰে যি দেখা যায় ঘৰখনত কেৱল সুগন্ধাৰেই আধিপত্য বিৰাজ কৰিছে। পৰাগৰ সত্তাৰ ওপৰত সুগন্ধাই বাৰুকৈয়ে বিস্তাৰ লাভ কৰিছে।

মিনতিয়ে এইবোৰ কথা ভালকৈ উপলব্ধি কৰিব পাৰিলে। তাই ভাবিবই পৰা নাছিল যে ঘৰত সেই উদ্দণ্ড পৰাগ কন্যাৰেকজন সুগন্ধা বোৱেৰৰ হাতত এইদৰে নাকী বিন্ধোৱা গোনা ম'হটোৰেন হৈ পৰিছে। জানিবলৈ অৱশ্যে সুবিধাও একো নাছিল। কিয়নো বিয়াৰ পাছত মাত্ৰ এবাৰহে সুগন্ধা শহুৰেকৰ ঘৰলৈ গৈছিল আৰু মাত্ৰ দুটা দিন থাকি প্ৰত্যাবৰ্তন কৰিছিল। মাক-বাপেক-হঁতে বৰ জোৰকৈ ধৰাতো তাই আৰু দুই এটা দিন থাকিবলৈ কোনোমতে ৰাজি নহৈছিল। শেষত আটায়ে এই বুলি সান্ত্বনা লভিলে যে টাউনীয়া ছোৱালী গাঁৱত থাকি ভাল নাপায়। য'ক বাৰু! সিহঁতৰ ভালেই তেওঁলোকৰ ভাল।

সুগন্ধাই কিন্তু মিনতিৰ উপস্থিতিটো সিমান ভাল পোৱা নাছিল। কিয়নো নগৰীয়া আগবঢ়া (advance) ছোৱালী হ'লেও তাইৰ বহুখিনিটা স্বাধীনতাত বাধা পৰিছিল। সন্ধিয়া ফুৰিবলৈ ওলালে পৰাগে কেতিয়াবা মিনতিকো লগত লৈছিল। এইটো সুগন্ধাই তিমান ভাল নাপাইছিল। টেবিলখনত ভাত সজাই লৈ চাকৰটোৰ ওপৰত তিতা-কেঁহা মন্তব্য কৰি এতিয়া আৰু পৰাগৰে সৈতে একেলগে খাব নোৱাৰা হ'ল। কাৰণ পৰাগে ভনীয়েকৰ আগত তেনেখন কৰিবলৈ ভাল নাপাইছিল। বিশেষকৈ খৰচৰ ফালেদি চাই সুগন্ধাৰ মনোভাৱ মিনতিৰ প্ৰতি তেনেই বেয়া আছিল। কোৱা বাহুল্য যে চিলঙৰ ঘৰ সজা সমস্ত খৰচ সুগন্ধাৰ বাপেকেই দিছিল। তেতিয়া সুগন্ধাই পৰাগক সদায় জেক্ দিছিল যে অন্ততঃ সি নিজৰ টকাৰে এখন গাড়ী ল'ব লাগিব। এইদৰে দেখাত বাহিৰত বৰ বিলাসী জীৱন যাপন কৰিলেও ভিতৰত কিছুমান কাল্পনিক অভাৱ লৈ সিহঁতৰ সংসাৰ চলিবলৈ ধৰিলে। এইখিনিতেই আহি মিনতিও লাঞ্ছনাত সুগন্ধাই মনে মনে বিতুষ্ট হৈছিল যদিও তাক প্ৰকাশ কৰি কোৱাৰ একো উপায় নাপাইছিল। কিন্তু প্ৰকাশ মুখেৰে নকৰিলেও কাৰ্য্যত সেই ভাৱ প্ৰায়ে ফুটি উঠিবলৈ ধৰিলে।

এনেতাহে কি ডেৰ সপ্তাহ মানৰ পাছত এদিন নতুন চাকৰটোৰ পিঠিত কি

পাৰিল। সি সেইদিনাই গধূলি ভাগিল। আগে পাছেও এনে ঘটনা হ'লে নতুন চাকৰ বিচৰাত পৰাগক তত্ নিদিছিল। এইবাৰ কিন্তু ৭/৮ দিন হৈ গ'ল তথাপি চাকৰ বখাৰ কোনো প্ৰশ্নই সুগন্ধাৰ মুখত নোলাল। মিনতিয়ে চাকৰ নোহোৱাত ভাত মুঠি আৰু চাহটোপা কৰিবলৈ ধৰিলে। প্ৰথমে এই কামত সুগন্ধাইও তাইক সহায় কৰিছিল। পৰাগে ভাবিলে যে দুয়ো বৌৱেক-ননন্দাকে উচাহতে কামখিনি চলাইছে। সেইবাবে কিজানি চাকৰ বিচৰাত এইবেলি বৰ বেগ দিয়া নাই। মিনতিয়েও প্ৰথমে তেনেকুৱা কিবা এটাকে ভাবিছিল। কিন্তু লাহে লাহে দেখিলে যে চাকৰৰ সমস্ত কাম মিনতিৰ হাতত উঠিল। সুগন্ধাই এতিয়া মিনতিক কোনো সহায় নকৰে। এনেকি লাহে লাহে সুগন্ধাৰ আশ্বাসসূচক বাণীও মিনতিয়ে শুনিবলৈ পোৱা হ'ল। এই কথা এদিন নিশা অতি সুস্পষ্টভাৱে মিনতিয়ে বুজিবলৈ পাৰিলে।

ৰাতি, শোৱা কোঠাত পৰাগে কৈছে—"চাকৰৰ খবৰ কৰিলোঁ। কিন্তু কালিহে এটা ল'ৰাৰ সন্ধান পাইছোঁ। সিও হেনো পহিলা তাৰিখেহে আহিব পাৰিব।"

সুগন্ধাই তপৰাই মাত লগালে। "চাকৰ কেলেই? ইহঁত বৰ লম্পট। আমি এইদৰেই চলিব পাৰিম। মিনতিৰো একো কাম নাই। তাই, মোক কিছু সহায় কৰিব পাৰে। আপুনি তাক আহিবলৈ বন্ধ কৰি দিব।"

সুগন্ধাৰ মুখত ইমান দিনৰ মূৰত এনেধৰণৰ কথা শুনি পৰাগ আচৰিত হ'ল। যি সুগন্ধাই কামৰ নাম শুনিলে সাত কিল মাৰে; যি তিৰোতাই উশাহে নিশাহে চাকৰটো নহ'লে চলিবই নোৱাৰে; তেনেজনীৰ মুখত এনে কৰ্ম্ম-প্ৰবৃত্তিৰ কথা শুনি পৰাগ আচৰিত হ'বৰেই কথা। কিন্তু এই পৰিবৰ্তন সুগন্ধাৰ কেনেকৈ হ'ল? হয়তো মিনতিৰ সান্নিধ্যত তাইৰ এনে সুমতি হৈছে। পৰাগে আৰু একো নামাতিলে। ইফালে আনটো কোঠালিৰ পৰা মিনতিয়ে এই কথা শুনি মনত বৰ আঘাত পালে। আঘাত এই কাৰণে পালে যে সুগন্ধাই তাইক সম্পূৰ্ণ চাকৰৰ আসনখনত বহুৱাই দিছে অথচ ককায়েকৰ আগত চমৎকাৰ ভঙ্গিত কথা কৈছে। ঠিকেই কৰিছে। তাইকনো এনে অনিৰ্দ্দিষ্ট কাললৈকে টাউন এখনত কোনে পুহি ৰাখিব? সুগন্ধাৰ গাত দোষ নাই। উপযুক্তা গৃহিণী তাই। ঘৰখনৰ উন্নতি; সিহঁত দম্পতিৰ সুখ-সমৃদ্ধি বঢ়োৱাত তাইৰ সম্পূৰ্ণ অধিকাৰ আছে। মিনতিয়েইবা সেই সুখৰ অন্তত

কাইটে হ'বলৈ আহিছে কিয় ? নিজৰ ওপৰতে শেষ ধিক্কাৰ আহিল তাইৰ। লাহে লাহে টাউনৰ বালাম চাউল মিনতিৰ পেটত হজম নোহোৱা হৈ আহিল। শীতৰ সুকোমল শয্যাৰ উমতো তাইৰ টোপনি নহা হ'ল। মৃণালৰ কথা তাইৰ মনলৈ আহে প্ৰতি মুহূৰ্তে। তাই কান্দে। উচুপি উচুপি বিছনাতে পৰি তাই কান্দে। সেই কান্দোন কোনোৱে নেদেখে ; কাৰো কাণত নপৰে।

এদিন ভবেশ বৰুৱাই দিয়া চিঠি পৰাগে পায়! খুলি চাই পঢ়ি সি আচৰিত হয়। মিনতি যে পৰিত্যক্তা সেই কথা সি প্ৰথম জানিলে। সি ভাবিছিল অসুখ-বিসুখৰ বাবেই মিনতি বহুদিন সিহঁতৰ ঘৰত আছে আৰু স্বাস্থ্য-পাতিৰ উন্নতিৰ বাবেই বাপেকে তাইক চিলঙলৈ পঠাই দিছে। কিন্তু বাপেকে লিখিছে যে মিনতিৰ বাবে অন্য এখন বিয়াৰ ব্যৱস্থা কৰিব লাগে। এই সম্বন্ধে সি অন্ততঃ ল'ৰা এজন ঠিক কৰি দিয়া দায়িত্বটো ল'ব লাগে। প্ৰথমে তাৰ বাপেকৰ ওপৰত বৰ খং উঠিল। স্বামী বৰ্তমান থাকোঁতে বিশেষকৈ তেওঁ এৰি নিদিয়াকৈ মিনতিৰ দ্বিতীয় বিবাহ কেনেকৈ সম্ভৱ হ'ব পাৰে ? কিন্তু পুতেকলৈ তেনে কথা লিখিলে কিয় ? সম্ভৱ মৃণালৰ সৈতে তেওঁৰ কিবা কাজিয়া লাগিব পাৰে! পৰাগৰ মনত পৰিল কেইমাহমানৰ আগতে তাৰ ভনীয়েক বিজুলীয়ে লিখা সেই ঘটনাটো,—যিদিনা বাপেকৰ ধমকনিত মৃণাল ওলাই গৈছিল। কিন্তু সেই ঘটনাৰ সম্পৰ্কতো বাপেকৰ গাতেই সি দোষ দেখা পালে বোধহয়। ইফালে মিনতি অন্তঃসত্ত্বা। এনে অৱস্থাত তাইক মৃণালক গটাই দিয়াটোহে বেছি ভাল আছিল। সেইদিনাই পৰাগে মৃণাললৈ চিঠি লিখিলে। চিঠিত সি মিনতিৰ কথা লিখিলে যে—তাই বহুদিন আঁতৰত থাকিল। বিশেষকৈ সগৰ্ভা ভাৰ্য্যা-পতিৰ ওচৰত থকা ভাল। গতিকে কোনো এটা তাৰিখে তাইক পঠাই দিয়া হ'ব। এই বিষয়ে মৃণালৰ অনুমতিও সি বিচাৰিলে।

ৰাতি পৰাগে বাপেকৰ চিঠিখন সুগন্ধাকো দেখুৱালে। মিনতিয়ে যে মনে মনে কুৰুক্ষেত্ৰৰ যুদ্ধ এখন পেটতে লুকাই থৈছে তাকে ভাবি তাইৰ খং উঠিল। কেতিয়াবা মৃণালৰ কথা ওলালে তাই সেই কথা ভংগ কৰি অন্য কথা পতাৰ চেষ্টা কৰা কথা সুগন্ধাই লক্ষ্য কৰিছিল। সুগন্ধাই ক'লে—

"দেউতাই ঠিকেই লিখিছে। মৃণালৰ কথা আমি নাজানো। কিন্তু মিনতিৰ গাত যে দোষ আছে সি ধ্ৰুপ। তাই বিবাহিতা হোৱালী এজনী পৰৰ ঘৰত নোযোৱাই থকাটো কেতিয়াও ঠিক হোৱা নাই। হয়তো তাইৰ দোষৰ

কাৰণেই মৃণালে নিয়াৰ কোনো চেষ্টা নকৰে। সেইবুলি তাইৰ কৰ্তব্য আছিল নিজেই যোৱাটো। দ্বিতীয়তে দোষ হৈছে আপোনালোকৰ। বিয়া দিয়াৰ পাছত পৰৰ তিৰোতা এজনীক এইদৰে জেৰেলা সাদৰ দেখুৱাই ৰাখি থোৱাত আপোনালোকৰ কি অধিকাৰ আছিল? সিহঁতৰ মাজত কিবা কথাৰ মেৰ পাক থকা বুলি জনাহেঁতেন মই মিনতিক এদিনো ইয়াত থাকিবলৈ নিদিওঁ।"

এটা উশাহতে সুগন্ধাই সকলোখিনি কৈ গ'ল। পৰাগ নিৰুত্তৰ হৈ ৰ'ল। তিৰোতাৰ কথা বেছি জানে তিৰোতাই। বিশেষকৈ সুগন্ধাই যিকেইটা কথা ক'লে তাত প্ৰতিবাদ কৰিবলগীয়াও পৰাগৰ একো নাছিল। শেষত কিংকৰ্তব্য-বিমূঢ় পৰাগক সুগন্ধাই এই সিদ্ধান্ত দিলে যে তাই মিনতিক সকলো কথা সুধিব আৰু তাৰ পাছত তাইক মৃণালৰ ঘৰতে থয়নে বিয়া কৰায়েই নিয়ে সেইবোৰ হৈ থাকিব। সুগন্ধাই কিন্তু এইটো কথাও থাটাং কৰি দিলে যে একো কৰিব নোৱাৰিলেও অন্ততঃ অতি সোনকালে মিনতিক ঘৰলৈকে পঠাই দিব লাগিব। সেইখিনিতেই ৰাতিৰ কথা অন্ত পৰিল।

দুপৰীয়া হ'লত ভাত-পানী খাই উঠি সুগন্ধাই মিনতিক তাইৰ ড্ৰইং ৰুমলৈ মাতিলে। পুৱাৰ পৰা চাহ কৰি, ভাত ৰান্ধি মিনতি বৰ ভাগৰুৱা হৈছিল। ইফালে তাইৰ গাত সাত-আঠ মাহৰ লেঠা। দুপৰীয়াৰ সময়কণ অলপ নিজৰ কোঠাত শুই জিৰণি ল'বলৈ তাই বৰ ইচ্ছুক হৈ পৰিছিল। সুগন্ধাৰ কথাত কিন্তু আদেশৰ সুৰ। মিনতি গৈ দেখে সুগন্ধাই ট্ৰিবিউনখনৰ পাতবোৰ মিছাকৈয়ে লুটিয়াই মিনতিলৈকেই অপেক্ষা কৰিছে।

"তুমি ইমান চালাকজনী বুলিতো মই জনা নাছিলোঁ! মোৰ আগতো তুমি বাৰু ইমান কথা কিয় লুকুৱাই ৰোৱা?" বহিবলৈ নোকোৱাকৈয়ে চাকৰক প্ৰশ্ন কৰাৰ দৰে সুগন্ধাই মিনতিক অপ্ৰস্তুত কৰি দিলে।

"মই কি চালাকি কৰিলোঁ বৌদেউ?" মিনতিৰ কণ্ঠ অভিমানত কঁপি উঠিছিল।

"মৃণালৰ সৈতে তোমাৰ কি কাজিয়া মোক আজি কোৱা। তোমাৰ যদি সচাঁকৈয়ে বৌদেউ হওঁ তেন্তে নিশ্চয় তুমি সকলো মোক ভাঙি ক'বা।"

হঠাতে এনে শুনি মিনতি বজ্ৰাহতৰ দৰে হ'ল। তাই চঁকা এখনত বহি পৰিল। কিয় নাজানো! বাৰিষাৰ পাৰ ভঙা নদীৰ দৰে তাইৰ চকু পানী-বোৰ বৰলৈ ধৰিলে। সুগন্ধাকনো তাই কি উত্তৰ দিয়ে ভাষা বিচাৰি নাপালে।

"কান্দিলে নহয় মিনু! আজিৰ দিনত তিৰোতাই কান্দি সভা জয় কৰিব নোৱাৰে। যদি পাৰি মৃণালৰ ওচৰতে সেই চেষ্টা কৰিব লাগিছিল।"

"মই আপোনাৰ পৰা একো সভা জয় কৰিবলৈ বিচৰা নাই বৌদেউ। মই কান্দিছোঁ নিজৰ দুখত নিজে।" সুগন্ধাৰ শেষৰ বিদ্ৰূপবাণত আহতা হৈ মিনতিয়ে উত্তৰ দিলে।

"তেন্তে তোমাৰ মানত মই একো হ'ব নোৱাৰিলোঁ। ভাল, আজিৰ পৰা একো কথা নোসোধোঁ। বেয়া নাপাবা।" সুগন্ধাই সচাঁকৈএ খং কৰি তাৰ পৰা উচাং মাৰি গুচি গ'ল। মিনতিয়েও কোনোমতে আঁতৰি গৈ খি বিছনাত পৰিল পিছদিনা পুৱালৈকে আৰু নুঠিলে। তলি ফুটা মাটি কলহৰ পানী নিজৰি মজিয়া ভাহি যোৱাৰ দৰে বেচাৰীৰ চকুৰপৰা গোটেই ৰাতি পানী বই বই গাৰু বিছনা তিতি গৈছিল।

ৰাতি পৰাগে ভাত খাবলৈ মিনতিক উঠাব নোৱাৰি, সুগন্ধাক ক'লে— "তুমি আজি মিনতিক কথা সুধি কিবা আঘাত দিলা নেকি?"

"ক'তা! মই ভালকৈ সুধিলোঁ বোলো মোৰ আগত একো গোপন নকৰিব কোৱা। তাই বোলে নিজৰ দুখ নিজৰ আছে আনক কেলেই? মইও আৰু ৰসতে নাম থলোঁ। পাছে কথা আনটোহে। আপুনি সেই চাকৰ ল'ৰাটোক আহিব কওঁক।"

"কিয়? তুমি দেখোন আজি তাক মানা কৰি আহিবলৈ কৈছিলা। মই তাকে কৰিলোঁ। তোমাৰ কথা দিনে দিনে বদলি হৈ থাকে নে?"

"বদলি কৰাৰ দৰ্কাৰ আছে দেখিতো কৰিছোঁ। আজি এই কেইদিন মিনতিয়ে মোক অকণ সহায় কৰিছিল। তাই সেই কামত বৰ টান পাইছে হয়তো। মুখেৰে নক'লেও মই সেই কথা নুবুজাকৈ থকা নাই। সেয়েহে কৈছোঁ! মই অকলে চাকৰ খাটি খুৱাবলৈ নোৱাৰোঁ কিন্তু কাকো ··।"

সুগন্ধাই আৰু এটা কথাও নোকোৱাকৈ ফোচ্ ফোচ্‌কৈ শুই থাকিল। পৰাগৰ মনত কথাবোৰ কিবা কিবা লাগিল। মুখেৰে একো মাতিবও নোৱাৰিলে। পাছদিনা মিনতি প্ৰায় সংজ্ঞাহীনাৰ দৰে শুইয়ে থাকিল বেলিলৈকে। পুৱাৰ চাহ টুপিও সুগন্ধাই নিজে কৰিবলগা হোৱাত তাই পৰাগক আদেশ দিলে যে মিনতিক যেনে তেনে পঠাই দিব লাগে। নহ'লে গাত লেঠা থকা মানুহ এজনী এইদৰে দিনে নিশাই শুই শুই বিপদ ঘটাব। পৰাগে সেই কথাতে হুঁ বুলি মূৰ দুপিয়ালে।

দুদিন পাছত মিনতিক ঘৰলৈ পঠিয়াই দিয়া হ'ল। চিলঙৰ আনন্দ চকুৰ পানীৰে ধুই পখালি নিৰানন্দ মনত লৈ মিনতি আকৌ বাপেকৰ ঘৰ পালে।

আহাৰ মহীয়া দিন। সিদিনা ৰবিবাৰ আছিল। ভৰ দুপৰীয়া গৰমত ৰব নোৱাৰি নৃপেনে ঘৰৰ পাছফালে তেতেলীজোপাৰ তলতে টুল এখনত বহি কিতাপ চাবলৈ লৈছে। এনেতে কুলি চৰায়ে পক্ পক্ পক্ কৰি চিঞৰিবলৈ ধৰিলে। নৃপেনৰ চকু দুটা তৎক্ষণাৎ কুলিৰ সন্ধানত ঘূৰিবলৈ ধৰিলে। সি চাই দেখে আম এজোপাত চৰাই পৰি পাতৰ আঁৰ হৈ আছে। কিন্তু টুক্-টুকীয়া হৈ পকি ৰব ৰব আম কেৰাটাও মোক খা, মোক খা কৈ থকা তাৰ দৃষ্টিত পৰিল। ততালিকে তাৰ খোৱাৰ দুৰন্ত স্পৃহা জাগি উঠিল। ল'ৰা মানুহ, আগতে এইদৰে পকি থকা আম দেখি তাৰ জিভাৰ পানী পৰি গ'ল। কিতাপৰ কথা সি তেনেই পাহৰিলে। টুলতে লাহেকৈ কিতাপখন থৈ মন্ত্র-চালিতৰ দৰে আমৰ ফালে আগবাঢ়ি গ'ল সি।

আমৰ ওচৰ পাই নৃপেনৰ মনত পৰিল যে সেই আম পাৰিলেতো বিতুক্কাই সুদাই নেৰিব? বুকুখন তাৰ ভয়ত কঁপি উঠিল। কিন্তু ওপৰলৈ চাই দেখে —অকণমান লৰাই দিলেই আম ঢুপ্ঢাপ্কৈ পৰিব; মাত্র দুই তিন মিনিট সময়। আকৌ চকু ঘূৰাই বিতুক্কাৰ ঘৰৰ ফালে চাই পঠিয়ালে। দেখে কাৰো ক'তো সহাৰি নাই। সি মনটো কিছু ডাঠ কৰি গছত উঠিলেগৈ।

বিতুক্কা প্ৰায়ে দুপৰীয়া শোৱে। কিন্তু আমৰ ওপৰত তাইৰ কড়া নজৰ। আম সৰা শব্দটো তাইৰ টোপনি ভাঙিবলৈ যথেষ্ট। যেন আমৰ ধ্যান কৰিহে তাই শুই আছে। নৃপেনে লাহেকৈ এটা জোকাৰণি মাৰি দিলে। ঢপ্ ঢপ্ ঢপ্। তিনি চাৰিটা আম একে লগে সৰি গ'ল। বিতুক্কা উচাপ্ খাই উঠি বহিল আৰু লগে লগে পাছ দুৱাৰেদি ওলাই দেখে কোনোবা এজন আম গছৰ পৰা নামিবলৈ ধৰিছে। খঙে তাইৰ চুলিৰ আগ পালে। তৎক্ষণাতে কিবা এটা খেপিয়াওতে দা খনকে পাই তাই উগ্ৰ মূৰ্তি ধৰি খেদা মাৰিলে। নৃপেনে কথমপিহে চুচৰি নামিব পাৰিছিল। বেটা চোৰক কাটি শেষ কৰোঁ বুলি চোঁচা লোৱা বিতুক্কাৰ মুখলৈ নাচাই নৃপেনে প্ৰাণটাকি লৰ মাৰিলে। সি সচাঁকৈএ ধৰি ল'লে যে বিতুক্কাই তাক কাটিব। পাছলৈ নোচোৱাকৈ সি অনেক দূৰ দৌৰিয়েই থাকিল। যেতিয়া তাৰ ধাৰণা হ'ল যে বিতুক্কা আৰু ইমান

দূৰ পোৱাহি নাই, সি থামি গ'ল। ভাগৰত তাৰ বুকু ঢপ্-ঢপাবলৈ ধৰিলে।

ইফালে বিতৃষ্ণাইও পকা আমবোৰ বুটলি লৈ ঘৰ পালে। তাইৰ গালি-শপনিত চুবুৰীয়াৰ কাণৰ কণামাকৰি সৰিল। ভাগ্যে তাই নৃপেনৰ মুখখন দেখা নাপালে। এনে গোৱাল-গালিবোৰ শুনি তগৰৰো ভয় লাগিল। দেহি ঐ! কোন হতভগাই সেই কামটো কৰিছিল? বিতৃষ্ণাই পালে সঁচাকৈএ তাক আজি কাটিলেহেঁতেন। সহানুভূতিৰে তাইৰ মন ভৰি উঠিল। এবছৰ আগৰ কথা। সেই আপদীয়া আমত হাত দিওঁতেই তাইও বিতৃষ্ণাৰ মাৰ খাইছিল। তগৰৰ পুৰণি স্মৃতিবোৰ মনলৈ আহিল। এনেতে তাইৰ মনত পৰিল নৃপেনলৈ। সিনো আজি ক'লৈ গ'ল? অন্ততঃ ককায়েক আম খাবলৈ যোৱা নাইতো? ভাবি ভাবি তগৰে চাৰিওফালে চকু ফুৰাই তাক বিচাৰিবলৈ ধৰিলে। পঢ়া কোঠালিত দেখোন সি পঢ়ি আছিল। তগৰে কবই নোৱাৰে নৃপেন কেতিয়া গৈ তেতেলীৰ তলত পাঢ়িবলৈ লৈছিল। ছুটীৰ দিন। ক'ৰবাত ফুৰিবলৈ যোৱা বুলিয়েই তাই ভাবি ল'লে।

সিফালে বপুৰা নৃপেন আলিবাট এৰি পথাৰে পথাৰে পোনাই দিলে। তাৰ বৰ ভয় হৈছিল যে বিতৃষ্ণাই নিশ্চয় তাক চিনি পাইছে। আৰু তেতিয়া নোৱাৰিলে যদিও অন্য সময়তো তাক যেনে তেনে তাই এপালি দিব। আতংকত তাৰ আমঠু শুকাই গ'ল। তগৰক ঘৰ খেদি গৈ মৰা কথাও তাৰ মনত পৰিল। পথাৰৰ মাজত থকা হিডল গছজোপাৰ তলতে সি বহিল। এনেয়ে জুই যেন ৰ'দ। তাতে জীৱৰ ত্ৰাসত লৰি লৰি সি একেবাৰে আতুৰ হৈ পৰিছিল। গৰু চৰোৱা দিনত এই জোপা গছৰ ছাঁত সি অনেক দিন বহিছে। কি সুখ, কি আনন্দ দান কৰি আহিছে এই হিডল জোপাই! আজি নৃপেনে সেই সুখ, সেই শান্তি অকণো লাভ কৰিব পৰা নাই। তাৰ মনত বাৰে বাৰে অনন্ত ভয়ৰ প্ৰশ্নহে উঠিছে। বিতৃষ্ণাৰ কথা বাদ দিও সি ভাবিলে ককায়েক মৃণালৰ কথা। আগদিনাখন পুৱাতে টাউনলৈ যাওতে মৃণালে নৃপেনক ভালকৈ থাকিবলৈ কৈ গৈছিল। আজি গধূলিকৈ আহি যেতিয়া তাৰ এই ঘটনা জানিব পাৰিব তেতিয়ানো:কি অৱস্থা হ'ব? মৃণালে নিশ্চয় তাক থুৰ কোবাব। তাৰ শাস্তি জানো ইমানতে শেষ হৈ যাব? যেতিয়া তাৰ সমনীয়া ল'ৰাবোৰৰ মাজত সেই কথা প্ৰচাৰ হৈ যাব তেতিয়া তাক সকলোৱে জোকাবলৈ ল'ব। সিনো কিদৰে মুখ উলিয়াই ফুৰিব?

তেনেতে গৈ আৰু যেতিয়া তাৰ স্কুলৰ শিক্ষকৰ কাণত এই কথা পৰিব........।
নৃপেনে লাজত তেনেই বগা পৰি উঠিল। ছিঃ! ছিঃ! কি কালে ধৰিছিল
তাক! কিয় সি এই কামটো আজি কৰিলে? লাজত, দুখত, ভয়ত বেচাৰাই
কান্দি পেলালে।

অনেক বেলি সেইদৰে মনৰ লগত কথা পাতি; নিজৰ প্ৰশ্ন নিজেই কটা-
কটি কৰি নৃপেনে গছজোপাৰ তলতে বহি ৰ'ল। লাহে লাহে আন্ধাৰৰ বেলিৰ
উগ্ৰতাপ কমি আহিল। যেন দুৰ্ব্বাসা মুনিৰ খংহে লাম কাটি গ'ল। আৰু
কেই ঘণ্টামান পাছত আন্ধাৰে পথাৰ আবৰি ধৰিব। সৌ কিছুদূৰত হলা
পাকৰিজোপাৰ তলত বাতি ধনগুলৈ ওলায়। তেন্তে নৃপেনে এতিয়া কি
কৰিব? যেনে তেনে কিবা এটা সি কৰিবই লাগিব। ঘৰলৈ গ'লে তাৰ
সৰ্ব্বনাশ ঘটিব। সি মনটো দৃঢ় কৰি ল'লে—সি আৰু ঘৰলৈ নাযায়। এনে
সময়তে সি দেখা পালে যে দুজন তাতকৈ ডাঙৰ ল'ৰা সেই গছ জোপাৰ ফালে
বেগাই আহিছে। সি থিয় হ'ল। সন্দেহৰ দৃষ্টিৰে চাই দেখে ল'ৰা দুজন
অলপ লৰিহে আহিছে। সি ভাবিলে ইহঁতে নিশ্চয় তাক ধৰি নিবলৈ
আহিছে। সেই ভাব হোৱা মাত্ৰে নৃপেনে ওভোটা মুখে ভিৰাই লৰ ধৰিলে।
কিছুদূৰ গৈ আকৌ এবাৰ পাছলৈ চালে। ল'ৰা দুজনেও সেই ফালে
বেছিকৈ লৰিছে। তাৰ দৃঢ় ধাৰণা হ'ল আজি আৰু ৰক্ষা নাই। গতিকে
পাছলৈ চাবলৈ এৰি সি অনেক দূৰ গৈ সিহঁতৰ দৃষ্টিৰ আঁতৰ হ'ল। আচলতে
সেই ল'ৰা দুজনে গছ জোপাক লক্ষ্য কৰি এনেয়ে লৰিছিল। প্ৰতিযোগিতা
কৰিছিল। নৃপেন গ'ল। নৃপেন আৰু নুঘূৰিল। সেই দিন ধৰি নৃপেনক
আৰু পদুপুৰত কোনেও দেখা নাই।

গুৱাহাটীত সেইদিনা কেবাটাও 'ইণ্টাৰভিউ' চলিছিল। মৃণালেও
তাৰে দুটা 'কল' (call) পাইছিল। এটা পুলিচ এ. এছ. আইৰ বাবে আৰু
আনটো বুনিয়াদী প্ৰশিক্ষকৰ কাৰণে। নিয়মিত সময়ত নিৰ্দিষ্ট স্থানত
মৃণাল হাজিৰ হ'ল প্ৰথমটিৰ বাবে। দেখে এটা ডাঙৰ হল কিছুমান
মানুহেৰে গাজ্ মাৰি আছে। প্ৰথমে তাৰ ভাব হ'ল কিবা সভা-সমিতি
আছে বুলি। পাছত প্ৰাৰ্থীৰ তালিকাখন চাই দেখে যে সেই আটাইবোৰ
তাৰ দৰেই চাকৰিকামীহে। পদ মাত্ৰ তিনিটা। কিন্তু প্ৰাৰ্থী হৈছে
তিনিশবো অধিক। আধা ঘণ্টামান বেলি অকল ইফাল সিফাল কৰি মৃণালে
লাহেকৈ তাৰ পৰা আঁতৰি আহিল।

আবেলি চাৰি বজাৰ পাছত আনটো 'ইণ্টাৰভিউত' সি হাজিৰ হ'বলৈ। বুনিয়াদীৰ চাকৰিৰ বাবেও মানুহ ঢেৰ। কিন্তু তালিকাত মৃণালৰ নাম বহুত আগতে পৰাত প্ৰায় আধা ঘণ্টাৰ ভিতৰতে কাম সমাধা হৈ গ'ল। ইণ্টাৰভিউ লৈছিল চাৰিজনে। তাত এজন মন্ত্ৰীও আছিল। সকলো ভালেই লাগিল কিন্তু তিনিটা প্ৰশ্ন মৃণালৰ কাণত কিছু অবাস্তৱ যেন লাগিল। তাৰে এটাতো একেবাৰে নিৰৰ্থক বুলি তাৰ ভাব হ'ল। সিটো হ'ল সি বিয়া কৰাইছেনে নাই? আৰু কিয় কৰাইছে? কিয় বিয়া কৰাইছে বুলি কেইজন-মান গণ্য-মান্যলোকে সোধাত প্ৰথমে সি অপ্ৰস্তুতেই হৈছিল। পাছত উত্তৰ দিলে যে বিয়া কৰা এটা নৈসৰ্গিক নিয়ম বা জাগতিক প্ৰয়োজন আছে দেখিয়ে সি বিয়া কৰাইছে। আন দুটা প্ৰশ্নত সুধিলে সি ৰাজনৈতিক নিৰ্য্যাতিত ( Political sufferer ) হয়নে নহয় আৰু সমাজ সেৱাৰ কি কাম সি কৰিছে? প্ৰথমটিত সি নিৰ্য্যাতিত নহয় বুলি ক'লে কিন্তু সমাজ সেৱাৰ কাম সি সদায় কৰি আছে বুলি ক'লে। এটা উদাহৰণ দিচবাত শিক্ষকতা কৰাটোকে আঙুলিয়ালে। তাৰ উত্তৰত পৰীক্ষকজনে অলপ হাঁহিলে। সেই হাঁহিৰ অৰ্থ মৃণালেও বুজিলে। আজিৰ দিনত মানুহৰ মাজত বক্তৃতা দিয়া আৰু গাওঁ সংগঠনৰ কাম আদিকহে মানুহে কেৱল সমাজ সেৱাৰ কাম বুলি ভাবে। খেতিয়কজন, মহৰীজন, বনুৱাজনো যে সমাজৰ পৰম ভকত, সেৱক সেই কথা মুখেৰে কৈ ফুৰিলেও কাৰ্য্যক্ষেত্ৰত কোনেও মানি নলয়।

ইণ্টাৰভিউৰ কথাবোৰকে মনত পাগুলি ৰাতি ৭½ বজাত মৃণাল আহি ঘৰ পালে। গাড়ীত আহোঁতে ইণ্টাৰভিউ দিয়া আৰু এজন বন্ধু সি লগ পাইছিল। তেওঁ ক'লে যে মনোনয়ন পোৱাত তেওঁৰ কোনো সন্দেহেই নাই। কাৰণ চেয়াৰমেন, জিলা কংগ্ৰেছৰ সভাপতি, এম. এল. এ আদি কৰি বহুতো ডাঙৰ ডাঙৰ মানুহৰ প্ৰমাণ-পত্ৰ ( certificate ) প্ৰায় কুৰিখনমান তাৰ লগত আছিল। তাৰে কেইখনমান তেওঁ মৃণালক মুখস্থ মাতিও শুনালে। মৃণালে ভাবিলে ঠিকেই—এনে একোজন যোগ্যবান পাত্ৰ থাকোঁতে তাকনো কোনে গণ্য কৰিব? এই খৰচ আৰু কষ্ট মিছাকৈএ হ'ল বুলি ভাবি সি অলপ দুখিত হ'ল। ইণ্টাৰভিউৰ ফল যে বেয়া এই সম্বন্ধে সি নিসন্দেহ।

ভগৱে নৃপেনক বিচাৰি ক'তো নাপালে! কিবা কাৰণত পাছকালে বাওহত হঠাতে তেজেনীৰ তলৰ টুলখনত তাইৰ চকু পৰিল। ওচৰলৈ গৈ দেখে তাত কিতাপ এখনো। তেতিয়া সন্ধ্যা লাগো লাগো। লাহেকৈ ভগৱে

সেইবোৰ ভিতৰলৈ আনিলে। ঘটনাটো কি তাইৰ কোমল মনজুৰে একো তত্ ধৰিব নোৱাৰিলে। কিন্তু এনেয়ে কিবা এটা বিপদৰ আশংকাত তাইৰ বুকুখন কঁপি উঠিল। হয়তো তাইৰ আত্মাৰূপী ভগৱানে সেই বিপদৰ সন্ধান পাইছিল। মৃণালে নৃপেনৰ বিচাৰ লোৱাত তগৰে সকলো কথা ক'লে। দুপৰীয়া বিতুকাই আম চোৰ খেদা ঘটনাটো আৰু সন্ধ্যা সময়ত তেতেলীৰ তলত কিতাপ আৰু টুল পোৱা কথাটোৰ মাজত কিবা ৰহস্য আছে বুলি মৃণালৰ সন্দেহ হ'ল। নৃপেনৰ নাম ধৰি গালি পৰা শুনিছিলনে সোধাত তগৰে ক'লে যে গোৱাল-গালি দি চিঞৰ-বাখৰ কৰি থকাহে তাই শুনিছিল। মৃণালে এবাৰ ভাবিলে কথাটো গৈ সুধিয়ে আহে কিন্তু পাছ মুহূৰ্ত্তে ভাব হ'ল সেইটো ঠিক নহ'ব। খুজি কিল খোৱাহে হ'ব। নৃপেন যদি আচলতে চোৰ নহয়ও তথাপি তেতিয়া সি চোৰ হৈ পৰিব। মৃণালে সম্ভৱপৰ সকলো ঠাইতে নৃপেনৰ খবৰ কৰিলে; কিন্তু নৃপেন নাই। কোনেও নৃপেনৰ সন্ধান মৃণালক দিব নোৱাৰিলে। ৰাতি ক্ৰমে বাঢ়ি আহিল। মৃণাল কিছু চিন্তাকুল হ'ল। কিজানি ক'ৰবাত দুৰলৈ বল খেলিবলৈকে গৈছে? সমনীয়া ল'ৰাবোৰেও একো সম্ভেদ দিব নোৱাৰিলে। অগত্যা মৃণাল হতাশ হৈ শুই পৰিল। তগৰ বেছি অধৈৰ্য্য হৈ পৰিল। কান্দি কান্দিয়ে তাই ভাত কেইটামান সিজালে। নহ'লে যে ককায়েক লঘোন পৰিব। মৃণালেও সুদা ভাত কেইগৰাহমান ভৰালে পেটত। কাৰণ তগৰৰ মনোবেদনা সি বুজি পালে। নৃপেন কালিলৈকে ওলাবহি বুলি কৈ সি তগৰক আশ্বাস দিলে। তগৰেও দুখে ভাবনাই শুই থাকিল।

ৰাতি দুপুৰ হৈছে। মৃণালৰ তেতিয়াও টোপনি অহা নাই। তাৰ কাণত পৰিছে মাত্ৰ তগৰে দীঘল নিশ্বাস টানি টানি শুই পৰিছে। এনেতে বাহিৰত কোনোবাই দলৈ বুলি মতা শুনিলে। অনুমান কৰি চায় চোতালত বহু মানুহৰ সমাগম হৈছে আৰু ইজনে সিজনে কথা পতাত এটা ডাঙৰ গুণ্-গুণনি উঠিছে। মৃণালৰ কলিজা কঁপি উঠিল। কিজানি কিবা বিপদ উপস্থিত! নৃপেনৰ একো অঘটন হোৱা নাইতো? বাৰে বাৰে ভগৱানৰ নাম স্মৰণ কৰি মৃণাল উঠি আহিল। দেখে চোতালত বহুতো বয়োবৃদ্ধ মানুহ। মেণ্টেল লাইটটোৰ পোহৰত কাৰো চিনাকি মুখ এখনো সি দেখা নাপায়। এনেতে তাৰ মাজৰ পৰা মৃণালৰ বন্ধু এজন ওলাই আহিল। নৰপেটা টাউনৰ সেই বন্ধুজন। এইবাৰে সকলোৱে মাজনিশা আহি ওলোৱাত মৃণাল আৰু আচৰিত হৈ গ'ল।

সি যি নহ'ক বন্ধুজনে মৃণালক সকলো আশ্চৰ্য্যৰ পৰা মুক্ত কৰি ক'লে যে তেওঁলোকে বৰ সৎ আৰু মঙ্গলময় উদ্দেশ্য লৈহে এই অসময়ত ওলাইছে। আটাইকেইজনকে মৃণালে ঢাৰি পাৰি বহুৱালে। কথা-বতৰা হ'বলৈ ধৰিলে। কথাৰ মাজত নানা তৰ্ক, নানা যুক্তি উঠিল। পাছলৈ কথা গৈ বৰ গাহিলা হ'ল। চাহ পানীও ওলাল। মৃণালে ওচৰৰ দুই এজন আত্মীয় লোকক মাতিও আনিলে। শেষত গৈ যি সিদ্ধান্ত হ'ল সি এই—

পাছ দিনাখন তগৰৰ বিয়া। টাউনৰ এজন ব্যৱসায়ী ল'ৰা, মৃণালৰ বন্ধু-জনৰ সম্পৰ্কীয় ভায়েক হ'ল দৰা। দৰাৰ বাপেক নিজে আহি জোৰণৰ সকলো আ-অলংকাৰ আৰু হঠাতে এইদৰে কামটো কৰিব লগা হোৱাত মৃণালক নগদ আঠশ টকা বিয়াৰ খৰচৰ বাবে দিলে। মৃণালে বন্ধুৰ মৰমৰ দাবী এৰাব নোৱাৰি আৰু দৰা পক্ষ সম্বন্ধে সকলো ভাল বেয়াৰ দায়িত্ব সেই বন্ধুৰেই লোৱাত ইষ্টদেৱতাৰ নাম স্মৰি তাতেই মান্তি হ'ল। ওচৰ চুবুৰীয়াই তগৰৰে কপাল ভাল বুলি শলাগি গ'ল। কাৰণ দৰা পক্ষ বৰ ধনী মানুহ বুলি তেওঁ-লোকৰ বিশ্বাস হৈছিল। বিয়াৰ লেঠা ছিঙিলত দৰাপক্ষৰ মানুহ গাড়ীত উঠি ঘৰ্ঘৰ্কৈ গুচি গ'ল। ক'লা-ধুমুটীয়া দুই এই চুবুৰীয়া মানুহৰ টোপনি ভাঙিছিল। কাৰণ গাঁৱত মটৰ, 'জিপ্‌কাৰ' আদিৰ শব্দ বৰ আপুৰুগীয়া বস্তু। পুৱাতেই ইকাণ-সিকাণ কৈ তগৰৰ বিয়াৰ কথা গোটেই গাওঁতেই বিয়পি পৰিল।

ঘটনা এই যে কোনো এখন হ'বলগীয়া বিয়া জোৰণ পিন্ধোৱাৰ দিনা ভাগি-লত দৰা পক্ষই হুৰ্‌মুৰ্‌কৈ সেই ৰাতিয়েই তগৰক কইনা নিৰ্বাচন কৰি একেবাৰে জেঙা মাৰি গৈছে।

ৰাতি দৰা পক্ষই জোৰণ পিন্ধাই যোৱাৰ পাছত মৃণালৰ আৰু টোপনি নাহিল। দুকালে দুটা হৰ্ষ-বিষাদৰ চিন্তাৰ হেঁচাই বৰ আতুৰ কৰি তুলিছিল। নৃপেনৰ কি হ'ল, ক'লৈ গ'ল এই চিন্তা বৰ জ্বালাতক হৈ উঠিল। ইফালে হঠাতে তগৰৰ বিয়াখনো ঠিক হৈ গ'ল। ৰাতি পুৱালেই লাগিব হুলস্থুল। সি কি কৰিব, ক'লৈ যাব ? তগৰৰ চিন্তা যে আৰু বেছি। দহ-এঘাৰ বছৰীয়া ছোৱালী তাই। কোনো দিনে বিয়াৰ কল্পনা মনলৈ অহা নাছিল। পূৰ্ণ যৌৱনোন্মেৰ নোহোৱা ছোৱালীৰ পক্ষে বিয়া বৰ ভয়ৰ বস্তু। বিশেষকৈ এই কিশোৰী কালটোত। এই সময়ত ছোৱালীৰ সৰুকালৰ সেই দৰা-কইনা সাজি বং পোৱা খেলা প্ৰবৃত্তিৰ মধ্যে কল্পনা নাথাকে আৰু যৌৱনৰ কামনা-বাসনাৰ জোৱাৰেও হৃদয় মন্থিত নকৰে। এটা অহেতুক লাজ আৰু অজানিত আশংকা এই বয়সৰ সংগী। তগৰ এই আকস্মিক বিয়াৰ কথাত সেপুৰা হৈ পৰিছিল। তাইৰো আনটো দুখ হ'ল নৃপেনক লৈ। বিয়া হ'ব, শহুৰৰ ঘৰলৈ হয়তো গুচি যাব লাগিব। এনে সময়ত তাইৰ মৰমৰ সৰু ককায়েকজন নাই। ই কম নিদাৰুণ কথা নহয়! বিছনাত পৰি তাই সৰগ মৰতৰ নানা কথা ভাবিবলৈ ধৰিলে।

ৰাতি পুৱাবলৈ তেতিয়াও বহুত বাকী। মৃণালে চুবুৰীয়া সেই খুড়ীয়েক-জনীক মাতি আনিলে। খুড়ীয়েকৰ লগত তগৰক বাকী ৰাতিৰ বাবে এৰি সি কাৰ্য্যান্তৰত গুচি গ'ল।

মৃণাল গৈ যেতিয়া বৰডেকাৰ ঘৰ পায় ৰাতি পুৱাবলৈ তেতিয়াও অকণ বাকীহে। বৰডেকাই মৃণালৰ এনে আগমনত বৰ আচৰিত হ'ল। মৃণালে একে উশাহতে ৰাতিৰ সকলো ঘটনা বৰডেকাক জনালে। বৰডেকাৰ বৰ স্ফূৰ্ত্তি। কথাটো শুনিয়েই সি চিঞৰ-বাখৰ লগাই ঘৰৰ আটাইকে জনালে। পিলিজনীয়ে আনন্দতে জাঁপিয়াবলৈ ধৰিলে। মৃণালে তাৰ পাছত বৰডেকাক ক'লে যে এই বিপদত তাক তেওঁহে উদ্ধাৰ কৰিব লাগিব। বৰডেকাই খিল্-খিলকৈ হাঁহি দিলে বোলে বিপদ নে সম্পদ ? এনেদৰে ছোৱালী ভাল ঘৰত দিব পৰাটো কম ভাগ্যৰ কথা নেকি ? তাৰ পাছত যিখিনি ভাৱোল-পাল

লাগে বৰডেকাই সিৰলৈ গাত ল'লে। গাওঁতে পাখীবো আছিল। বৰডেকাই তেতিয়াই সৈ পাখীৰ কলৰৱ কৰিলে। এই গাখীৰ আৰু তামোল-পাণ লৈ বৰডেকাৰ গাড়ী তিনি চাৰি ঘণ্টাৰ ভিতৰতে মৃণালৰ ঘৰ পাব বুলি বৰডেকাই ডাঠি ক'লে। সেই কথাত মৃণাল বৰ খুচি হ'ল। পিছিকো সেই গাড়ীতে ভৰাই লৈ যাবলৈ মৃণালে দহোকুৰি কৈ গ'ল। লগতে বৰডেকাকো নিমন্ত্রণ জনাই মৃণাল লৰা-লৰিকৈ ঘৰমুৱা হ'ল। মৃণালৰ নিমন্ত্রণত বৰডেকাই তাৰ দুই এডাল গোঁফ পিহি পিহি মিলিক মালাককৈ হাঁহিলে—যোৱে যা যা, বিয়া তোৰেই নহয়; এইখন মোৰ নিজৰ ঘৰৰে বিয়া। কোৰা-কুৰিকৈ মৃণাল আহি পুৱাতেই ঘৰ উঠিল।

ঘৰত নোসোমাই পোনে পোনে মৃণাল ককায়েকৰ ঘৰলৈ গ'ল। নিৰ্ম্মল তেতিয়া ঘৰত নাই। বিতৃষ্ণাই ক'লে যে বৰ জৰুৰী কাম এটাত তেওঁ টাউনলৈ গৈছে। মৃণাল বৰ ক্ষুণ্ণ হ'ল। ৰাতিয়েই নিৰ্ম্মলে নিজে সকলো জানিছে, দেখিছে অথচ পুৱা এইদৰে গুচি যোৱাটো সচাঁকৈ বৰ অন্যায় হৈছে। মৃণালে ক'লে যে বিয়াখন এইদৰে এৰি তাক অথাই সাগৰত পেলাই ককায়েক গুচি গ'ল কিয়? আৰু অন্ততঃ বৌয়েকেও তেওঁক যাবলৈ মানা কৰিব লাগিছিল। বিতৃষ্ণাই কথাষাৰ সহজভাবে ল'ব নোৱাৰিলে। তাই বৰং ক'লে—

"কামৰ মানুহ কামত গৈছে, মোৰ হকা-বধা শুনিবই বা কিয়? তোমা-লোকৰ বিয়া হৈছে—কালি ৰাতিয়েই তেওঁক দেখোন ক'লৈকো নাযাবলৈ বাধা কৰি দিব পাৰিলাহেঁতেন।"

মৃণালে বুজিলে যে ঢেৰুৱাৰ ঠাৰিত মিছাকৈএ থৰি পুৰি লাভ নাই। গতিকে নিজৰ কপালকে দুষি সি সেই কথা তিমানতে এৰিলে আৰু বিতৃষ্ণাকেই সহায় কৰি দিবলৈ কাবৌ-ককালি কৰি কৈ গ'ল। তাই বিশেষ আপত্তি নেদেখুৱাই ক'লে যে ঘৰৰ কাম বন কৰি অ'তাইহে যাব পাৰিব। মৃণালে একো নামাতি গুচি আহিল।

উৎপল তেতিয়া চিলং কো-অপাৰেটিভ্ অফিচৰ বৰ কেৰাণী। মৃণালে দেখিলে টেলিগ্ৰাম কৰিলেও সি আহি পোৱা আশা নাই। বৰং টেলিগ্ৰাম পালে উৎপলে তাকে ঠাট্টা কৰা বুলি খণ্ডহে কৰিব। গতিকে চিঠি এখনেৰেই বিয়াৰ খবৰটো পাছত জনাব বুলি নিৰস্ত হ'ল। নৃপেন আগদিনাখন কলৈ যে গ'ল—সি আৰু ঘূৰি নাহিল। চাৰিজন ভাই-ককাইৰ মাজত আজি অভাগিনী তপনৰ বিয়াৰ দিনা মাত্র হতভাগ্য মৃণাল আছে। চেনেহী মাক এবছৰ আগতে

গুচি গ'ল। তাৰ অন্তৰ আকাশত ক'লা ডাৱৰ ভৰি পৰিল। সেই ডাৱৰত মিনতিৰ বেদনাময়ী স্মৃতিৰ অকম্মান চেঁচা বতাহ লাগি হঠাতে সিৰ্‌সিৰ্‌ কৰি অশ্রু-বৃষ্টি হৈ গ'ল। মাত্র এটা মুহূর্ত। মৃণাল তাৰ পাছ মুহূর্ততে সিংহৰ দৰে হৈ গৰ্জি উঠিল। সি পুৰুষ, সি ভীৰু কাপুৰুষ নহয়। তগৰৰ বিয়াৰ সম্পূর্ণ দায়িত্ব তাৰ। তগৰক সকলোৱে ত্যাগ কৰিলেও মৃণালে কৰিব নোৱাৰে। অকলে হ'লেও তাইৰ বিয়া সি সুসমাধা কৰিবই লাগিব। সি ভাবিলে তগৰ আৰু সি যেনিবা পৃথিৱীত অকলশৰে জন্মিছে আৰু কোনো নাই। তেঁতিয়াতো তগৰৰ সুখ, তগৰৰ মঙ্গলৰ বাবে সিয়েই অকলে সকলো দায়িত্ব মূৰ পাতি ল'ব লাগিলহেঁতেন!

মৃণাল গাওঁৰ ঘৰে ঘৰে উধাতু খাই লৰি ফুৰিলে আৰু আটাইকে মিনতি জনালে যেন সকলোৱে গৈ নিজৰ ভনী বুলি দুখুনী তগৰৰ বিয়াখন সমাধা কৰি দিয়ে। মৃণালৰ কাতৰতাত, বিনয়ত মুগ্ধ হৈ ল'ৰা, ডেকা, বুঢ়া সকলোৱে আহি চোতাল ভৰি পৰিল। ভাগে ভাগে মানুহে বভা দিবলৈ ধৰিলে, কল কাটি পাত-পতুৱা কৰাত লাগিল, কোনোৱে বেণ্ড্‌ বিচাৰি গ'ল, কোনোৱেবা দোকানৰ পৰা আটা, দাইল আনি লুচি-ভাজি কৰাত লাগি গ'ল। মৃণালে মাত্র দিহা পোহা কৰাত আৰু তদাৰক লোৱাত থাকিল। মাইকী মানুহবোৰে আহি আজা-পাচলি কৰি দিলে। বৰডেকাই তেনেতে গাখীৰে, তামোল-পাণে এগাড়ী লৈ হাজিৰ হ'ল। অলপ পাছতে বেণ্ড্‌ বাজনা বাজি উঠিল। আয়তী সকলে জাউৰীয়ে জাউৰীয়ে নাম গাবলৈ ধৰিলে। বিয়াৰ পানী তোলা হৈ গ'ল। বামুণ আহি অনর্গল মন্ত্র মাতিবলৈ ধৰিলে। মৃণালে বহি গদ্‌গদ্‌ চিত্তে শ্রাদ্ধ-কর্ম্ম সমাপন কৰিলে। নিমেষতে যেন এক বিৰাট বিবাহ উৎসৱৰ পূর্ণ আয়োজন হৈ পৰিল। ইয়াকে বোলে—বাইজে নথ জোকাবিলে নৈ বয়। মৃণালে গলবস্ত্র হৈ সকলো বাইজকে সেৱা জনালে। শ্রাদ্ধৰ পাছত গাওঁৰ লোকৰ খোৱা চলিল। এইদৰে শুভদিনৰ শুভ কাম সকলো সুন্দৰৰূপে সম্পাদন হৈ যাবলৈ ধৰিলে।

সাঁজিয়া পৰত কইনা নোওৱা হ'ল। লাহে লাহে বৰ অহা সময় ওচৰ চাপি আহিল। তগৰ বভাৰ তলত বহি লাইটৰ পোহৰত জিলিকি উঠিল। লগৰীয়া ছোৱালীয়ে চাৰিওফালে ঘেৰি বহি নানা কথা সুধিবলৈ ধৰিলে; যেন পদুমৰ চাৰিওকালে বাজহাঁহবোৰেহে বেঢ়ি আছে। সখীয়েকহঁতৰ মৰমবোৰ আজি একে লগে ঢালি দি তগৰক আদৰ সাদৰ কৰিলে। ইমান মৰমত তগৰ একেবাৰে

ফুলি পৰিল। অলপ পাছতে তাকো বিচ্ছেদৰ ভাব অহাত চকুৰ পানীবোৰ মুদ্ খাই পৰিব খোজে। গোটেই দিনটো পানী এটোপাও মুখত নিদি ভগৱে পতিদেৱতাৰ ধ্যান কৰিলে আৰু নৃপেনৰ কথা ভাবি চকুলো টুকিলে। এতিয়া যেন নিয়ৰত তিতি পৰিশুদ্ধ হোৱা ফুল পাহিৰ দৰে ভগৱ স্নিগ্ধ, পৱিত্ৰ হৈ জিকমিকাই উঠিল। সেই জিক্‌মিকনিত চঞ্চলতা নাই, আনন্দৰ উদ্বেলতা নাই।

মৃণাল অকলশৰীয়া। গঞাঁৰ মানুহে নিজৰ বুলি হাত উজান দিয়াতহে সকলো কাম হৈ গৈছে। তথাপি বিয়া বুলিলে কৰবাত এফেৰি দোষ ত্ৰুটী ঘটি যোৱাটো স্বাভাৱিক। সন্ধিয়াৰ সেই সময়খিনিত যেতিয়া বিয়াৰ হুলস্থুলবোৰ কিছু শাম কাটি গৈছে তেতিয়া ঘৰৰ ভিতৰত কোনোবা তিৰোতাই আক্ষেপ কৰি কোৱা মৃণালৰ কাণত পৰিল।

"বিভূকাৰ কি দোষ? তাইক মাতিলেহে আহিব! উপযাচিনো কোনে খাবলৈ আহে!"

মৃণাল অলপ অনুমান কৰি বুজিব পাৰিলে সেই কথা খুড়ীয়েকেহে কৈছে, আনে নহয়। সি খুড়ীয়েকক মাতি আনি কথাটো কি জানিবলৈ খুজিলে। "কি? বৌৱে খাবলৈ নাহিল? তোমাকেই মাতি আনিবলৈ কৈছিলোঁ নহয়?" মৃণালে খুড়ীয়েকক প্ৰশ্ন কৰে।

"মোক মাতি আনিবলৈ ক'লে কি হ'ব? তাই কৈছে বোলে গৃহস্থে নিমন্ত্ৰণ কৰা নাই। এতিয়া খাই-বই উঠাত মতা মানে ঠাট্টা কৰাহে।"

মৃণালে আৰু একো নামাতি পোনে পোনে বিভূকাৰ ওচৰলৈ গ'ল আৰু বেজাৰ কৰি ক'লে—

"তুমি বৌদেউ এনেখন বেজাৰ মোক কিয় দিলা? মই পুৱাতেই তোমাক কৈ গৈছিলোঁ নহয়?"

"মুখেৰে বেজাৰ কৰিনো কেলেই দেখুৱাব লাগিছে? পুৱা আহি মোক কাম-বন কৰিবলৈহে মাতিছিলা? মই জানো গৈ পাচলি আদি কৰি দিয়া নাই?" বিভূকাই মৃণালক আঘাত কৰিবলৈ বিচাৰিলে। তাকো মৃণালে সহ্য কৰি ক'লে।

"বিয়াখননো কাৰ বৌদেউ? আপুনিয়ে যদি মোক মোৰ বুলি চপাই নধৰে তেন্তে মইনো ভাবিম কেনেকৈ? আনে যদি মোক তেনে খং কৰে তেন্তে দেখিবলৈ ভাল....।"

মৃণালক আৰু কবলৈ নিদি বিভূকাই জিকাৰ খাই উঠি ক'লে—

"মোৰো বোৱা এতিয়া ভালে ভালে। তোমাৰ আপোনবিলাকে আহি খাওঁকো ভৰাওঁকো ; আমিনো তোমাৰ কোন কাহানিৰ আপোন ? আৰু খং কৰিলেই বা কাৰ কি ছাই উবাব পাৰিম ? ককায়েৰা বিয়াত নাথাকি গুচি যোৱা বুলিয়ে তুমি মোক এইখিনি অপমান কৰিছা। বিতুকাৰ মগজত অকণ ঘিউ আছে !"

মৃণাল একেবাৰে ব্যথিত হৈ পৰিল। সি যিমানেই আন্তৰিকতাৰে ককায়েক-বোৱেকহঁতৰ ওচৰ চাপে সিহঁতে সিমানে তাৰ প্ৰতি বিমুখ আৰু বিৰক্তহে হৈ পৰে। বিধিৰ কি বিৰম্বনা ! নীৰৱে চকুপানী টুকি সি তাৰ পৰা গুচি আহে।

ইফালে দৰা আহি ওচৰ পালে। গাড়ীৰ শব্দ, বেণ্ড্ পাৰ্টিৰ মাত গঞাঁৰ মানুহৰ কাণত পৰিল। চাওঁতে চাওঁতে কেইবাখনো বাছ মটৰ আৰু জিপ্ গাড়ী আহি নওলা মুখত ৰ'ল। দুই পক্ষৰ গঞাঁৰ মানুহৰ দল্দোপ্ হেন্দোল্ দোপ্ লাগি পৰিল। আয়তীৰ গীত বেণ্ড্ পাৰ্টিৰ মাত মিলি একাকাৰ হৈ গ'ল। মহা হৈ-চৈৰ মাজত দৰা আহি ৰভাৰ তলত বহিল। ছোৱালীবোৰে কোৱা কুই কৰিলে দৰাজন বেচ্ ধুনীয়া ; তগৰে সৈতে মিলি পৰিব। এজনীয়ে সুধিলে দৰাটোৰ নাম বা কি ? কোনোৱে ক'লে "সগৰ"। "আই ঐ দেহি ! সগৰে তগৰে একেবাৰে খিলিখাই মিলি গৈছে।" আন এজনীয়ে প্ৰশংসা কৰি ক'লে।

পাছদিনাখন পুৱাতেই কইনা বিদায় দিবৰ হ'ল। তগৰে ইনাই বিনাই কান্দিলে। যাবৰ সময়ত তাই মৃণালৰ ভৰিত পৰি সেৱা জনালে। তপত চকুপানীবোৰ তাৰ ভৰিৰে বাগৰি মাটিত পৰিল। মৃণালৰ চকুৰেদি দুধাৰা পানী গঙ্গা-ব্ৰহ্মপুত্ৰৰ দৰে বাগৰি আহিল। তগৰৰ মূৰত দুয়োখন হাত থই সি প্ৰাণ ভৰি আশীৰ্বাদ কৰিলে।

"তোৰ সুখ হ'ক ভনীটি ! ভগৱানে তোৰ সকলো দুখ-কষ্ট মচি দিয়ক !" আৰু একো কথা তাৰ মুখৰ পৰা নোলাল। পৰ্বতৰ দৰে গধুৰ হৈ সি চকিখনত বহি পৰিল। শৰীৰৰ সমস্ত শক্তি যেন তাৰ নোহাৰা হৈ গৈছে। কেইজনীমান তিৰোতাই তগৰক ধৰি নি গাড়ীত তুলি দিলে। অলপ পাচতে তগৰ পদূলিমুখ এৰি ৰৰপেটা পালে।

( ৩০ )

একে দিনাখনেই সিফালে বিজুলীৰো বিয়া হৈ গ'ল। আগতে বিজুলীৰ বৰ আছিল ভগৰৰ দৰা সগৰেই। মানুহে কয় বোলে জন্ম, মৃত্যু, বিবাহ—এই তিনিটা কথা মানুহে নালাগে দেৱতায়ো নাজানে। যিদিনা জোৰণ পিন্ধাৰ লাগে সগৰৰ বাপেক মণি মহাজন গৈ কেইজনমান মানুহে সৈতে পথুলি উপস্থিত হ'ল। আগৰে পৰা ভবেশ বৰুৱাৰ লগত কথা আছিল যে দুখন বাচ্ আৰু মটৰ গাড়ী তিনিখন তেওঁ দিব লাগে। বৰুৱাইও ভাবিছিল পৰাগেই সেইখিনি ভাৰ নিশ্চয় ল'ব। কিন্তু সময়ত পৰাগ আছিল সুদা হাতে। টকাৰ ধাৰ লগা বুলি কৈ সি গাড়ীৰ দায়িত্ব কোনো মতে নল'লে। মুৰকত গৈ বৰুৱাই মহাজনকে গাড়ীৰ ব্যৱস্থা কৰিবলৈ কৈ নিজে এৰা দিলে। মুৰামুৰি সময়ত এনে কথাৰ লৰক্ ফৰক্ দেখি মহাজনৰ খং উঠিল। তেওঁ আছিল হোজা, অশিক্ষিত, কিন্তু বৰ চিধা মানুহ। এইবুলি কৈ তেওঁ হুৰহুৰাই উঠিল—

“আপুনি যদি সিমানখিনিও কৰিব নোৱাৰে তেন্তেনো অমুক দিম, তমুক দিম বুলি জনাইছিল কিয় ?”

ভৱেশ বৰুৱাও আছিল আত্মাভিমানী মানুহ। নিজৰ ঘৰতে আহি এইদৰে পৰে বৰ মাত মতা তেওঁ সহ্য কৰিব নোৱাৰিলে। তেৰো তপৰাই কৈ উঠিল বোলো—

“মইতো কাৰো ওচৰত ছোৱালী দিবলৈ তোষামোদ কৰা নাছিলো গৈ ? এটা কথাৰ উনৈশ-বিশেই যদি সহ্য কৰিব নোৱাৰা তেন্তেনো মিতিৰেইবা হ'বা কিহৰ ? মোৰ ছোৱালী ৰূপতেই কম নে গুণতেই কম ? তোমাৰ টকা আছে বুলিয়েই মোতকৈ ডাঙৰ হ'ব নোৱাৰা।”

কথাত কথাহে বাঢ়ে। বিনয় আৰু সহনশীলতা নাথাকিলে শুভ কাৰ্য্যত এইদৰে বিঘিনি ঘটে। দুইজন বুঢ়াই তৰ্ক-বিতৰ্ক কৰি হ'ব লগা বিয়া ভাঙি পেলালে। এজনে ক'লে—“মোৰ ল'ৰাক মই কালিয়েই বিয়া কৰাই দিব পাৰোনে নাই দেখিবা।” আনজনেও উত্তৰ দিলে “মোৰ ছোৱালী আজেকৈ ভাল ল'ৰালৈ দিওনে নাই চাই থাকিবা। মই আজি ৰাতিলৈই দৰা ঠিক কৰিম।”

যেনে কথা তেনে কাম। দৈৱৰ নিৰ্বন্ধ কোনেও এৰাব নোৱাৰে। মণি

বন্ধুটোই গৈ মৃণালৰ সেই বন্ধুজনৰ সহায়ত তগৰকে কইনা ঠিক কৰিলে আৰু ভবেশ বৰুৱাই বিভূতি ডাক্তৰক বিজুলীৰ দৰা নিৰ্বাচন কৰিলে। একে ৰাতিয়ে দুয়ো ফালে দুখন বিয়া হৈ গ'ল। কিন্তু তেতিয়ালৈ কোনেও কাৰো খবৰ পোৱা নাছিল। আনকি মৃণালে কেবাদিনৰ পাছহে জানিব পাৰিছিল যে বিজুলীৰ লগত ভগা বিয়াখনহে তগৰৰ লগত হৈ গ'ল। বন্ধুজনে সকলো কথা বৰ সাৱধানে মৃণালৰ পৰা গোপন কৰিছিল।

সি বি নহওঁক বিজুলীক পাই বিভূতিয়ে সৰগহে ঢুকি পালে। সি বাচক-বনীয়া আ-অলংকাৰেৰে বিজুলীক ভৰিৰ আঙুলিৰ পৰা মূৰলৈকে সজালে। বিয়াৰ সমস্ত খৰচো সি নিজে বহন কৰি যথা নিয়মে দৰাটো হৈ ওলাইছিল। তাকে দেখি কইনালৈ চাই বহুতে মন্তব্য কৰিলে যে বিভূতিলৈ পৰিহে বিজুলীয়ে বেচিকৈ তিৰ্‌বিৰাই উঠিছে। দুই এজনীয়ে মিনতিৰ মলিন মুখখনিলৈ লক্ষ্য কৰি মৃণালক নিন্দা কৰিলে। এনে ধৰণৰ মন্তব্য মিনতিৰ মুঠেই সহ্য নহৈছিল। তাই পৰাপক্ষত সকলো আনন্দৰ ভাগ এৰি ফালৰি কাটি অকলে থাকিবলৈ বিচাৰিছিল।

ইয়াকে বোলে প্ৰাণৰ টান। মৃণাল-মিনতিৰ মনৰ মাজত হঠাতে এদিন ক'লা আঁৰকাপোৰখন পৰি গৈছিল যদিও প্ৰাণৰ মাজত কিন্তু প্ৰত্যেকেই প্ৰত্যেকক ভাল পাইছিল। সেই দেখিহে প্ৰিয়জনৰ নিন্দা-বচন কাণেৰে শুনি থাকিব নোৱাৰি মিনতি সেই স্থানকে এৰি গৈছিল। খণ্ডৰ মাদকতাত পৰি মৃণালৰ প্ৰতি এদিন যি দুৰ্ব্যৱহাৰ কৰিছিল তাৰ বাবে মিনতি সদায় অনুতপ্ত হৈছিল; আৰু মিনতিয়ে গৈ হয়তো মৃণালৰ ভৰিত ধৰি তাৰ বাবে ক্ষমা বিচাৰিবও পাৰিলেহেঁতেন; কিন্তু মৃণালৰ চৰিত্ৰৰ ওপৰত থকা তাইৰ বদ্ধমূল সন্দেহ তেতিয়াও আঁতৰ হোৱা নাছিল। এয়ে আছিল মিনতিৰ পক্ষে পুনৰ্মিলনৰ বাটৰ অন্তৰায়। ইফালে মৃণালবো অন্তৰত মিনতিৰ স্মৃতিৰ সুঁতি বই আছিল। কিন্তু সি বৰ খীণ আৰু বেদনাদায়ক। সেই দেখিহে তগৰৰ বিয়াৰ ৰাতি হঠাতে মিনতিৰ স্মৃতি মনলৈ অহা মাত্ৰে তাৰ চকু সজল হৈ উঠিছিল। পাছে মৃণালে পৌৰুষেৰে দুখময় অতীতক জয় কৰিব পাৰিছিল।

সেই বিয়াৰ আগদিনা ৰাতিয়েই আৰু এটা ঘটনা ঘটিছিল। মিনতিয়ে সকলো আনন্দৰ মাজত কেৱল নিৰানন্দহে দেখিবলৈ ধৰিলে। তাই বৰ আশা কৰিছিল যে বিজুলীৰ বিয়াত অন্ততঃ মৃণালক নিমন্ত্ৰণ কৰা হ'ব। কিয়নো হেজাৰ দোষ হ'লেও বৰ জোৱায়েক-জনক বাদ দি নিশ্চয় বিজুলীৰবিয়া খেলোৱা

নহ'ব। এইদৰে বিয়া-বিহুত বহুত ঘৰুৱা কাজিয়াৰ অন্ত পৰা দেখা যায়। নিমন্ত্ৰণ পালে মৃণালে নিশ্চয় নহাকৈ নাথাকে। তেতিয়া হ'লে অন্ততঃ এবাৰ মৃণালৰ মুখখন তাই দেখিবলৈ পাব। মিনতিয়ে মৃণালৰ মিলন আশা নকৰে অথচ ভিতৰি ভিতৰি এবাৰ তাৰ দৰ্শন পাবলৈ বৰ আকুল হৈ উঠিছিল। নাৰীৰ কি বিচিত্ৰ স্বভাৱ!

তীব্ৰজিৎ তেতিয়া তিনিমহীয়া কেঁচুৱা। বিজুলীৰ বিয়াৰ আগদিনা ৰাতি ভবেশ বৰুৱাই যেতিয়া বিভূতিক দৰা ঠিক কৰি আহে তেতিয়া ৰাতি দুপৰ হৈ গৈছে। কেঁচুৱাটোৰ আমনি আৰু বিয়াৰ হৈ-চৈৰ বাবে মিনতি মুঠেই টোপনি যাব পৰা নাছিল। সেই সময়তে চ'ৰাঘৰত বহি শহুৰ-শাহু আৰু পো-বোৱাৰী চাৰিওজনে মিটিং কৰা মিনতিৰ কাণত পৰিল। ভবেশ বৰুৱাই বৰ সন্তোষেৰে পৰাগক কৈছে—

"বোপা! হোমৰ ধোঁৱাই চকুত ধৰিলেও বুঢ়াহুঁতি জুইতে পৰাৰ দৰে বৰ লৰালৰি হ'লেও বিজুলীয়ে কিন্তু ভাল দৰাকে পালে। পাছে এই মিনতিজনীৰ দিহা তই কিবা এটা যদি নকৰ তেন্তে মোৰ আৰু শান্তি নাই। তাই মোৰ একুৰা জীয়া-জুই হৈ ৰ'ল।"

পৰাগে বাপেকৰ এনে পোনপটীয়া আদেশত অলপ বিব্ৰত হৈ মাত্ৰ এইবুলি উত্তৰ দিলে—

"মই বৈনাইলৈ চিঠি দিছিলোঁ। কিন্তু তাৰ কোনো উত্তৰ নাপালোঁ। তেওঁক কিন্তু কথাটো এবাৰ সুধি চোৱাটো আমাৰ উচিত আছিল।"

মিনতিয়ে ককায়েকৰ এই কথাষাৰ বৰ উৎসুকভাৱে শুনিলে। তীব্ৰজিৎ তেতিয়া টোপনি গৈছে। তাই বিছনাৰ পৰা আহি খিৰিকিখন লাহেকৈ অলপ মেলি সেই ফালেই কাণখন থিয় কৰি থাকিল।

পৰাগৰ উত্তৰত বাপেকে বিৰক্ত হৈ এইদৰে ক'লে—"মই আৰু তাৰ লগত কোনো সম্বন্ধ ৰাখিব নোখোজোঁ পৰাগ! তই সেই কথা মোক নুশুনাবি। সি মানুহ নহয়। এবাৰ যি ভুল কৰিলোঁ, কৰিলোঁ। আকৌ দ্বিতীয়বাৰ সেই ভুল কৰিম কিয়? তই তালৈ চিঠি দিবই নালাগিছিল।"

মিনতিৰ বুকুত যেন বৰ গধুৰ শিলহে এটা কোনোবাই তুলি দিলে। তাই কোনো দিনে কল্পনা কৰিব পৰা নাছিল যে মৃণাল চিৰদিনৰ কাৰণে তাইৰ পৰা আঁতৰি যাব। মৃণালৰ ওপৰত তাইৰ আক্ৰোশ আছিল, অভিমান আছিল কিন্তু ঘৃণা নাছিল। মৃণালক হয়তো তাই ভালপাব পৰা নাই কিন্তু মৃণালৰ

স্মৃতি তাই পাহৰিবও নোৱাৰে। বিশেষকৈ তীব্ৰজিতৰ মুখখনি দেখিলে তাই মৃণালৰ শত শত অপৰাধ নিমিষতে পাহৰি গৈছিল। তাই নিজে নজন্যাকৈও অন্তৰত ভাবিছিল যে কেতিয়াবা অদূৰ ভবিষ্যতত সিহঁতৰ মাজৰ ব্যৱধান হয়তো আঁতৰি যাব ; আৰু পৰস্পৰে পৰস্পৰক ক্ষমা কৰিব পাৰিব। কিন্তু বাপেকৰ মুখৰ কথা কেষাৰে মিনতিৰ আশা গছৰ গুৰিতে কুঠাৰাঘাত কৰিলে। বিধিৰ কি অবিচাৰ! তাই মাত্ৰ এবাৰ মৃণালৰ মুখ দৰ্শন আশা কৰিছিল আৰু বাপেকে শুনাইছে তাৰ চিৰবিচ্ছেদৰ বাণী।

পৰাগে পুনৰ ক'লে "পিতা! আপোনাৰ কথা মই সদায় মানিবই লাগিব। কিন্তু ভাবি চাওঁক! স্বামীৰ হাতত মিনতিক গটাই দিয়াটো কেনেকৈ দ্বিতীয় ভুলৰ কথা হয়? অৱশ্যে যদি মিনতিৰ একান্ত আপত্তি থাকে নাইবা মৃণালৰ কোনো মত নাথাকে তেন্তে সেই কথা বেলেগ।"

পৰাগৰ কথাখিনি শুনি মিনতিৰ মুখত পানী আহিল। তাই বৰ ব্যগ্ৰ চিত্তে আকৌ বাপেকৰ কথালৈ কাণ দি থাকিল।

"মিনতিৰ ইচ্ছা-অনিচ্ছাৰ লগত মোৰ কোনো কথা নাই পৰাগ। তাই ছোৱালী মানুহ। তাইক সুধিতো মই বিয়া পতা নাছিলোঁ। মই তাইৰ বাপেক। তাইৰ ভাল-বেয়া মোৰ হাতত। মোৰ ভুলতেই এবাৰ তাইৰ এই কষ্ট হৈছে। আকৌময়েই সেই ভুলৰ প্ৰতিকাৰ কৰিব লাগিব। মোৰ কথা এক। তই যদি নোৱাৰ ময়েই তাইৰ এজন দৰা বাছি উলিয়াম।"

ভবেশ বৰুৱাৰ খাটাং কথাত পৰাগে আৰু একো মাতিব নোৱাৰিলে। বুপেহীয়ে বাপেক পুতেকৰ কথা শুনি ঠাইতে টুপুকা মাৰি ৰ'ল! ইমান পৰে সুগন্ধাইও একো মাতিবৰ চল পোৱা নাছিল। এতিয়া পৰাগৰ কথা শেষ হোৱা যেন পাই তাই শহুৰেকৰ কথাতে সুৰ মিলাই মাত দিলে।

"দেউতাই একো বেয়া কথা কোৱা নাই। কিয়নো মিনতিৰ ভাব থকাহেঁতেন কেতিয়াও আজি এবছৰে এইদৰে পৰৰ ঘৰত নাথাকে। আৰু মৃণালৰো নিয়াৰ মত থকাহেঁতেন এইদৰে নিজৰ তিৰোতা লোকৰ ঘৰত নেৰে। বিশেষকৈ তেওঁলৈ চিঠি দিয়াৰ পাছত কিবা এটা উত্তৰতো অন্ততঃ দিব লাগিছিল! মই যি জানিছোঁ, মিনতিৰ ওপৰত মৃণাল একেবাৰে নাৰাজ।

সুগন্ধাৰ কথাত মিনতিৰ সৰ্ব শৰীৰ খণ্ডত জ্বলি উঠিল। মৃণালৰ বিষয়ে বিহঁতৰ নকওঁক লাগে, কিন্তু মিনতিৰ মনৰ ভাব তাই কেনেকৈ জানিলে? তাই ইমান অন্তৰ্যামী কেতিয়াৰ পৰা হৈছে? এবাৰ গৈ সমস্ত কথাৰ প্ৰতিবাদ

কৰিবলৈ মিনতিৰ ইচ্ছা হ'ল। কিন্তু পাছ মুহূৰ্ত্তে নিলাজ মানুহটোৱে আহি তাইক আগুৰি ধৰিলে। তাই একো কৰিব নোৱাৰিলে। হাতৰ অস্ত্ৰ খহি পৰা যোদ্ধাৰ দৰে তাই খিৰিকিখনতে হুৰুলি পৰিল।

ভবেশ বৰুৱাই এতেবেলি এজনী ভাল সমৰ্থনকাৰিণী পাই বোঁছ দৃপ্ত কণ্ঠে ক'বলৈ ধৰিলে—

"তই ঠিকেই কৈছ আই! সেই নিলাজ কুকুৰটোৱে মোৰ ছোৱালীক সন্দেহ কৰি মোৰ ঘৰতে অপমান কৰি যাবলৈ সাহস কৰিছিল। ভাগ্যে মই সেইখিনি ওলালোঁ গৈ। এতিয়া তেনেজন পুৰুষলৈ আকৌ যাওঁ বুলি অন্ততঃ মই বাচি থাকোতে মিনতিয়ে কব নোৱাৰে। তাই মোৰ হে ছোৱালী!

সুগন্ধাই শহুৰেকৰ মনত সোমাব পাৰিছে বুলি ভাবি আকৌ আগুৰালে—

"কিন্তু দেউতা, এই বিভূতিয়ে বোলে মিনতিক খুব মৰম কৰিছিল। সি বোলে পাইচা-পাতি নোলোৱাকৈও তাইক চাইছিলোঁ। মই চিলঙতে মনে মনে ভাবিছিলোঁ যে সেই বিভূতিকে জোৰকৈ ধৰিলে কিজানি মিনতিক বিয়া কৰাবলৈ আপত্তি নকৰিলেহেঁতেন। কিন্তু ঘটনা চক্ৰ ঘূৰি উঠিল যেনিবা!"

"ইমান নিলাজ, ইমান কুৎসিৎ কথা এই সুগন্ধাজনীয়ে কব পাৰে! বিশেষকৈ শহুৰেকৰ আগত?" মিনতি খণ্ডতে অধীৰ হৈ পৰিল। ছিঃ! ছিঃ! কি কথা তাইৰ কাণত পৰিল! উন্মাৱল হৈ খিৰিকিখন তাই ধমকৈ বন্ধ কৰি দিলে। সেই শব্দ আটাইৰে কাণত পৰি উচাপ্ খাই উঠিল। তাৰ পাছত বাপেকে কি ক'লে মিনতিয়ে আৰু নুশুনিলে। আৰু কোনো কথা শুনিবলৈ তাইৰ ইচ্ছাও নাছিল। বিছনাখনতে ধাচ্‌কৰে পৰি তাই কান্দিবলৈ ধৰিলে—তাৰ পাছত তীব্ৰজিতৰ নিদ্ৰাভিভূত শান্ত, শুভ্ৰ মুখখনত তাই বাৰে বাৰে চুমা খাবলৈ! পাগলীৰ দৰে সেই অসংবত চুমাবোৰত তীব্ৰজিৎ কান্দি উঠিল। "হতভাগা, তই কান্দ! আজিলৈ তই বাপেৰৰ মুখ নেদেখিলি? তোৰ মাৰ পাপিনী, কুলটা—স্বামীৰ মনত অবিশ্বাসিনী। আজি সুগন্ধাৰ কথাতো সেই সন্দেহ ফুটি উঠিছে। হয়তো মনে মনে ঘৰৰ সকলোৱে মোক সন্দেহৰ চকুৰেই দেখিছে। মোৰ কপাল বেয়া। তই ভাল হবি ক'ৰ পৰা?" মিনতিৰ তপত নিশ্বাসত গোটেই কোঠাটোৰ বায়ু দূষিত হৈ পৰিল।

ইফালে ভবেশ বৰুৱাইও বোৱাৰীয়েকৰ কথাৰ উত্তৰ এইবুলি দি সেই দিনালৈ আলোচনা শেষ কৰিছিল যে বিভূতিৰ কথাটো তেবেঁ নভবা নহয়। আগৰ বাৰতো মিনতিৰ লগত তাৰ বিয়াৰ কথা চলিছিল। পাছে বোৱা কথা

গৈছে। সেইবোৰ কৈ আৰু লাভ নাই। এতিয়া আন ব্যৱস্থাহে কৰিব লাগে।

মিনতিয়ে বিভূতিক বেয়া পাইছিল; কিন্তু মৃণালে সৈতে যিদিনা আকস্মিক ঘটনাটোৰ সন্মুখীন হ'ব লগা হৈছিল সেইদিনাৰ পৰা তালৈ তাইৰ ঘৃণা উপজিছিল। কিয়নো সি মৃণালৰ আগত যিদৰে অপ্ৰস্তুত আৰু বিব্ৰত হৈ পৰিছিল সেইটোৱে তাৰ পাপী আৰু কলুষ মনৰ সম্পূৰ্ণ পৰিচায়ক। তাৰ এই হীন, সঙ্কুচিত চৰিত্ৰৰ জৰিয়তেই হয়তো তাইৰ স্বামীয়ে মিনতিৰ প্ৰতি বেয়া ভাব পোষণ কৰাৰ প্ৰয়াস পাইছিল। সেই দেখি দিনে দিনে মিনতিৰ ঘৃণা বিভূতিৰ প্ৰতি ক্ৰমে বাঢ়ি গৈছিল। এনেকি শেষত তাৰ নামটি পৰ্য্যন্ত তাই শুনিবলৈ টান পোৱা হৈছিল। এই বিভূতিয়েই অকস্মাতে যেতিয়া মৰমৰ ভনীয়েক বিজুলীলৈ দৰা নিৰ্বাচিত হ'ল মিনতিৰ মনটো কিবা হৈ উঠিছিল। বিজুলীৰ বিয়াখনত তাইৰ বাবে ক'তো এটাও আনন্দৰ কথা নাছিল। বিয়াৰ দিনা বাজনাৰ লগে লগে তাইৰ মনত পৰিছিল মৃণালৰ কথা, নিজৰ বিয়াৰ কথা আৰু অজানিতে ওলাই আহিছিল এটা হুমুনিয়াহ। যেনি চায় ভেনিয়ে তাই সুদা দেখিছিল। মৃণাল সেই বিয়ালৈ নিমন্ত্ৰিত নহ'ল। এই কথাই দক্ষ যজ্ঞত সতীক অপমান কৰাৰ দৰে মিনতিকো মনে মনে বৰ আঘাত দিবলৈ ধৰিলে। মিনতিয়ে বাপেকৰ ঘৰত খাইছে সঁচা; কিন্তু সেই খোৱা নিতান্ত চাকৰৰ খোৱা। তাত একো স্বাধীনতা বা আত্মপ্ৰসাদ নাই। বাপেকৰ ঘৰৰ কোনো কামত মিনতিৰ পৰামৰ্শ বা দৰ্কাৰী কোনো আলোচনাত মিনতিৰ সহযোগ কোনোৱে নিবিচাৰে। মিনতি কেৱল বাপেকৰ ঘৰত অনুগ্ৰহ আৰু পুতৌ পাবলৈহে আছে। তাতকৈ তাইৰ বৌছি অস্তিত্ব সেইখন ঘৰত একো নাই। এই কথা আজি তাইৰ চকুত ফট্-ফটীয়াকৈ ধৰা পৰিছে।

আগ ৰাতিৰ ঘটনাটো মিনতিৰ মনত বাৰে বাৰে জাগিছিল। বাপেকে তাইক কোনো কথা নোসোধাকৈ কৰবাত বিয়া দিব, সুগন্ধাই বিভূতিকে পঠাবলৈ ভাবিছিল ইত্যাদি কথা যিমানে তাই ভাবে সিমানে গাটো দুৰ্বল হৈ আহিছিল। দুঃখ-চিন্তা, খং অভিমানত তাইৰ পেটলৈ এটোপা পানী নোযোৱা হৈছিল। এইদৰেই তাই বস্ত্ৰৰ দৰে দেহাটোক টানি আজুৰি লৈ বিয়াৰ বন কৰি নিজে এঢোক পানীও মুখত নিদিয়াকৈ এচুকত গৈ পৰি থাকিল। দিনৰ ভিতৰত কোনেও তাইৰ খোৱাৰ খবৰ নকৰিলে। সকলোৱে ভাবিছে—ঘৰৰ মানুহ নিজে নিজে যি যেতিয়া সুযোগ পাইছে সি তেতিয়া খাইছে। মাত্ৰ

সন্ধিয়া আন্ধাৰ চকুত কেঁচুৱাটিৰে সৈতে প্ৰায় অৱস অৱস্থাত পৰি থকা দেখি মাক বুপহীয়ে তাইৰ খবৰ কৰিলে। মিনতিয়ে কেৱল উত্তৰ দিলে যে তাইৰ গা ভাল নহয়। সেই দেখি একো খোৱা নাই।

সিফালে বিজুলীৰ মনো বৰ ভাল নাছিল। তাইৰ সমনীয়া ছোৱালী-বোৰে প্ৰায়ে দৰাটো বৰ বয়সীয়াল বুলি কৈছিল। বিশেষকৈ বিভূতিৰ চৰিত্ৰৰ ওপৰত ছোৱালী-সমাজৰ ভাল ভাব নাছিল। .কোনোৱে কৈছে, "এঃ, সেই-টোলৈহে বিজুলীক দিলেনে? দৰা কইনা নিমিলিল পাই!" আন এজনীয়ে কৈছে, "নিদিলেনো বাতিটোৰ ভিতৰতে এজন কামদেৱ পায় ক'ত?" মাত্ৰ আদহীয়া আৰু বুঢ়ীবিলাকৰ মুখতহে বিভূতিৰ ধনৰ প্ৰশংসা শুনা গৈছিল। বিজুলীয়ে বাপেকৰ ভয়ত কাৰো আগত কোনো আপত্তি কৰিব নোৱাৰিছিল; আৰু নিজৰ কপালৰ দোষতেই এনে অঘটন ঘটিছে বুলি মনৰ দুখ মনতেই মাৰ নিয়াইছিল।

বাতি দৰা অহা পৰত গতানুগতিক ভাবেই বভাৰ তলত হুলস্থুল লাগি পৰিল। মিনতিয়ে কিন্তু নিজৰ সেই নিভৃত কোঠাত নীৰৱে চকুলো টুকি ব'ল। এনেতে এবাৰ দেখে পৰাগ আৰু সুগন্ধা তাইৰ কোঠাৰ দুৱাৰ মুখত। মিনতিলৈ আঙুলিয়াই সুগন্ধাই পৰাগক কিবা ইঙ্গিত কৰোঁতেই হঠাতে মিনতিৰ চকুত পৰিল। তেতিয়া লাহেকৈ দুয়ো তাৰ পৰা আঁতৰি গ'ল। মিনতিয়ে এই কথাৰ একো অৰ্থ বুজি নাপালে। মাত্ৰ তাই আচৰিত হ'ল।

ওচৰৰ বিয়া; বাতিয়েই শেষ হৈ গ'ল। মিনতিৰ ওচৰৰ কোঠাটোতে পৰাগ আৰু সুগন্ধাৰ শোৱা বিছনা। সুগন্ধাৰ ফুচ্‌ফুচীয়া কণ্ঠধ্বনি মিনতিক কাণত পৰিছে।

"মই কোৱাটোৱে ঠিক। আপুনি নামানিছিল। এতিয়া কেনে দেখিলে?"

"ঠিকেই। মই আগতে জনা হ'লে এইখন বিয়া হব নিদিওঁ। বিজুলীয়ে যদি এই কথা জানে তেন্তে তাইৰ জীৱনত সুখ নহ'ব।"

পৰাগৰ এই কথাত মিনতিৰ গাৰ নোম ভাল ভাল হৈ উঠিল। তাই অস্থিৰ-ভাৱে বিছনাৰ পৰা উঠি ঘটনা কি জানিবৰ বাবে বৰ ব্যস্ত হৈ কাণ পাতি ব'ল। তাইৰ এই ব্যস্ততা সুগন্ধাৰ আৰু এবাৰ কথাত একেবাৰে পানী-ছাই হৈ গ'ল।

"মই আগতে মাত্ৰ শুনিছিলোঁহে; কিন্তু এতিয়া এই কথা স্পষ্ট হৈ পৰিছে যে বিভূতিৰ লগত মিনতিৰ নিশ্চয় গোপন সম্পৰ্ক আছিল। মুণালে ঘটনা ঠিকেই ধৰিছে। সেয়ে সি মিনতিৰ আশা এৰি দিছে।"

মিনতিৰ মূৰত এতিয়াও বজ্ৰপাত হোৱা নাই কিয় ? মিনতি মূৰ্চ্ছা গৈ মাটিত পৰিল। কিমান বেলি তাই সেই অৱস্থাত আছিল কব নোৱাৰে। যেতিয়া আকৌ চেতনা আহিল, তাইৰ গোটেই গাতে যেন জুইহে জ্বলিছে। শেষত তাইৰ কপালত ইয়াকে ঘটিব লগা আছিল ? উচুপিচাই ৰুমটোৰ চাৰিওফালে তাই-পগলা কুকুৰৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে। তেতিয়া ঘৰৰ সকলো নিটাল দি টোপনি গৈছে। মিনতিয়ে এবাৰ ভাবিলে—"আত্মহত্যা !" পাছ মুহূৰ্তত তীব্ৰজিতৰ মুখলৈ চাই তাই সংকুচিত হ'ল। কিন্তু যেনে হ'লেও এই গৃহ তাই ত্যাগ কৰিবই লাগিব। নহ'লে এদিন তাই তাতকৈও ভীষণতৰ পৰিণতিৰ সন্মুখীন হ'ব লাগিব। দুৱাৰখন মেলি তাই বাৰান্দালৈ আহিল। কৃষ্ণা দ্বিতীয়াৰ জোনে পশ্চিমত তেতিয়াও খীন পোহৰ বিলাইছে।

তীব্ৰজিতৰ মুখখন শেষবাৰলৈ চাবলৈ মিনতি আকৌ কোঠাত সোমাল। আকৌ বাহিৰ হ'ল। দুই তিনিবাৰ তাই চেষ্টা কৰিও যেন আঁতৰ হৈ যাব নোৱাৰে। সংসাৰৰ কথঞ্চিৎ অবিচাৰৰ ভাৱে মিনতিক বাহিৰলৈ লৈ আহে আৰু নিষ্পাপ বালকৰ মধুৰ মায়া-মোহে ভিতৰলৈ টানি আনে। শেষত তাই মায়াক জয় কৰিলে।

বিয়াৰ নিমন্ত্ৰণী চিঠিৰ সুদা খাম এটাৰ ওপৰতে মিনতিয়ে এইকেইটা কথা লিখিলে—

"বিভূতিক মইঁ ঘৃণা কৰোঁ। বিজুলীক প্ৰাণ ভৰি ভালপাওঁ। মোৰ মনোবেদনা পৃথিবীত কোনেও নুবুজে। আৰু বুজাবো আৱশ্যক নাই। তীব্ৰজিতক এৰি গলোঁ। তাৰ দায়িত্ব লওতা যদি কোনো নোলায় তেন্তে বাপেকক গটাই দিলে হ'ব। বিদায় !"

এই খামটো এডাল সূতাৰে গাঁথি তীব্ৰজিতৰ ডিঙিত আঁৰি দি মিনতিয়ে এবাৰ সজল নয়নে তাৰ ফালে চালে। পাছত তাৰ সৰু সৰু ভৰি দুটাত চুমা খাই খাই ক'লে—"মোক ক্ষমা কৰিবি বাছা ! তোৰ অভাগিনী মাতৃ মই। ভগৱানে তোক চাব।" আৰু এক মুহূৰ্তও পলম নকৰি মিনতি বাহিৰ হ'ল।

( ৩১ )

লক্ষ্মীমাটিৰ সুখ-সৌন্দৰ্য্যৰ কথা আজিকালি মানুহৰ মুখে মুখে। ৰাজ্যৰ ভিতৰত ই এখন লেখৰ আদৰ্শ গাওঁ। আজি দহ বছৰৰ আগতে কোনোৱে যদি এই গাওঁ দেখিছিল তেন্তে এতিয়া তেওঁক নি ইয়াত সুমুৱাই দিলে একেবাৰে আচৰিত হৈ যাব। গোটেই গাওঁখন এখন ডাঠ, বহল কাগজত আঁকি থোৱা চিত্ৰকৰৰ বিজ্ঞাপন ছবিৰ দৰে। পগলাদিয়াৰ দৰে এখন উৎপতীয়া নৈৰ পাৰত এনে শুৱনী সমৃদ্ধিশালী গাওঁ এখন গঢ়ি উঠিব পাৰে বুলি কোনোৱে কল্পনাও কৰিব পৰা নাছিল। সঁচাকৈয়ে এইখন গাওঁ স্বয়ং লক্ষ্মীয়েহে যেন নিজে পবিত্ৰ হাত ফুৰাই সকলো সুন্দৰ, সকলো মনোৰম কৰি তুলিছে। সমৃদ্ধিশালী হোৱাৰ লগে লগে আগৰ লক্ষ্মীমাটিৰ সলনি এই গাৱঁৰ নাম লক্ষ্মীমতী কৰা হয়।

পুৰত ভীমাকাৰ হৈ পগলাদিয়াৰ পাৰে পাৰে বিৰাট মথাউৰিটো পৰি থাকি বাৰিষাকালৰ উৎপাতৰ পৰা গাওঁখন ৰক্ষা কৰিছে। মথাউৰিৰপৰা পশ্চিমলৈ গাওঁৰ মাজে মাজে আহল-বহল আলিটো গৈছে। আলিৰ দুয়ো দাঁতিত শাৰী শাৰী ধুনীয়া ঘৰবোৰ সাজি মানুহ ৰহিছে। প্ৰত্যেকৰে সন্মুখত একোখন ফুলনি। ধনীসকলৰ ধুনীয়া চ'ৰাঘৰ। গোহালি আৰু গাহৰি-গড়াল আদি ৰবঘৰৰপৰা দূৰৈত বাৰীৰ ফালে সজা আগৰ লেতেৰা পানীৰ পুখুৰীৰ ঠাইত পাটনাদ, কুৱা, দমকল আদি হৈছে। গাওঁৰ ঠিক মাজতে আলিৰ দুয়োকাষে দুখন স্কুল। এখন প্ৰাইমাৰী আৰু আনখন মজলীয়া মাইনৰ আৰু ছাত্ৰবৃত্তি স্কুল। মথাউৰি আৰু আলিৰ সংলগ্ন-স্থলত উত্তৰ কোণত কীৰ্ত্তনঘৰ আৰু দক্ষিণ কোণত ডাক্তৰখানা। গাওঁৰ একেবাৰে পশ্চিম মূৰত পশু চিকিৎসালয় আৰু কৃষি বিভাগৰ অফিচ ৰহিছে। উত্তৰ ফালে প্ৰায় এপুৰা মাটি জুৰি বজাৰ। ইয়াত শনি-মঙ্গলবাৰে হাট বহে।

লক্ষ্মীমতীৰ জনসংখ্যা পাঁচ হাজাৰৰ অধিক। প্ৰায়বোৰ মানুহ খেতিয়ক আৰু কৰ্মী। পশুপালন, কপাহী, এৰী, মুগা, পাট শিল্প আদি বহু ডেকা-গাভৰুৰে ব্যৱসায়। কাৰো ঘৰত অভাৱ, কাৰো মুখত নিৰানন্দ বা এলাহৰ ভাৱ নাই। সকলো ঘৰ কৰ্মমুখৰ, হাঁহি আনন্দে ভৰা।

এই ৰম্যপুৰী লক্ষ্মীমতীৰ সুখ-সৌভাগ্যৰ অধিকাৰী সকলো জনতাৰ মুখত এজন মানুহৰ নাম সদায় শুনা যায়। তেওঁকে সকলোৱে লক্ষ্মীমতীৰ ভাগ্যবিধাতা বুলি ভাবে, মানে আৰু শ্ৰদ্ধা কৰে। সেইজনৰ আত্মাতেই গাওঁ সংগঠনৰ প্ৰথম বীজ অংকুৰিত হৈছিল—সেইজনৰ তেজেৰেই গাওঁৰ দীপ্তি দিনে দিনে বাঢ়ি গৈছে আৰু সেই জনাৰেই আত্মোৎসৰ্গেৰে গাৰঁলীয়া জীৱনৰ প্ৰতি আঁহে পাঁহে প্ৰাণ সঞ্চাৰিত হৈছে। তেৱেঁই লক্ষ্মীমতীৰ গৌৰৱৰ স্থল—যাৰ এটা আঙুলি সংকেতত গোটেই গাওঁ উঠে, বহে; যাৰ এষাৰ কথাত শ শ ডেকা-গাভৰুৱে প্ৰাণ এৰিব পাৰে। সেইজন পুৰুষৰ নাম আমি ইয়াত নক'লেও হয় যে তেওঁ মৃণাল, যাক আটায়ে 'দলৈদা' বুলি জানে। এই দুকুৰি বছৰীয়া আদহীয়া মানুহজন এতিয়া গোটেই মৌজাখনৰেই নায়ক, উপদেষ্টা, বিচাৰক আৰু পথ প্ৰদৰ্শক।

ৰৰডেকাৰ মাটিতে এটি সৰু ধুনীয়া পঁজা ঘৰ। মূল আলিবপৰা উত্তৰ মুখে ৩০/৪০ গজ মান সোমাই ৰৰডেকাৰ ঘৰ পোৱাৰ আগতে এই পঁজাটো। সমুখত বিবিধ বৰণীয়া ফুলৰ বাগিচা। ইয়াতেই দলৈ থাকে।

যিদিনা তগৰৰ বিয়া হৈ গ'ল আৰু নৃপেন নিৰুদ্দেশ হ'ল তাৰ পাছতে মৃণাল ঘৰৰ বাহিৰ ওলাল মণি মহাজনৰ লগত এই বন্দবস্ত হ'ল যে তগৰক তেওঁলোকৰ ঘৰতেই বুজন নোহোৱা পৰ্য্যন্ত ৰাখিব আৰু সকলো কাম-বন শিকাব। নৃপেনৰ সন্ধানত মৃণাল অনেক দিন বলিয়াৰ দৰে অনাই বনাই ঘূৰিলে, কাগজে-পত্ৰে জাননী দিলে কিন্তু কতো একো সন্ধান নাপালে। শেষত দেহ-মনৰ ভাগৰত হতাশ, অৱসন্ন হৈ কিবা স্বৰূপে ৰৰডেকাৰ ওচৰ পাওঁতেই ৰৰডেকাই তাক নিজৰ ভাই বুলি সাৱটি ল'লে।

"তই একো কৰিব নালাগে অ কুম্মা! মাত্ৰ মোৰ ঘৰতে থাকিবি আৰু আমাৰ গাওঁখনৰ বাবে অলপ খাটিবি। তোৰ বাবে মোৰ ভড়ালত এমুঠি চাউল নহ'বনে অ?" ৰৰডেকাৰ এনেকুৱা মৰমৰ দাবী এৰাব নোৱাৰি মৃণাল অন্ততঃ দুই চাৰিদিনৰ কাৰণে সেইদৰে থাকিবলৈ বাধ্য হৈছিল। মৃণালৰ তেতিয়া কোনো বন্ধন নাই। এটা পেটৰ জীৱিকাৰ বাবে তাৰ একো সমস্যাও নাই। কিন্তু কেৱল পেটটো পুহি বাচি থাকিবলৈকে সি চাকৰিয়ে বা কৰিব কি? দুই চাৰিদিনকৈ কেবাদিনো সি লক্ষ্মীমতীত থাকিল। তাৰ সাৰুৱা কথাত প্ৰথমতে গাঁৱৰ মানুহ মুগ্ধ হৈ পৰিল; কিন্তু যেতিয়া গাঁৱৰ আলি-পদুলি, স্কুলঘৰ আদিৰ কামত মৃণালক ব্ৰতী হোৱা দেখিলে তেতিয়া গাঁৱৰ

মানুহে কোনোমতে তাক এৰি নিদিয়া হ'ল আৰু তাতেই ৰাখিবলৈ সংকল্প কৰিলে। মৃণালে এদিন এটা চৰকাৰী কামলৈ আহ্বান পাইছিল ; কিন্তু গাওঁৰ মানুহবোৰে আহি ইমান অনুনয়-বিনয় কৰিলে যে মৃণালে সেই কামলৈ যোৱা কথা ভাবিবই নোৱাৰিলে। মৃণালৰ নিজৰো ভিতৰত তেনে চাকৰিৰ মোহ অলপো নাছিল। এদিন সি তেনে চাকৰিৰ বাবে হাবাথুৰি খাইছিল। কিন্তু সি মাত্র পৰিয়াল পোষণৰ তাৰণাতহে। মৃণালে মনে মনে বুজিলে যে গাওঁত সৰলচিতীয়া মানুহৰ মাজত থাকি সিহঁতৰ সেৱা কৰি যি বিমল সুখ আছে—কোনো ডাঙৰ পদবীতে সি নাই। গতিকে জন-সেৱাই তাৰ জীৱনৰ কৰ্তব্য-ৰূপে আপোনা-আপুনি নিৰ্ধাৰিত হৈ পৰিল।

পুৱা ব্ৰহ্ম মুহূৰ্তত উঠি ঈশ্বৰ উপাসনা কৰি মৃণাল শাকনিৰ কামত লাগি যায়। ৰবডেকাৰ মাটিত যথেষ্ট ৰকমৰ শাক-পাচলি আৰু ফল-মূল উৎপাদন কৰি গোটেই অঞ্চলতে এটা সুন্দৰ আদৰ্শ সি দাঙি ধৰিলে। অলপ বেলি হ'লেই লিখা-পঢ়া কৰে। ক'ত ডাক্তৰখানা বহিব, ক'ত কি অফিচ পাতিব লাগিব ইত্যাদি কামৰ দৰ্খাস্ত-পাতি কৰা, গাওঁৰ সভা-সমিতি পতা আদি কামৰ আঁচনি এইখিনি সময়তে কৰে। দুপৰীয়া ভাত-পানী খাই ধৰ্মপুথি অধ্যয়ন আৰু চৰ্চা কৰে। আবেলি সাহিত্য চৰ্চা আৰু গ্ৰন্থ ৰচনাৰ কাম নাইবা গাঁৱত সভা-সমিতি বা আন সামাজিক কাম থাকিলে তাকে কৰে। সন্ধিয়া আকৌ ঈশ্বৰ উপাসনা কৰাৰ পাছত নিজে ভাত মুঠি সিজায়। খাই উঠি পুনৰ লিখা বা অধ্যয়নৰ কামত ৰাতি দহোটালৈ ব্যস্ত হৈ পৰে। এনেদৰে মৃণালৰ জীৱন ঘড়ীৰ কাঁটাডালৰ দৰে দিন ৰাতি অবিৰাম গতিত চলিবলৈ ধৰে।

দিনৰ পাছত দিন বাগৰি যায়। কৰ্মী পুৰুষৰ কাম বাঢ়িহে উঠে। সমাজত নিঃস্বাৰ্থী কৰ্মী পাবলৈ টান। লাহে লাহে মৃণালৰ গুণ যশ কেতেকী ফুলৰ সৌৰভৰ দৰে চাৰিওফালে বিয়পিহে যায়। সূৰ্য্যৰ ৰশ্মিক মেঘে কিমান বেলি ঢাকি থব পাৰে ? দুখ-দৈন্যতাৰ হেঁচাই মৃণালৰ প্ৰতিভা যেনিবা তীক্ষ্ণ কৰিহে তুলিলে। যিমানে মৃণাল বাহিৰ ওলাল তিমানে তাৰ সাহস, বুদ্ধি, কৌশল আদি উত্তৰোত্তৰ বৃদ্ধি পাবলৈ ধৰিলে। সকলোৱে একে মুখে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল—এনে এজন ত্যাগী, আদৰ্শ কৰ্মী আৰু পাবলৈ নাই।

এনেতে মৃণালৰ ত্যাগ আৰু কৰ্ম দক্ষতাৰ ভীষণ পৰীক্ষা এটা উপস্থিত হ'ল। সেইবাৰ বাৰিষা কালত হঠাতে পাগলাদিয়া নদীত বিৰাট উৎপাত আৰম্ভ হ'ল। বহুতো গাওঁ বাতিৰ ভিতৰতে জলমগ্ন হৈ পৰিল। অনেকৰ

[illegible] লোকৰ বহুল ক্ষেত্ৰ এখন পাই মৃণালহঁতে [illegible] হ'ল। তি আনকটাকেও দুগুণ উৎসাহেৰে জনসেৱাত আত্ম-নিয়োগ কৰিলে। আৰু [illegible] [illegible] প্ৰাপ্ত বয়স্ক প্ৰায় সকলো মানুহেই কংগ্ৰেছৰ সভ্য হৈ পৰিল। অল্প সময়ৰ ভিতৰতে এটা ডাঙৰ ধনৰ পুঁজি সংগ্ৰহ হৈ গ'ল। সেইদৰে শান্তি, শৃংখলা, নিৰাপত্তা আদিৰ কামতো কংগ্ৰেছ যথেষ্ট সক্ষম আৰু এটা শক্তিশালী অনুষ্ঠান হৈ উঠিল।

তাৰ পিছৰ বছৰত ৰাইজে মৃণালক বিধান সভালৈ নিৰ্বাচিত কৰিলে। অপ্ৰতিদ্বন্দ্বিভাবে মৃণাল এজন এম. এল. এ হৈ পৰিল। এই সন্মান অটুট ৰাখিবৰ বাবে মৃণাল সদায় চেষ্টাত আছিল। চাওঁতে চাওঁতে মৃণাল ৩/৪ টা নিৰ্বাচনত অপ্ৰতিদ্বন্দ্বী হৈ উঠিয়েই থাকিল। মানুহে আৰু মৃণালৰ বাহিৰে আনৰ কথা ভাবিবই নোৱাৰে। ক্ৰমে গৈ এনে অৱস্থা এটা হ'লগৈ যে লোকে এম্ এল্ এ বুলিলে কেৱল মৃণালকেহে জানে। সৰ্বসাধাৰণ মানুহে মৃণালৰ নাম এম. এল. এ বুলিহে ধৰি লৈছিল। এই হ'ল ৰাইজৰ ওপৰত মৃণালৰ প্ৰভাৱ। কিন্তু আশ্চৰ্য্যৰ বিষয় এই যে ৰাইজৰ নিৰাময়ৰ জনেই মৃণালৰ ব্যক্তিগত জীৱনৰ বিষয় একো নাজানিছিল। বহুতে ভাবিছিল দলৈ লক্ষ্মী-মন্তীৰ মানুহ। এইখিনি পৰিচয়ে সিবিলাকৰ কাৰণে যথেষ্ট আছিল।

মৃণালৰ ব্যক্তিগত উন্নতিৰ লগে লগে লক্ষ্মীমতী তথা গোটেই ৰাইজৰে নাগৰিক জীৱনৰ মান উন্নত হ'বলৈ ধৰিলে। বিশেষকৈ সেই গাওঁখন হ'ল আদৰ্শস্থানীয়। কাৰণ মৃণালে সেই আদৰ্শৰ সৌধ নিৰ্মাণত ভেটি-খুটিৰে পৰা গাঠনি দি আনিছিল। সেই গাওঁকে কেন্দ্ৰ কৰি আন আন গাওঁবোৰতো আদৰ্শ গঢ়ি উঠিল। বিশেষকৈ কুটীৰ শিল্পই এটা সুন্দৰ আকাৰ ল'লে। গাওঁৰ ঢেঁকীবোৰত কুটীৰ শিল্প বিভাগৰ ধান খানি চাউল উলিয়াই তিৰোতা-সকলেও নিজৰ জীৱিকা উলিয়াব পৰা হ'ল। ঘৰে ঘৰে তাঁতশালৰ মধুৰ খটৰ্ খটৰ্ শব্দ শুনা গ'ল। চৰকাৰী সাহায্যত এইদৰে শিপিনী, বোৱনী-সকলে নিজৰ কৰ্মদক্ষতাৰ পৰিচয় দি নিজৰ লগে লগে দেশৰ উন্নতি কৰাতো বৰঙণি যোগালে। খেতিয়কসকলে কৃষি-ঋণ লৈ উৎপাদনৰ শক্তি বৃদ্ধি কৰাত লাগিল। মাটিহীন সকলক মাটি দিয়াৰ দিহা কৰি হাবি-জংঘল কটাই শস্য-পথাৰত পৰিণত কৰা হ'ল। ঘৰে বাহিৰে, হাবিয়ে পথাৰে সকলোতে বিৰাট কৰ্মময় সুৰ বাজি উঠিল। কামতেই যেন মানুহ পাগল হৈ উঠিল। এই কৰ্ম-পাগল জনতাই দেশৰ ৰূপ দিনে দিনে বদলাই আনিবলৈ ধৰিলে। যেন

গোটেই জনতা এজন বিৰাট মালিকৰ মজদুৰ। মালিকৰ হুকুম মতে কোনো খেতিত, কোনো কাঠৰ কামত, কোনোৱেবা লো-কাঁহ-পিতল আদি ধাতুৰ কামত লাগি গৈছে। মুনিহ-তিৰোতা, বুঢ়া-ডেকা সকলো নিজৰ নিজৰ কামত ব্যস্ত। কাৰো ফালে চাবলৈ যেন কাৰো অৱসৰ নাই। কৰ্মৰ এনে শক্তিশালী ধুমুহা বতাহত দেশৰ চুৰি-ডকাইতি, হাই-কাজিয়া, মিছা-প্ৰৱঞ্চনা, পৰচৰ্চা ধুলি-কুটা হৈ উৰি গ'ল।

চাওঁতে চাওঁতে চকুৰ আগতে মহাত্মা-ঢেকীয়াল ফুকনৰ ভবিষ্যত বাণী যেন ফলিল। ধনীয়ে ধনৰ সদ্ব্যৱহাৰ কৰি বেহা-ব্যৱসায়, শিক্ষা-দীক্ষা বিস্তাৰত মন দিলে। হাবি-জঙ্ঘল গুচি শস্য-শালিনী ভূমি হ'ল; জুপুৰি পজাৰ ঠাইত সুন্দৰ পকী ঘৰ উঠিল; ডোঙা জলাহবোৰ মাছ-জীয়নৰ আহল-বহল পুখুৰী হ'ল; আৰু সুৰু-সুৰীয়া বাটৰ ঠাইত ভীম-কায় আলিবোৰ দীঘল দীঘল হৈ গোটেই গাওঁ-ভূঁই মেৰিয়াই পেলালে। হায়! ফুকন? আজি আপুনি ক'ত? বোধহয় স্বৰ্গৰ পৰা আপোনাৰ অমৰ আত্মাই অসমীয়া মানুহৰ এই সুখ-সমৃদ্ধি চাই তৃপ্তিৰ হাঁহি মাৰিছে; নাইবা মৃণালৰ ভিতৰতে সেই আত্মা পুনৰ থিতাপি লৈছে। কিন্তু এই সমৃদ্ধি যে এতিয়া আংশিক, এতিয়াও ই পূৰ্ণপ্ৰাপ্ত হ'বলৈ বাকী! যিদিনা গোটেই অসম জুৰি এই কৰ্ম-প্ৰেৰণা সঞ্চাৰিত হ'ব, যিদিনা সকলো অসমীয়া এক ইঙ্গিতত পৰিচালিত হ'ব, যিদিনা গোটেই জাতি দৃঢ়, নিৰ্ভীক আৰু আত্মসচেতন হৈ উঠিব সেইদিনাই আপোনাৰ আত্মাৰ পূৰ্ণ শান্তি-তৰ্পণ হ'ব।

মনৰ মতে দৰা নাপাই আৰু বিয়াৰদিনাই বাইদেউক হেৰুৱাই বিজুলীৰ মুখৰ উজ্জ্বলতা ম্লান পৰি যাবলৈ ধৰিলে ; যেন তিৰ্‌বিৰাই থকা বিজুলী-ৰেখা ক'লা মেঘৰ বুকুত আত্মজাহ যাবলৈ বিচাৰিছে। বিভূতিৰ কিন্তু আনন্দৰ সীমা নাই। সি বাহিৰৰ সাজ-সজ্জাৰে বিজুলীক পাৰে মানে সজাবলৈ ধৰিলে। দিন-ৰাতি তাৰ ধ্যান হ'ল কেৱল বিজুলী। সি দিঠকত দেখে বিজুলী, সপোনত দেখে বিজুলী। বিজুলী চমকনিত তাৰ চকু যেন চাৎ মাৰি ধৰিলে। লাহে লাহে সি স্ত্রৈণ হৈ পৰিল। বিজুলীয়ে এক বুলিলে সি আৰু ঘূৰাই দুই বুলিব নোৱাৰে। বিজুলীয়ে উঠ্ বুলিলেই উঠে আৰু বহ বুলিলেই সি বহা হ'ল।

কিন্তু ইমানতো বিজুলীৰ মনলৈ শান্তি আৰু ঘূৰি নাহিল। স্ত্রৈণ পুৰুষক কেইজনী নাৰীয়ে শ্রদ্ধাৰ চকুৰে চাব পাৰে? মিনতীৰ পলায়নৰ কাহিনীও বিজুলীৰ মনত ৰহস্যৰ কুহেলিকা হৈ থাকিল। এনেকৈএ দিন বাগৰি যাবলৈ ধৰিলে। চাওঁতে চাওঁতে বিজুলী অন্তঃসত্ত্বা হ'ল। এমাহ দুমাহকৈ সপ্তম মাহ পাৰ হ'ল। এদিন বিভূতিয়ে ক'লে এখন ঠাইত চাকৰি হৈছে বুলি। বিজুলীয়ে শুনি ভালেই পালে—তেও এখন নতুন ঠাইত গৈ থাকি কিজানি মনটো পৰিৱৰ্তনেই হয়!

বিজুলীৰ তেতিয়া অষ্টম মাহ যেতিয়া বিভূতি সপৰিয়ালে গৈ নতুন ঠাইত কামত সোমায়! কম বয়সীয়া ছোৱালী, ইমান সোনকালে গৰ্ভধাৰণ কৰাটো বিজুলীৰ পক্ষে মঙ্গলজনক নাছিল। তাতে দীঘলীয়া বাটৰ কষ্টত বিজুলীৰ কিবাকিবি অসুখে দেখা দিলে। বিভূতিয়ে নিজৰ খুচি মতে বি সি ঔষধ দি যাবলৈ ধৰিলে। ফলত বিজুলী দিনক দিনে বেছি বিপদৰ ফালেহে আগ-বাঢ়িল। স্বাস্থ্যও তেনেই ভাঙ্গি গ'ল। মুখৰ হাঁহি একেবাৰেই মাৰ গ'ল। বিজুলীৰ মুখত মাত্র শুনা যায় কেঁকনি-গেঁঠনি।

ৰূপৰ সঁফুৰা, সুখৰ মদিৰা ইমান সোনকালেই ফুৰাই যোৱা দেখি বিভূতিৰ মনত বিৰক্তিয়ে দেখা দিলে। সি লাহে লাহে বিজুলীৰ অসুখ আওকাণ কৰিবলৈ ধৰিলে। কাম নহ'লেও কাকি দি বাহিৰত বেছিভাগ সময়

কটাৰ। মাত্ৰ ভাতখোৱা সময়ত আহি ওলায়। বিজুলীয়েও বিভূতিৰ অৱজ্ঞা বুজি পোৱা হ'ল। তাই এতিয়া স্বামীক আত্মদানেৰে পৰিতৃপ্ত কৰিব নোৱাৰে। এয়ে হ'ল তাইৰ আচল অপৰাধ। কিন্তু তাই কৰিব কি? তাই যে একেবাৰে ৰুগ্না। মাতৃত্বৰ যন্ত্ৰণাত অস্থিৰ, কাতৰ! বিভূতিয়ে শুশ্ৰূষা কৰা দূৰৰে কথা বিজুলীৰ লগত ৰহকৈ কথা হ'বলৈকে এৰি দিলে। দিনৰ দিনটো সি ঘূৰি ফুৰে। কেতিয়াবা ৰাতিহে আহি ঘৰ পায়। হোৱা ভাত আগত লৈ মেয়াৰী বিজুলী বেচাৰী অনেক দিন উপবাস কৰিবলগা হয়। তাইৰ দুখ কোনে বুজিব! কালি-কাটি কপালকে দুষি তাই শুই পৰে। এনেকৈ কিছুদিন চলিল।

এদিন বহু ৰাতিলৈ বিভূতি নাই। চাই চাই আমনি লাগি বিজুলীয়েও মনৰ দুখত বিছনাত পৰিল। চাকৰটোৱে মাত্ৰ এপেট খাই নাকৰ ঘৰ্ঘৰণি তুলি টোপনি গ'ল। বিজুলী অকণো শুব পৰা নাই। তাইৰ গাত জ্বালা, মনত পোৰণি। বিছনাতে এবাৰ ইবাগৰ এবাৰ সিবাগৰকৈ আছে। এনেতে বাহিৰত বহুত মানুহৰ হুলস্থুল! লাহে লাহে গণ্ডগোলটো যেন ঘৰৰ কাষলৈ আগবাঢ়ি আহিছে। বিজুলী ভয়ত তত্ হেৰুৱাই চাকৰ ল'ৰাটোক চিঞৰি কাষলৈ মাতিলে। সিও হুৰমুৰকৈ উঠিল। নিৰ্দেশ মতে বাহিৰত কি হৈছে সি বুজ ল'বলৈ গ'ল। মানুহবোৰ ডিস্পেনচাৰিৰ ঘৰত সোমাল হি। কোনো এজন দুখী লোক কেঁকাই আছিহে। কেতিয়া ৰাতি প্ৰায় এঘাৰ বাজিছে। খবৰটো শুনি বিজুলীৰ ভাল নালাগিল। সম্পূৰ্ণ বিৱৰণ জানিবলৈ তাইৰ কৌতূহল বাঢ়িল। কিন্তু ল'ৰাজনকো পঠাই [illegible] একাৰ [illegible]। এনেতে কোম্পাউণ্ডাৰজন সোমাই আহিল।

"একো নহয়; সাধাৰণ জখম হৈছে। ভাল হৈ যাব।"

কোম্পাউণ্ডাৰৰ আগ-পিছৰ সোঁৱোৰা এনে অসংলগ্নিত বিজুলী চক্ খাই উঠিল।

"কাৰ? কি জখম হৈছে? খুলি কওক।"

বিজুলীৰ উৎকণ্ঠা আৰু বাঢ়ি [illegible] কোম্পাউণ্ডাৰ ঘৰ [illegible] পৰিল। কি দৰে, কি ভাষাৰে [illegible] কথাটো [illegible] হ'ব [illegible] এবাৰ [illegible] কৰিব নোৱাৰিলে। [illegible] নীৰৱে থকা দেখি বিজুলী আৰু বেছি অধৈৰ্য্য হ'ল। [illegible] বাটটোৱে গুণ্-গুণাই যোৱা মানুহৰ [illegible] শুনো [illegible]—

"[illegible] [illegible] হৈছে [illegible]; [illegible] [illegible] [illegible] [illegible] দিলে

বিজুলীৰ প্ৰতি একেবাৰে বিমুখ। কোনো ৰকমৰ সহানুভূতি সি তাইৰ প্ৰতি নেদেখুৱায়। বৰং বিজুলী যেন তাৰ এটা বৰ ডাঙৰ আপদ, ডাঙৰ জঞ্জাল চাপিল, এনে ভাবহে সি প্ৰকাশ কৰিবলৈ ধৰিলে। মাত্ৰ কেইটামান দিন আগতে বিজুলীৰ কাৰণে সি বলিয়া হৈ পৰিছিল। বিজুলীৰ ইঙ্গিতত সি টাকুৰী ঘূৰাদি ঘূৰিছিল। আজি সেই বিজুলীৰ মাতটিও যেন তাৰ কাণত বিষহে। নিয়তিৰ কি বিচিত্ৰ বিধান!

"আপুনি ইমান ৰাতিলৈ কিয় ফুৰে?" কেনেবাকৈ আকৌ অমঙ্গল হয় বুলি বিজুলীৰ মনত ভয়।

"মোৰ ইচ্ছা! খেতাং কৰে বিভূতিয়ে উত্তৰ দিয়ে।"

"হায় ভগবান! মোৰহে মৰণ নোহোৱা হৈছে!" মনোবেদনাত বিজুলীয়ে নিজে নিজে কৈ যায়।

"মৰণ নাই বিষ খালেই দেখোন হয়।"

খং আৰু ঘৃণাত বিজুলীৰ ওঁঠ দুটা কঁপি উঠে। চকু দুটা বাঘিনীৰ দৰে চক্‌চক্‌কৈ জ্বলি উঠে। কিন্তু তাই একো কব নোৱাৰে। চকু ভৰি ধাৰাসাৰে পানীহে বাগৰি আহে।

বিজুলীক আত্ম-হত্যা কৰিবলৈ আদেশ দিছে। সঁচাকৈয়ে বিজুলীয়ে নিজেও কেতিয়াবা সেই কথা নভবা নহয়। কিন্তু তাই অসীম মনোবলৰ ছোৱালী আছিল। কপালৰ লিখন ভাবিয়ে তাই নিজৰ সকলো দুখ-যন্ত্ৰণা এনেকি চৰিত্ৰহীন স্বামীৰ সকলো অন্যায় অবিচাৰো নীৰৱে সহি গৈছিল। আজি যেন সেই ধৈৰ্য্যৰ ভেটি ভাঙি গ'ল! সকলো কথাৰে এটা সীমা আছে। যি স্বামীয়ে পত্নীক আত্মহত্যা কৰাৰ দিহা দিছে—সি যে এদিন নিজেই পত্নীক হত্যা কৰিব নোৱাৰিব তাৰ কি মানে আছে? বিজুলীয়ে কেতিয়াও আত্মহত্যা নকৰে আৰু এনে এজন চৰিত্ৰহীন বিমুখ স্বামীৰ হাতত প্ৰাণ দিবও নোৱাৰে। তাইৰ নাৰীশক্তি জাগি উঠিল। আহতা সিংহিনীৰ দৰে গৰ্জি তাই ক'লে—

"মোক কালিয়ে ঠেৰ আহিব লাগে। মই ইয়াত নাথাকোঁ!"

"আজিয়েই যোৱা। কোনেনো ডিঙিত ৰচী লগাইছে? মোৰ ওচৰত কেপ্‌কেপাই নাথাকিব—কৈ দিছো কিন্তু!"

গপ্‌ গপ্‌ কৰে কথা কেইটা কৈ সি ঘৰৰ বাহিৰ হ'ল। সেই ওজাল ৰাতি আৰু নুঘূৰিল। পাছ দিনাখন পুৱা চকু-মুখ টোটোৰা পৰি চলং পলং কৈ বিভূতি আহিল কিন্তু বিজুলীৰ কালে কেনাহিকেও নাচাই পুনৰ ওলাই গ'ল।

কেইমাহমান পাছত এদিন পুহমহীয়া পুৰাৰ ৰ'দকাচলিত বহি ভবেশ বৰুৱা, বৈণীয়েক আৰু জীয়েক বিজুলী। এতিয়া বিজুলীৰ স্বাস্থ্য বহু পৰিমাণে ভাল হৈ আহিছে। কথাৰ ছলতে বুঢ়াই বৈণীয়েকৰ ফালে চাই ক'লে—

"পাছে বিজুলীকো এদিন থৈ অহাৰহে দিহা কৰিব লাগিছিল, এতিয়া অলপ গাটোও ভাল পাইছে।"

কথা শুনি বিজুলীৰ মুখখন খঙত ৰঙা পৰি গ'ল। তথাপি তাই মাকৰ উত্তৰলৈ বাট চাই থাকিল। মাকে ক'লে—

"মইনো কি জানো ? আপুনি যেনে ভাল দেখে তাকে কৰক।"

"এৰা। তইনো কি কৰ আই বিজুলী ? হেজাৰ হ'লেও স্বামী। মাৰিলে-কিলালেও পতি বিনে গতি নাই।"

বাপেকৰ কথাত বিজুলীয়ে কৈ উঠিল—

"এই কথা আগতে ভাবিব লাগিছিল পিতা ! অন্ততঃ বাইদেউৰ বেলিকা। মই আৰু তালৈকে নাযাওঁ। যোৱা হ'লে মই এইদৰে কিল খাই গুচিও নাহিলোঁহেঁতেন।"

কোনোদিনে মুখলৈ চাই কথা কব নোৱাৰা ছোৱালী বিজুলীৰ মুখত এনে প্ৰগল্‌ভ বচন শুনি বৰুৱা প্ৰথমে আচৰিত হ'ল ; খঙো উঠিল ; কিন্তু তাক দমন কৰি তেওঁ আকৌ ক'লে—

"নহয় আই ! ভুল নকৰিবি। তোৰ বয়স কম। বয়সীয়া মানুহৰ যে কথাৰ এটা মূল্য আছে—তই তাকো অন্ততঃ ভবা উচিত।"

"ভুল মই কৰা নাই পিতা ! যি ভুল কৰিছে আপুনিয়ে ; আৰু সেই ভুলৰ সংশোধনো নাই। কাৰণ পৃথিৱীত সকলো ভুল সংশোধন কৰিব নোৱাৰি।"

"মই ! কি কৈছ তই বিজুলী ?" বৰুৱাই আৰু খং গোপন কৰিব নোৱাৰিলে।

"হয়, আপুনি। বাইদেউৰ কথা নাজানিলেও মই স্পষ্টকৈ এই কথা জানো যে এক্‌কে বাতিৰ ভিতৰতে মোক............।"

বিজুলীয়ে বাকী কথা কব নোৱাৰিলে। তাইৰ কণ্ঠস্বৰ কঁপি উঠিল; চকুত যেন বাৰিষাৰ ঢল হে নামিছে। ৰূপহীয়ে আচলেৰে সেই পানী মচি দিবলৈ যত্ন কৰিলে; কিন্তু নিজৰো চকুত বই অহা পানীক বাধা দিব নোৱাৰিলে।

"মোৰ ৰূপলী হেৰাজী। এজনীৰে কপালত এনেকৈ সুখ নেদেখিলো।"

ৰূপহীয়ে কেঁকেঁ হুক্ হুক্ কৰে কান্দি পেলালে। বহুৱাই আৰু একো মাতিব নোৱাৰিলে। কণ্ঠ তেওঁৰ ৰোধ হৈ গৈছিল। কিবা এটা আত্মবেদনাত যেন বুকুখন তেওঁ বৰ গধুৰ গধুৰ অনুভৱ কৰিলে। আত্মসম্বৰণ কৰি নিজেই তেওঁ লাহে লাহে তাৰ পৰা আঁতৰি গ'ল।

এদিন মিনতীক স্বামীৰ ওচৰলৈ নপঠাই ভুল কৰিছিল। আজি আকৌ বিজুলীক স্বামীৰ ওচৰলৈ পঠাবৰ চেষ্টা কৰিছে যেন কিবা মহাভুল কৰিব খুজিছে।

বুঢ়াৰ বুকুত চিন্তাৰ ভুইকঁপ হ'বলৈ ধৰিলে……।

কালৰ বুকুত কেবাটাও বছৰ বাগৰি গৈছে। প্ৰকৃতিৰ গৰ্ভত আৰু কত যে মধুৰ কলৰৱ সমাধি হৈছে। পৃথিৱীৰ গাতো বহুতৰ চিন। ডিব্ৰুগড় বালিকা স্কুলখনৰ ওচৰতে এটা অকণমানি পঁজা। খিৰিকিখনৰ বাহিৰ বাঁহৰেৰৰ মাজেদি টেবিল লেম্পৰ পোহৰবোৰ সমুখৰ পাচফালৰ ভেৰোণাৰ গাত পৰিছে। বাটেৰে যোৱা মানুহৰ চকুত পৰে এজনী মানুহে সদায় নিবিষ্ট মনে কিবা পঢ়ি থকা। এয়ে সেই সৰু স্কুলখনৰ প্ৰধান শিক্ষয়িত্ৰী। নাম মীনাক্ষী দেৱী। বয়স পঁচত্ৰিশৰ ওপৰ নহ'লেও কম নহয়। সেইখিনিৰ মানুহে তেওঁক মীনা বাইদেউ বুলিয়ে জানে।

সন্ধিয়া সাৰে-সাতমান বাজিছে। হঠাতে বাহিৰৰ দুৱাৰমুখত কোনোবাৰে মতা গম পাই মীনাক্ষীয়ে দুৱাৰ খুলি দিলে। লগে লগে এগৰাকী প্ৰায় সমবয়সীয়া তিৰোতা সোমাই আহিল। মানুহজনী নব শকত। বহিবলৈ দি মীনাই পৰিচয় সুধিলে।

"মোৰ নাম কল্পনা বৰা। ১৫ তাৰিখৰ কাগজত দেখিলো আপোনাৰ এম্-ই স্কুলত হিন্দী শিক্ষয়িত্ৰী এগৰাকী লাগে। মই দৰ্খাস্ত নকৰি পোনে পোনে আপোনাৰ ওচৰলৈকে আহিলো। যদি অনুগ্ৰহ কৰি লয় মই প্ৰাৰ্থী হ'ব খোজো।"

"আপুনি কি উপাধি পাছ কৰিছে?"

"বিশাৰদ কেৱল। পাছে লক্ষীমপুৰৰ ভিতৰুৱা গাওঁ এখনত বহুদিন প্ৰচাৰৰ কামতো আছিলো। স্কুল কেইবাখনতো শিক্ষয়িত্ৰী হিচাপে কাম কৰা অভিজ্ঞতা আছে।"

"ভাল কথা। আমাক অভিজ্ঞতা থকা মানুহে লাগে। পাছে আপুনি ডিব্ৰুগড়লৈ আহিল কেতিয়া?"

"ইয়ালৈ অহাৰ আজি একসপ্তাহ হ'ল। মোৰ চিনাকি বান্ধৱী এগৰাকীৰ ঘৰতে আছো।"

"কালিলৈ স্কুল বন্ধ আছে। পৰহি আপুনি চাৰ্টিফিকেট আদি লৈ আহিব। কি হয় এটা ব্যৱস্থা হ'ব।"

মীনাৰ সহানুভূতি দেখি বন্দনা মনে মনে বৰ খুচি হ'ল। আৰু দুই চাৰিটা কথা-বতৰা হোৱাৰ পাছত বন্দনাই বৰ শকত গাটো ভাঁজ কৰি মীনাক এটি চালাম থুকিলে ; ইজনীয়েও প্ৰতিনমস্কাৰ দি বিদায় দিলে।

ৰাতি সাবে আঠ বাজিল। মীনাৰ ৰান্ধিবৰ সময় হ'ল। সাবে ন বজালে এৰুণ্টাৰ ভিতৰত ৰান্ধি বাঢ়ি তেওঁৰ খোৱা শেষ হ'ব লাগিব। চৰুত পানী বহাই দি বাস্কেট চাই দেখে যে তাত তিনিটা আলু আৰু এচকলমান কচু আছে। খুই-পথালি আনি তাকেই চাউলৰ লগত বহাই দিলে। ওচৰতে মুঢ়াটো পাৰি বহি আধৰুৱা আধ্যায়টো আকৌ খুলি ল'লে। গীতাৰ কৰ্ম-যোগ, ৩য় অধ্যায়। ভাতৰ চৰু ভুত্ ভুত্ কৰে উতলিবলৈ লাগিল। মীনা দেৱী নিবিষ্ট মনে কৰ্মযোগৰ মাজত সোমাই পৰিল। ইয়াত ফলাশক্তি ত্যাগ কৰি কৰ্ম কৰাৰ উপদেশ আছে। মীনা দেৱীয়ে এই আধ্যায়টো অনেকবাৰ পঢ়িছে। তথাপি যেন নতুন নতুন ৰস, নতুন নতুন ভাবৰ মোহিনী শক্তিয়ে প্ৰাণত সুখানুভূতি জগাই তোলে। ৯ম শ্লোকটোত তেওঁৰ বিশেষ চকু পৰিল।

যজ্ঞার্থাৎ কৰ্ম্মণোহন্যত্র লোকোহয়ং কৰ্ম্ম বন্ধনঃ।
তদৰ্থং কৰ্ম্ম কৌন্তেয় ! মুক্তসঙ্গঃ সমাচৰ ॥ ৯

যজ্ঞার্থে কৰা কৰ্ম্মত বাহিৰে আন কৰ্ম্মৰ দ্বাৰা ইহলোকত বন্ধন উপস্থিত হয়। এতেকে হে কৌন্তেয় ! তুমি ৰাগ ৰহিত হৈ যজ্ঞার্থে কৰ্ম কৰা। যজ্ঞার্থে কৰ্ম কৰা মানে পৰোপকাৰাৰ্থে, ঈশ্বৰাৰ্থে কৰ্ম কৰা। এই কৰ্মৰ বন্ধন নাই ; ইয়াত আত্মাৰ কল্যাণ আৰু জীৱৰ মুক্তি হয়।

মীনাই বাৰ বাৰ এই শ্লোকটো আবৃত্তি কৰিবলৈ ধৰিলে। যিমানে পঢ়ে সিমানে সোৱাদ বাঢ়িহে যায়। এনেতে দেখিলে ভাত তলিত লাগি গোন্ধ্ ওলাইছে। কিতাপখন লাহেকৈ থৈ তেওঁ খোৱাৰ দিহা কৰিলে।

মীনাৰ খোৱা অতি সাধাৰণ। কেতিয়াবা সদা লোণেৰেই এগাল খাই পাৰি থাকে। খাদ্য বস্তুৰ ভিতৰতো তেওঁৰ পছন্দ অতি আচৰিত ধৰণৰ। আন মানুহে হয়তো এইবাবে তেওঁক মগজুৰ দোষ থকা বুলি কব। কিয়নো দুধ, মাখন, ঘিঁ আদি নাখায় ; কণী, মাংস আদিৰতো নামেই নুশুনে। পিঁয়াজ আৰু জলকীয়া তেওঁ হাতেৰে নোচোৱে। মাছৰ ভিতৰত বৌ, কচ, ইলিচ আদি তেলাল আৰু পুষ্টিকৰবোৰ বাদ। এনেকি শাক-পাচলিৰ ভিতৰতো তেন্দি, পুৰৈ শাক, পালেং আদিলৈ তেওঁ ফিৰি নাচায়। আজা, পিটিকাই হ'ক বা ভজা, বজা বিয়েই নহওক মাছ এৰিবহে খাব। মুহুৰ্তি

তামোল নাখায়। কববাত শুকাই বখা এটি শিলিখা নাইবা এডোখৰ আমলকী ব্যৱহাৰ কৰে।

কেৱল খোৱাতেই নহয় পিন্ধন-উৰণ, চাল-চলন সকলোতে মীনাদেবীৰ এটা অদ্ভুত বিশেষত্ব আছে। ডাঠ খদ্দৰৰ বিহা-মেখেলা তেওঁ ব্যৱহাৰ কৰে। মূৰত কোনো সুগন্ধি তেল নলয় আৰু সদায় এজোৰ সাধাৰণ ক্লিপাৰ ভৰিত পিন্ধে।

বাহিৰত এইবোৰ যিমানেই সাধাৰণ বস্তু নেদেখোঁ লাগে তেওঁৰ ভিতৰখন কিন্তু আছিল অসাধাৰণ। যি কোনো মিটিঙত কবলৈ থিয় হ'লেই তেওঁৰ গুৰু-গম্ভীৰ ভাষা আৰু মুখৰ দৃঢ়তাই বাইজক জয় পেলাব পাৰিছিল। যি কামতে তেওঁ লাগে তাক কৰিহে এৰিছিল। সেই বাবে মানুহে তেওঁক লোহনাৰী বুলিছিল। পাছে আচৰিত কথা এই লোকে তেওঁক যিমানেই নিচিনক তেওঁ কিন্তু সকলোৰে পৰা নিজৰ প্ৰকৃত পৰিচয় গোপন কৰিছিল। আনে তেওঁক যিমানে কঠোৰ আৰু দৃঢ় মনা বুলি নাভাবক তেওঁ কিন্তু লোক-চক্ষুৰ আঁৰত কান্দিছিল—ব্যক্তিগত মনোবেদনাত ভাঙি পৰিছিল। সেইটো আছিল তেওঁৰ জীৱনৰ ডাঙৰ ৰহস্য।

যৌৱন কালতে এদিন জীৱনৰ মমতা এৰি, ভাই-বন্ধু, পতি-পুত্ৰৰ মায়া ত্যাগ কৰি কিবা দাৰুণ মনোবেদনাত আহত, মৰ্মাহত হৈ মীনাক্ষী আহি ওলাইছিল ডিব্ৰুগড় চহৰ। তেতিয়া এক মহিলা কৰ্মীৰ সাহায্যত তেওঁ ভিতৰুৱা গাওঁ এখনত এটি এল্ পি স্কুলৰ কামত সোমায়। তাত থাকি প্ৰাইভেটকৈ পঢ়ি মেট্ৰিক আৰু ইণ্টাৰমেডিয়েট পৰীক্ষা পাছ কৰে। তেওঁৰ বুদ্ধি আৰু যোগ্যতাৰ কাৰণে সেই মহিলা সদস্যা গৰাকীয়ে আনি টাউনৰ এই স্কুলখনত কাম দিয়ে। প্ৰথমে সহকাৰী হিচাপে কাম কৰি নিজৰ দক্ষতাৰ গুণেত প্ৰধান শিক্ষয়িত্ৰী হৈ মীনাক্ষীয়ে এইদৰে সকলোৰে শলাগ আৰু শ্ৰদ্ধাও আকৰ্ষণ কৰিব পাৰিছিল। কিন্তু মীনাক্ষীৰ আচল ঘৰ ক'ত, কোন মাক-দেউতাক আৰু কি কাৰণেই বা ইয়ালৈ আহিছিল এইবোৰ কথা কোনেও জানিব নোৱাৰিছিল।

প্ৰথমে বন্ধু-বান্ধৱী সকলে মীনাক সেইবোৰ কথা সুধি বৰ ব্যতিব্যস্ত কৰিছিল। কেতিয়াবা মিছা গল্প কৈ, কেতিয়াবা কৌশলেৰে আন বিষয়লৈ কথা ঘূৰাই আৰু কেতিয়াবা স্থান ত্যাগ কৰি হ'লেও মীনাই সেইবোৰ কথা গোপন কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু দুই এগৰাকী পৰম বান্ধৱীৰ ওচৰত

কেতিয়াবা মীনাক্ষীয়ে হুকহুকাই কান্দি উঠিছিল। তথাপি কেতিয়া-দিনে কোনো অৱস্থাতে মীনাৰ মুখত আচল কথা নোলাল। অৱশ্যে বান্ধৱী এজনীক মনোকষ্ট দিয়াতকৈ এইবোৰ কথা সুধিবলৈকে সকলোৱে এৰি দিছিল।

আজিকালি বন্দনা বৰা মীনাৰ বৰ লগ। আজিৰ পৰত বন্দনা প্ৰায়ে মীনাৰ ঘৰতে আছে। বন্দনা স্কুলৰপৰা কিছু দূৰত এঘৰ মানুহৰ ঘৰত থকা কৰিছে। সুখৰ দুখৰ বহু কথাই সিবিলাকৰ মাজত ওলায়। মাজে মাজে দুয়ো ব্ৰহ্মপুত্ৰৰ পাৰত ফুৰিবলৈও যায়। দুৰ্বিৰ ওপৰত বহি নদীৰ বহল পানীৰ মুক্ত তৰঙ্গমালা আৰু সিপাৰৰ দীঘল দীঘল পৰ্বতৰ শাৰীবোৰ চায়। সন্ধিয়া বেলিৰ মনোমোহা ৰূপ আৰু নদীৰ সোণালী পানীত তাৰ খেলা চাই দুয়ো চকু জুৰায়। আন্ধাৰ নামি আহিলে দুয়ো ৰিমৰিম মনে আকৌ ঘৰমুৱা হয়।

সেই দিনাখন ৰাতি ভাত-পানী খাই বন্দনা মীনাৰ ৰাহলৈ আহিছে। কাৰণ সন্ধিয়া নৈৰ পাৰত ফুৰোঁতে মীনাই গাটো বৰ ভাল নহয় বুলি কৈছিল; মনটোও বৰ বেয়া যেন দেখা গৈছিল। সেয়ে খবৰটো লৈ যাবলৈ তেওঁ আহিছে।

দুৱাৰখন মেলি সোমাই গৈ বন্দনাই দেখে মীনা দীঘল দি বিছনাত পৰি আছে। বুকুৰ ওপৰত খবৰৰ কাগজখন; মীনা প্ৰায় অৰ্ধনিদ্ৰিতা অৱস্থাত।

"কি, আপুনি শুই আছে?"

"অ', হয় বৰা! বহক।"

মীনাই উচাপ খাই উঠাৰ দৰে হাতখন বুকুৰ মাজৰপৰা উলিয়াই চকুৰ পানীবোৰ মচিবলৈ চেষ্টা কৰিলে। মাতটোও বৰ অস্বাভাৱিক যেন শুনা গ'ল। তেন্তে কি মীনাই কান্দিছে? বন্দনা আচৰিত হয়।

"আপুনি কি বেছি অসুখ পাইছে নেকি? ভাত-পানী খোৱা নাই?" সহানুভূতিৰে বন্দনাই প্ৰশ্ন কৰে। মীনাই একো উত্তৰ নিদিয়ে। লাহে লাহে তেওঁ উঠিবৰ চেষ্টা কৰে। বন্দনাই দেখে কিবা এটা বগা বস্তু, সম্ভৱ আঠ কাগজ এটুকুৰা নাইবা কিবা সৰু ফটো এখন মীনাই সাৱধানে বুকুৰ মাজত ব্লাউজৰ তলত সুমুৱাই ল'লে।

"আপুনি অকণ বহক বৰা! মই দাইলৰ অলপকৈ চাই আহোঁ।" মীনা পাকঘৰলৈ গ'ল। বন্দনাৰ মনত নানা কৌতূহলৰ সৃষ্টি হ'ল। মীনাৰ কি কাৰণে কি হৈছে? বৰ ৰহস্যময়ী নাৰী এইজনী! মনৰ কথা মুখেৰে প্ৰকাশ নকৰে। পাছ মুহূৰ্ততে আকৌ ভাবে বন্দনাৰো কেইটা বহু কথা গোপন কৰে।

বন্দনায়োতো নিজৰ প্ৰকৃত পৰিচয় আনৰ আগত ঢাকি ৰাখিছে। সেয়েহে মীনাক বন্দনাৰ দৰে হয়তো জীৱনটো কিবা ৰহস্যপূৰ্ণ, কিবা প্ৰহেলিকাময় হ'ব পাৰে।

বিছনাত পৰি থকা দৈনিক বাতৰিখন বুটলি আনি বন্দনাই এনেয়ে চকু ফুৰায়। কাগজখন কেইবাদিনো আগৰ। ওপৰৰ পৃষ্ঠাতে বৰ বৰ হৰফত লিখা আছে—"অসম বিধানসভাৰ ৩য় বৈঠক।" তলতে এটা সুন্দৰ ডাঙৰ গ্ৰুপ ফটো। তলত লিখা আছে—"স্পিকাৰ শ্ৰীদলৈৰ মুখখন কিছু উত্তেজনা-পূৰ্ণ দেখা গৈছে।" সদস্যসকলৰ মাজত নানা তৰ্ক-বিতৰ্কৰ তুমুল সংঘৰ্ষৰ কথা বৰ্ণনা কৰা আছে। সেইবোৰলৈ বন্দনাৰ মন নগ'ল। কিন্তু হঠাতে এটা নতুন চিন্তা মনত খেলোৱাত কপালখন কোচ্ খাই উঠিল। চকু যুৰিয়ে কেৱল কিবা সন্ধান বিচাৰি সেই স্পিকাৰ দলৈৰ ফটোখনৰ ওপৰত স্থিৰ হৈ ৰ'ল। এই মানুহজন বন্দনাৰ চিনাকি যেন লাগে। আধ্ বয়সীয়া মানুহজন; বেচ্ তেজপোৱা মুখখন; দুইকাণে কাণৰ কাষত অলপ চুলি পকিছে। চকু দুটা উজ্জ্বল। হাত ভৰিও নহ্ পহ্ কৰে। সুন্দৰ পলস্তা মানুহজন। বন্দনাই বহুপৰ একে থৰে চাইও একো থিৰ কৰিব নোৱাৰিলে। শেষত এনেয়ে কাগজখনৰ আঁত ভাঁত চকু ফুৰাই থাকিবলৈ ধৰিলে। এনেতে মীনা আহি ওচৰত বহিল।

"আজি খবৰখিনি বৰ কেঁচা। বুজিছে বাৰু?"

ধোঁৱাই ধৰা মানুহৰ দৰে কাপোৰেৰে চকু মচি মচি মীনাই কয়।

"দাইল কোন বিধ সজাইছে পিছে?"

"মগু দাইল। মই আকৌ আনবোৰ দাইল সিমান ভাল নাপাওঁ।"

"এৰা, আপোনাৰ খোৱাটো একেবাৰে নতুন ধৰণৰ। পাছত এতিয়া গাতো কেনে পাইছে? মই খবৰ লওঁ বুলিহে ওলাই আহিলো।"

"কিছু ভাল পাইছো। এনেকৈ মাজে মাজে মোৰ মূৰটো বৰ বেয়া লাগে। তেনে বিশেষ অসুখ একো নহয়।"

"হওক। ভগৱানে সেইটো নকৰক!"

এনেয়ে কাগজখন লাৰি-চাৰি থাকি ঘপহ্কৈ বন্দনাই এটা প্ৰশ্ন কৰি পেলালে।

বাৰু, "আপুনি এই মানুহজন কোনো চিনি পায় নে?" স্পিকাৰ দলৈৰ ফটোখনত আঙুলি দি বন্দনাই মীনাৰ চকুলৈ চায়। মীনা এক মুহূৰ্তৰ বাবে অপ্ৰস্তুত হৈ গ'ল। কি কয়, কি নকয় উচপচ্ খচমচ্ লাগি পৰিল। কিন্তু

পাছ মুহূৰ্ত্তত আত্মসম্বৰণ কৰি উত্তৰ দিলে।

"কোন মানে? সেইজন বিধানসভাৰ অধ্যক্ষ নহয় জানো?"

"অ' নহয়। মই সুধিছোঁ আপুনি মানুহজন ক'ৰ, কি কথা বিশেষকৈ জানে নেকি?" বন্দনাই তাইৰ প্ৰশ্নটো কিছু পৰিষ্কাৰকৈ কয়।

প্ৰথমে কি যেন এটা আবেগতে কবলৈ গৈ পাচত সংযত হৈ লৈ মীনাই কয়।

"বিশেষ পৰিচয় মই কেনেকৈ জানিম বৰা! কাগজে-পত্ৰই আপুনি যিমান জানে ময়ো সিমানকো জানো। তথাপি মানুহজন গুৱাহাটীৰে কোনোবা খিনিৰ বুলি মই জানো।"

"গুৱাহাটীৰেই! এৰা! মই........।"

"কি! আপুনি দেখোন বৰকৈ ভাবিছে কিবা?"

"বাৰু, যাওক সিবোৰ কথা! মই অন্য এজন মানুহৰ কথাহে ভাবিছিলোঁ।"

"অন্য মানে? কথাটো একো নুবুজিলোঁ। খুলি নকয় কিয়?"

"নাই নালাগে। সেইবোৰ বহুত কথা কেতিয়াবা ক'ম বাৰু।"

বন্দনাই বহাৰ পৰা উঠৈ আৰু যাবলৈ উদ্যত হয়। মীনাও দুৱাৰমুখলৈ ওলাই আহে। কেইখোজমান গৈ বন্দনাই আকৌ ঘূৰে।

"এঃ আপোনাক কথা এটা সুধিবলৈ পাহৰিয়ে গৈছিলোঁ।"

"কি কথা?"

"এই পুজাৰ বন্ধত চিলঙলৈ যাব খুজিছোঁ। আপুনিও মোৰ লগত ওলাব নে?"

বৰ আগ্ৰহেৰে বন্দনাই মীনাৰ মুখলৈ চায়। নিমেষৰ ভিতৰতে মীনাৰ মুখত হাজাৰটা ভাবৰ ঢৌ খেলি গ'ল। অকণমান মৌন যেন দেখি বন্দনাই আকৌ জোৰকৈ ধৰিলে। মীনাই শেষত মন্তব্য দিলে যে কথাটো অন্ততঃ ভাবি চাব লাগিব। হওতে চিলংখন তেওঁৰো চাবলৈ সদায় হেপাহ আছে। বন্দনাই বিদায় ল'লে। মীনাদেৱী দুৱাৰখন ভালকৈ জপাই লৈ লেম্পটো অলপ বেছিকৈ জ্বলাই দি বহিল।

বুকুৰ মাজৰ পৰা সৰু ফটোখন উলিয়াই লৈ খবৰৰ কাগজত থকা মৃণাল দলৈৰ ফটোৰ লগত ধৰিলে। দুয়োখন ফটো একেজন মানুহৰে। কিন্তু এখন ডেকা বয়সৰ। মৃণালে এই ফটোখন বিয়াৰ পাছতে মিনতীক উপহাৰ দিছিল। তেন্তে এই ফটো মীনাক্ষীদেৱীৰ হাতত পৰিল কেনেকৈ? পাঠক! সেই কথা

নকলেও হ'ব যে এই মীনাক্ষী আন কোনো নহয়—'মিনতীহে'।

মৃণালৰ উপহাৰ আছিল কেঁতিয়াবা দুটা ফুল, কেঁতিয়াবা এখন কিতাপ আৰু কেঁতিয়াবা দিবলৈ একো নাথাকিলে মিনতীৰ মূৰত হাত বুলাই কয়—

"মীনু! তোমাক দিবলৈ নো মোৰ কি আছে? এই গোটেই মানুহজনে তোমাৰ। মোকেই তুমি উপহাৰ হিচাপে লোৱা।"

মীনা আৰু থিৰেৰে থাকিব নোৱাৰিলে। ঝৰ্ ঝৰ্ কৈ বৈ আহি চকুপানী-বোৰ ফটোৰ ওপৰত পৰিল! ফটোখন বুকুৰ মাজত সাৱঁৰি লৈ মীনা থৰ্-থৰ্ কৈ কঁপিবলৈ ধৰিলে। তাই ভীষণ ভুল কৰিছে। তাইৰ এই অন্যায়ৰ বাবে ঈশ্বৰেও তাইক ক্ষমা কৰিব নোৱাৰে। অনেক বেলি আপোন মনে কান্দি কান্দি মীনা বিছনাতে পৰি থাকিল।

অতীতৰ বহু কথাই তাইৰ মনত ভুমুকি মাৰিলে। এদিন মৃণালে কাৰ্য্যা-স্তৰত যোৱাৰ সময়ত মিনতীক বুকুৰ মাজত সাৱটি ধৰি কৈছিল—"ভগবান্ সাক্ষী মীনু! আমি পৰস্পৰে কিমান গভীৰ ভালপোৱাত আবদ্ধ।" সিদিনাৰ সেই মুহূৰ্ত্ত আৰু আজিৰ এই ব্যৱধান? মীনাৰ কাণত যেন আৰু বাজি উঠিল মৃণালৰ কথা—

"কিন্তু জগতত প্ৰেমৰ অভাৱ নাই মীনু! অতি ভালপোৱাত অতি বিপদো আছে। মই ভাবো, প্ৰেম কৰাতকৈ প্ৰেম ৰক্ষা কৰাটোহে বেছি টান।"

মীনাৰ বুকুত যেন কোনোৱে এটা ডাঙৰ আঘাত কৰিলে। কি নিৰ্ম্মম ভৱিষ্যদ্বাণী! সচাঁকৈয়ে মৃণাল অসাধাৰণ পুৰুষ। মীনাৰ কপাল বেয়া যে তাই সেই দেৱতাক নিচিনিলে। তাই নৰকৰ কীট। কোনো এগৰাকী অচিনাকি নাৰীৰ চিঠি এখনতে তাই এইহেন স্বামীক ভুল বুজিলে! কোনে জানে যে সেই চিঠি জাল নহয়! অন্ততঃ তাই সেই কথাৰ সত্যতাতোও প্ৰমাণ কৰি চাব পাৰিলেহেঁতেন! তেন্তে মৃণাল দোষী হ'ল কেনেকৈ? ভুল, সমস্ত ভুল মীনাৰ। মীনাৰ মহাপাপেৰে সেই দেৱতাৰ দুখময় জীৱনত আকৌ অগ্নি সংযোগ কৰা হৈছে। কিন্তু অগ্নিদগ্ধা হৈ যেনিবা সুবৰ্ণ অধিকতৰ উজ্জ্বলহে হ'ল। "হে ভগবান্! তেওঁৰ মঙ্গল কৰা। মোৰ মূৰতে বিশ্বৰ যত দুখ, যত পাপ আছে জাপি দিয়া। কিন্তু প্ৰভু! সেইজনাৰ অন্তৰত শান্তি দান কৰা।"

মীনাৰ আৰু শোৱা নহ'ল। দুখ-শোকে জৰ্জ্জৰিত হৈ তেনে কৈয়ে পৰি থাকে।

( ৩৫ )

পাঠক ! এইবাৰ আমি বহুদিনৰ মূৰত পঞ্চপুৰলৈ যাওঁ বলক।

এই গাওঁৰ আজিকালি বহুত পৰিৱৰ্ত্তন হৈছে। হবৰেই কথা ; কালৰ লগে লগে মানুহৰ উত্থান-পতন হয় ; ঘৰ-দুৱাৰ, ৰীতি-নীতি, স্বভাৱ-ৰুচি সকলোতে পৰিৱৰ্ত্তন ঘটি থাকে। কাল-চক্ৰৰ তলত কোন কেতিয়া তল, কোন ওপৰ হয় ; কাৰ উন্নতি কাৰ অৱনতি আহে—তাক কোনে টান।

এদিন মৃণাল দুৰ্দ্দশাগ্ৰস্ত হৈ তাৰ পৈত্ৰিক ভেটিটো বন্ধকত থ'লে। সেই মাটি আৰু সি মোকোলাব নোৱাৰিলে। ভাই-ভনী, চেনেহী জননী সকলোকে এৰিলে। এনেকি প্ৰিয়তমা পত্নীৰ পৰাও প্ৰতাৰণা পাই মৃণালে আৰু সেই ফালে মুখ নুঘূৰালে।

নিৰ্ম্মলে যেতিয়া দেখিলে যে মৃণালে তাৰ সম্পত্তি মোকোলোৱাৰ আশা নাই তেতিয়া এদিন নিৰ্দ্ধাৰিত সময়ৰ আগতে মহাজনৰ হাতত মৃণালৰ ধাৰখিনি গুজি দি আহিল। মহাজনে প্ৰথমে আপত্তি কৰিছিল মাটিখিনি পোৱাৰ লোভত। কিন্তু নিৰ্ম্মলে ধমকি দি ক'লে যে তাৰ ভাইৰ অৱস্থা বেয়া হ'লেও নিৰ্ম্মল মৰা নাই। মৃণালৰ মাটি মৃণালৰে থাকিব। সি মাত্ৰ মোকোলাইহে থয়।

তাৰ পাছতে মৃণালৰ ভগা জুপুৰিৰ ঠাইত উঠিল নিৰ্ম্মলৰ পকা ঘৰ। মানুহে কেতিয়াবা সুধিলে কয়—মাটিনো কোনে লগত নিব ? যদি মৃণালে বিচাৰে তাক যি লাগে টকাকে দিব নাইবা আন ঠাইত মাটিকে কিনি দিব। কিন্তু ভিতৰি ভাব এই যে মহাজনৰ পৰা নোমোকোলালে মৃণালে মাটি পায় ক'ত ?

সি যি নহ'ক নিৰ্ম্মল-বিভূতাহঁতৰ দিন বৰ সুখত যাবলৈ ধৰিলে। তাকে চাই চুবুৰীয়া মানুহৰ আগত বিভূতাই কয়—"দেখিলানে পাপৰ পৰিণাম ? বংশক হিংসা ৰেটীহঁতৰ বংশই নাশ হ'ল। এজনী গ'ল মৰি, এজন পলাল ; আনজনী আকৌ মৰিলেই নে হজিলেই কবৰাত ইয়ত্বা নাই। যিজন আছিল সিও বাপেৰে ঘৰ মাটি এৰি যাবলৈকো ভং নাপালে।" এনেবোৰ কথাত মুখেৰে নামাতিলেও মানুহে মনে মনে বৰ দুখ পাইছিল। কিয়নো চেনেহী

মুখোলাহ'তক সকলোৱে জান পাইছিল।

বিতৃষ্ণাৰ ল'ৰা-ছোৱালীও এজাক। মানুহে কয় কলিত বহু-পুত্ৰী হোৱা মহাপাপ। এনেবোৰ মন্তব্য কথা মানুহক বিতৃষ্ণাই গা ধুই উঠি সদায় শাও দিয়ে ; আৰু কয় যি নিৰ্ব্বংশ, লাওমুৰা, সেই চকু চৰহা কোনো মহাপাপীয়েহে এইবোৰ কথা উলিয়াইছে। এইদৰে দিনে-ৰাতিয়ে কথাই অকথাই বিতৃষ্ণাৰ ৰৰাই বচন, গৰ্ব্বৰ আস্ফালন মানুহে প্ৰায়ে শুনি থাকিবলগা হয়।

উগ্ৰবল নিৰ্ম্মলৰ ডাঙৰ ল'ৰা তিনি-চাৰি বাৰ মেট্ৰিক ফেইল মাৰি সি পিতাকক ক'লে যে চিলং নাইবা গুৱাহাটীত নিদিলে সি আৰু নপঢ়ে। উগ্ৰবল যে উগ্ৰবলেই। তাৰ কথাৰ অন্যথা কোনেও কৰিব নোৱাৰে। আজচোৱাত বিতৃষ্ণাৰ গালি-শপনি আৰু মাৰকিল খায়ে সি ডাঙৰ হ'ল। এতিয়া বিতৃষ্ণাই তাক তই বুলিবই নোৱাৰে। সি ওলোটাইহে মাকক চকু চেলাই থৰে। এদিন পাঁচ টকা খোজোতে মাত্ৰ দুই টকা দিয়াত উগ্ৰবলে ৰুদ্ৰমূৰ্ত্তি ধৰি বিতৃষ্ণাৰ মুখতে মাৰি দিছিল। সেয়ে বিতৃষ্ণা উগ্ৰবলৰ আগত সদায় চুপ্। এতিয়া উগ্ৰবল ঘৰৰপৰা বাহিৰত যাব খোজাত বিতৃষ্ণা যেনিবা মনে মনে খুচিহে হ'ল।

চিলঙত উৎপলৰ ঘৰতে থাকি উগ্ৰবল পঢ়াৰ ঠিক হৈ গ'ল। প্ৰথমে মাহিলি পঞ্চাশ টকাকৈ নিৰ্ম্মলে দিছিল। কিন্তু তাৰে নহয় বুলি কোৱাত চাৰি কুৰিকৈ দিবলৈ ঠিক হ'ল। উগ্ৰবল উদগ্ৰগতিৰে চিলঙৰ পৰ্ব্বত-পাহাৰ একাকাৰ কৰি মনৰ সুখত ঘূৰি-পকি ফুৰাত লাগিল। তাৰ বন্ধু-বান্ধৱ ঢেৰ হৈ পৰিল। সিবিলাকক চাহ খুওৱা, চিনেমা দেখুৱা, এনেকি কেতিয়াবা নগদ ৰূপ দি আৰু ঘূৰাই নাসাধা এটা তাৰ বাবুৱানি স্বভাৱ গঢ় উঠিল। এইবোৰত বন্ধুৰে ৰাঃ ৰাঃ পালে অক আৰু একো নালাগে।

উৎপলে প্ৰথমে ভতিজাকৰ স্বভাৱত বাধা দিবলৈ চাই দেখিলে যে নিজৰহে সন্মান ৰখা টান হৈ পৰে। দিনে-ৰাতি নানা ৰজৰুৱাৰ আড্ডা হোৱাত খুৰীয়ে-কৰো মূৰৰ বিষ উঠিল। পিছত এদিন নিৰ্ম্মলৰ পৰাহে চিঠি আহিল যে উগ্ৰবলৰ নামৰ টকা চাৰিকুৰি কৈ থাই থাই তাক এপইচাও খৰচ নিদিয়াটো বৰ অন্যায় হৈছে। উৎপল ককায়েকৰ এই চিঠিত বৰ মৰ্ম্মাহত হ'ল। পাছ দিনা পুৱা উগ্ৰবলক এই কথা সুধিম বুলি থিৰ কৰিলে। কিন্তু সেই সুবিধা হোৱাৰ আগতে উগ্ৰবলে বিছনা-পত্ৰ বান্ধি ককাইলৈ গুচি গ'ল। তাৰ এনে ব্যৱহাৰত খুৰাক আৰু খুৰীয়েক দুয়ো বৰ আঘাত পালে। কিন্তু পালে কি হ'ব ? নিৰ্ম্মল-বিতৃষ্ণাই পুত্ৰেকৰ কথাকে মুঠি মাৰি ধৰি তলে তলে বৰ

বিৰাগ হৈ উৎপলক বেলেগ কৰি দিলে। মাটি-বাৰী ভাগ হৈ গ'ল। কিন্তু ঘৰ বা টকা-কড়ি উৎপলক এপচো দিয়া নহ'ল।

ইফালে উগ্ৰবলে স্বাধীনভাৱে ঘৰভাড়া কৰি অকণ্টকা স্বৰ্গৰাজ্য ভোগ কৰিবলৈ ধৰিলে। নিৰ্ম্মলৈ এশ, ডেৰশৰ পৰা ক্ৰমে দুশ, আঢ়ৈশলৈকে টকাৰ বিল বাৰ্ধলৈ ধৰিলে। প্ৰথমে ভাই-বন্ধু পোৱা ধনৰ আনন্দত নিৰ্ম্মলেও একো কেৰেপ্ নকৰিছিল। কিন্তু লাহে লাহে তাৰো মূলধন শেষ হৈ আহিল। উগ্ৰবলে সেইবাৰ মেট্ৰিকটো কেনেবাকৈ সৰকিল।

এতিয়া আৰু উগ্ৰক পায় কোনে? উগ্ৰ আগতকৈ অত্যুগ্ৰ হৈ উঠিল। সি লাহে লাহে মদত ধৰিলে। সেই ফেৰা বস্তুত বেছিকৈ মতলীয়া হৈ পৰাৰ লগে লগে সি তাৰ তলৰ থাপলৈ নামি গ'ল। মেটৰ, ঝাবুৱালা, কুলি আদিৰ গেলা-জঘন্য ঠায়ে ঠায়ে উগ্ৰবলৰ উগ্ৰতেজৰ পৰিচয় বিয়পিবলৈ ধৰিলে। ইফালে পুতেকে কলেজত পঢ়ি হাকিম হ'ব বুলি বাপেকে শই শই টকা দি দোকানৰ মূল পুঁজি একেবাৰে নোহোৱা কৰিলে। এদিন সচাঁকৈএ নিৰ্ম্মলৰ দোকানৰ দুৱাৰত ডাঙৰ তলা ওলমিল।

উগ্ৰবল চিলঙত এটা নামজাদা গুণ্ডা। তাৰ ভয়ত সাধাৰণ মানুহৰ কথাই নাই ভদ্ৰ-সম্ভ্ৰান্ত পৰিয়ালতো এটা আতংকৰ সৃষ্টি হ'ল। সি ক'ত থাকে কি কৰে তাৰ একো পত্তা নোহোৱা হ'ল। ইমানতো উগ্ৰবল নিৰ্ম্মলৰ চকুত কলেজীয়া ছাত্ৰই হৈ আছে। দুখৰ বিষয় এদিন বিল মতে টকা দিব নোৱাৰাত উগ্ৰবল আহি হাজিৰ হ'ল আৰু মাক-বাপেকক নানা কদৰ্থনা কৰিবলৈ ধৰিলে। তাকে শুনি বিতৃষ্ণাই ক'লে—

"বোপা! তোৰ বাবেই দেখোন দোকান বন্ধ হ'ল। এতিয়া পঢ়ি শুনি তই আমাকেই টান কথা কৰ নে?"

উগ্ৰবল এই কথাত জ্বলি উঠিল। সি মুখেৰে ভৎসনা কৰি কোবেৰে গৈ বিতৃষ্ণাৰ অলঙ্কাৰৰ চন্দ্ৰকটো দাঙি লৈ আহিল।

"তহঁতে টকা দিব নোৱাৰ যদি কিয় চিলঙলৈ পঠাইছিলি? চাওঁচোন বাৰু, টকা ওলায় নে নাই!"

জোৰেৰে মজিয়াতে আফাল মাৰি দিয়াত চন্দ্ৰক ফালি তাত থকা বিতৃষ্ণাৰ গহনাবোৰ ওলাই পৰিল। উগ্ৰই সেইবোৰ মোটাই লৈ ধৰফৰকৈ বেগেৰে প্ৰস্থান কৰিলে। নিৰ্ম্মলে পুতেকৰ এই কাৰ্য্যত অলপো বাধা দিব নোৱাৰি ৰৈ থাকিল। বিতৃষ্ণাও ভয়তে মুখখন আন্ধাৰ কৰি হৈছিল। কিন্তু যেই

উগ্রবল হৈ চকুৰ আঁতৰ হৈ পৰিবলৈ বিচৰা মাটিত বাগৰি বাগৰি চিঞৰিবলৈ ধৰিলে। তাই একো উপায় নেপাই নিৰ্ম্মলক পাৰে মানে গালি পাৰিলে।

"আই ঐ! বোপাইহঁত ঐ! মই বিহ খাই মৰিম ঐ। এই বুঢ়া ভূত-টোৱে পুতেকক মাতিবই নোৱাৰিলে ঐ। এইটো নপুংসক ঐ। চকুৰ আগতে মোৰ সকলো লুটি লৈ গ'ল আইহঁত ঐ।"

বিছুৰাৰ চিঞৰ-বাখৰ শুনি কিবা চুৰি ডকাইটি হোৱা ভাৱত চাৰিওফালৰ মানুহ গোট খালে। পাচত কিন্তু যি জানিব পাৰিলে সি অন্যহে। ঘৰিয়াল্লৈ ধৰা ধোবাক ৰক্ষা কৰিবলৈ যোৱা মানুহৰ দৰে আটায়ে গুচি গ'ল। সেই দিন ধৰি নিৰ্ম্মলৰ ঘৰত অভাৱ অনাটনে লাহেকৈ মূৰ দাঙি উঠিল।

উগ্রবলে সোণৰূপৰ গহনাবোৰ বিক্ৰি কৰি মহানন্দে নিজৰ ব্যৱসায় চলাবলৈ ধৰিলে। এইদৰে নিৰ্ম্মলেও কেবামাহলৈ তাৰ ভাগিদাৰ পৰা হাত সাৰিল। কিন্তু এমথা ল'ৰা-ছোৱালীৰ পোহপাল দিয়াটোও বৰ কঠিন কাম। এদিন নিৰ্ম্মলে বাধ্য হৈ মৃণালৰ পৰা লোৱা মাটি আৰু তাত থকা পকা ঘৰটো বিক্ৰী কৰি দিলে। সেই পইচাৰে তাৰ কেইমাহমানৰ খোৱা খৰচ আৰু বাকী কেইশ-মান টকাৰে সি তাৰ বন্ধ হোৱা দোকানখন চুৰ্‌চুৰীয়াকৈ হ'লেও আৰম্ভ কৰিম বুলি ভাবিছিল। কিন্তু সি হৈ নুঠিল।

ইতিমধ্যে উগ্রবলৰ ধনৰ বল কমি আহিল। এনেতে কিবাস্বৰূপে সি খবৰ পালে যে বাপেকৰ হাতত ঘৰ বেচা টকা গোট খাইছে। তৎমুহূৰ্ত্তে উগ্রবল আহি ঘৰ উঠিল। সি মিছাকৈয়ে আই. এ. পৰীক্ষাৰ ফিজ দিব লাগে বুলি বাপেকক দাবী কৰিলে। নিৰ্ম্মল সেই টকা দিবলৈ মুঠেই ৰাজি নহয়। উগ্রবলেও কোনো মতে নেৰে। অন্ততঃ এই চুক্তিত নিৰ্ম্মলে টকা দিবলৈ বাধ্য হ'ল যে উগ্রবলে আই. এ পৰীক্ষা দিয়াৰ পাছত আৰু নপঢ়ে; আৰু বাপেকৰ দুখ গুচাবলৈ সি চাকৰি কৰিব; তেহেলৈ পৰীক্ষাত পাছ কৰক বা নকৰক। বেচাৰা নিৰ্ম্মলৰ পিতৃ হৃদয়। সি টকা নিদি পাৰে কেনেকৈ? কোৱা বাহুল্য যে উগ্রবলে কাহানিবাই পঢ়া-শুনা বাদ দি থৈছে। এই যাত্ৰাতো ৪।৫শ টকা সৰকাই সি পলাই দিলে।

আকৌ কেইটামান মাহ নিৰ্ম্মলৰ কাটি গ'ল। আজিকালি বিছুৰা বৰ বেছি চিঞৰ-বাখৰ নকৰে। তাই দেখিছিল ক্ৰমশঃত দিনে দিনে এটা যেন পৰিবৰ্ত্তন আহি দেখা দিছে। এদিন তাই নিৰ্ম্মলক ক'লে যে পঞ্চ এখনকে কিনি দি দোকানত বহিবলৈ লাগে। সেই অৰ্থে হাতত থকা তাইৰ শেষ সম্বল

সোণৰ চুৰিয়োৰ বন্ধকী দিলে। নিৰুপায় নিৰ্ম্মলেও তাকে বেচি টকা দুশ যোগাৰ কৰিলে।

কিমলৰ জ্বৰ সাত আঠ দিন হ'ল নুঠেই নিছিলে। বিতুকাই ক'লে এজন ভাল ডাক্তৰ নলগালে নহয়! টাউনৰ ডাক্তৰ গাঙ্গুলি আহি ক'লে যে জ্বৰ টাইফয়েড্। নিৰ্ম্মলৰ মূৰ ঘূৰি গ'ল। চাৰিছ দিনৰ ম্যাদ দি টকা ডেৰ কুৰি ভিজিট্ লৈ ডাক্তৰ গুচি গ'ল। নিৰ্ম্মলে ধন ভাঙি ঔষধ পথ্য বিচাৰি বাতিক দিন কৰি ঘূৰিব লগা হ'ল। ইফালে এমাহতে তাৰ টকা খতম্। সিমানেই নহয় তাৰ পেট মোচা মৰমৰ জীয়েক জনীয়েও এদিন লাহেকৈ বিছনা ল'লে। এতিয়া বিতুকাৰ বিলাই চায় কোনে? দুটা সমানৰ টান টাইফয়েড্ ৰোগী। হাতত নাই এটা পইচা! ভাবে চিন্তাই তাইৰ মুখ শুকাই টেমি যেন হ'ল।

সেইদিনা বাতিলৈ চৰুত বহাবলৈ চাউল এটাও নাছিল। এয়ে প্ৰথম অন্নৰ হাহাকাৰ নিৰ্ম্মলৰ ঘৰত দেখা দিলে। তাৰ গা আতঙ্কত কঁপি উঠিল। বিতুকাই থৰাছিটো লৈ খুৰী-শাহুৱেকৰ ঘৰত উপস্থিত হ'ল। শাহুৱেকে বৃদ্ধ, কক্ বেমাৰী গিৰিয়েকৰ পৰিচৰ্য্যাত আছিল। তাইৰ ঘৰতো যথাৰ্থতে অভাৱ। নিৰ্ম্মলৰ অপুত্ৰক খুৰাদেৱেকৰ ঘৰত ডেকা দিনত কোনো বস্তুৰ অভাৱ নাছিল। কিন্তু বৃদ্ধ, অকৰ্ম্মণ্য হৈ অহাৰ লগে লগে সকলো বেচি কিনি খাই সাং কৰিলে। আজি তেওঁৰ অৱস্থাও পানীত হাঁহ নচৰা। এই হেন দুৰ্দ্দিনত হঠাতে বিতুকা সেইদৰে চাউলৰ বাবে হাজিৰ হোৱাত খুৰীয়েকে দিব নোৱাৰে বুলিয়ে ক'লে।

"ও! দিব নোৱাৰিবিতো! ভাল দিনত খাবলৈ পাই আমুকীৰ ঘৰৰ পৰা নুঠিছিলিয়েই। এতিয়া নো তাইক কোনে ফিৰি চাবি?"

মুখখন বিকটাই হাত ভৰি জোকাৰি বিতুকা বেগেৰে প্ৰস্থান কৰিলে। আহিয়ে ঘৰত নানা গালি-শপনি পাৰি খুৰী-শাহুৱেকৰ কাণ ঘোলা কৰিবলৈ ধৰিলে। নিৰ্ম্মলে তাইৰ বৰ আস্ফালন দেখি বুজাবলৈ ধৰিলে যে "ঘৰত দুটা টান বেমাৰী; এনেখন নকৰিবিহক।" তাই একোতে যেন নাথামেহে। অৱশেষত নিৰ্ম্মলেই লাহেকৈ ঘৰৰ পৰা আতঁৰি গ'ল।

পয়ছাদিনাখন ভূঁই মাটি এপুৰাকে বন্ধকত থৈ নিৰ্ম্মলে গাওঁৰ মাখোৱাৰা ঘৰৰ পৰা টকা কিছু আনিলে। তাবে তাৰ খোৱা আৰু চিকিৎসাৰ কাম সমানে চলিবলৈ ধৰিলে। চৌদ্দ দিনৰ মূৰত কিমলৰ জ্বৰ এৰিলে কিন্তু তাৰ কাণদুখন একেবাৰেই কলা হৈ গ'ল। মুখৰ ওচৰত চিঞৰি ক'লেও সি

একো নুশুনে ; মাত্ৰ এনেয়ে ফেল্‌ফেল্‌কৈ চাই অলপ হাঁহে। সিকালে পোন্ধৰ দিন কষ্ট ভুগি সৰু ছোৱালীজনী সিপাৰেই হ'ল। নিৰ্ম্মলৰ বুকুত কান্দোনৰ ৰোল উঠিল।

দিন যাবলৈ ধৰিলে। মৃত্যুৰ দুখ লাহে লাহে আঁতৰিবলৈ ধৰিছে। কিৰণো কিছু সৰল হৈ উঠিল। বিভূকাই এটা মাত্ৰ স্বস্তিৰ নিশ্বাস পেলাইছে। এনেতে এদিন আহিল এখন টেলিগ্ৰাম। চিলঙৰ পৰা উৎপলে টেলিগ্ৰাম কৰি জনাইছে যে উগ্ৰবলৰ সাংঘাতিক ৰকমে খুন হৈছে আৰু সি আসন্ন মৃত্যুমুখত। বৰ্ত্তমানে সি ৰবাৰ্ট হস্পিটালত। নিৰ্ম্মল ঠাইতে মূৰ্চ্ছিত হৈ পৰিল। বিভূকাই হুৰাও বাৰে চিঞৰিবলৈ লাগিল। এৰা! এই ঘৰখনত বিধাতাৰ কিবা কোপদৃষ্টি পৰিছে। চুবুৰীয়া মানুহৰ মুখত বিষাদৰ ছাঁয়া।

সাপৰ দেগৰীয়া ভাঁজে ভাঁজে মটৰখন অঁকাই প'কাই যোৱাত যাত্ৰী বহুতেই হক্ হক্ কৰে বমি কৰি দিছে। পৰ্য্যৱেক্ষকৰ উঠা নমা পৰ্ব্বতমালা আৰু খণ্ড-বিখণ্ড মেঘৰ আৱলি চাই বন্দনাৰ প্ৰাণত কিমান আনন্দ! মাজে মাজে মিতোপন সৰল গছৰ শাৰী দেখি মীনাৰ গাত খুচি দি বন্দনাই আবেগ প্ৰকাশ কৰে। মীনা কিন্তু কিহৰ যেন ধ্যানত মগ্না! হঠাতে ওপৰৰ পৰা খল্ খল্ কৈ পৰি থকা জলপ্ৰপাত দেখি বন্দনা উত্ৰাবলী হৈ উঠে। মীনাদেৱীও উচাপ্ খাই উঠে সঙ্গিনীৰ চিঞৰত—যেন টোপনিৰ পৰাহে সাৰ পায়। গোঁ গোঁ কৰি দীঘল চৰকাৰী গাড়ীখন তীব্ৰগতিত উঠি যাবলৈ ধৰে। আনন্দৰ আতিশয্য কমি গ'লে যাত্ৰীৰ মাজত নীৰৱতা বিৰাজ কৰে। মাত্ৰ গাড়ীৰ শব্দ-টোহে সকলোৰে কাণত বাজি থাকে।

"আৰু বেছি দূৰ নাই বন্ধু!"

কোনো নতুন যাত্ৰীক তাৰ বন্ধুৱে সংকেতধ্বনি শুনায়। বন্দনা আৰু মীনাইও তাকে আগ্ৰহেৰে শুনে। তেন্তে আৰু নামি পৰিবই লাগিব? মীনাৰ যেন কিবা বিপদ এটাহে ওচৰ চাপিলহি! কি যেন এটা অজানিত আশঙ্কাই মীনাৰ স্নায়ুমণ্ডলত আলোড়ন তুলিছে! ই সুখৰ নে দুখৰ— হৰ্ষৰ নে বিষাদৰ? মীনাৰ মন-পখী কোন ৰাজ্যত বিচৰণ কৰিছে তাক কোনে কব!

ষ্টেশ্যনত গৈ গাড়ী থামি গ'ল। ভুৰ্ ভুৰ্ কৰে সকলো যাত্ৰী নামি পৰে। গছৰ মূঢ়া হৈ বহি থকা মীনাক গাৰ কাপোৰত ধৰি বন্দনাই টানি আনে। স্বপ্নোত্থিতাৰ দৰে থৰ্ বৰ্ কৈ নামি পৰি মীনাই বন্দনাৰ লগত আগবাঢ়ি যায়। আজি মীনা যেন এটা ৰেলৰ ডবা, বন্দনা ইঞ্জিনটোৱে টানি লৈ ফুৰাব লগা হৈছে। মীনাৰ মুখত কথাও নাই, অকণ হাঁহিও নুফুটে; একেবাৰে ভাব গদ্ গদ্ মূৰ্ত্তি। বন্দনাই ইয়াৰ একো ৰহস্য বুজি নাপায়।

'মোগ্ৰেং' ডিব্ৰুগড়ৰ এজনী বান্ধৱী থকা চিলঙৰ ঠিকনা। বন্দনাই কোনি যাব, কাক সুধিব ভাবি থমকি আছে। এনেতে এটা বুঢ়া মানুহে পাছফালে

কিবা কি সুধিছে—

"হেৰা আইহ'ক। এই এমেল ক'ত থাকে ক'ব পাৰানে ?"

"কোন এমেল ?"

"হি...... সেই আমাৰ অবে এমেলটো ? দলে ?"

"মানুহজনে বোধকৰো কোনোবা এম. এল. এ.ৰ কথা সুধিছে।"

মীনাই বন্দনালৈ চাই কয়। মানুহটোৱে হাঁহি এটা মাৰি মুখটো খজুৱাই কয় "হয় হয়, মই এমেলেৰ কথা হে কৈছোঁ। ভুলতে এমেল আছিল। এমেলে, এমেলে। পাছে আপুনি চিনি পোৱানেকি তাক ?" মীনাৰ মুখলৈ বৰ আগ্ৰহেৰে চাই সি সোধে।

"নাই, কোন এম. এল. এ.ৰ কথা কৈছা মই নাজানো ?"

"উ আৰু! তাক দেখুন এমেলে বুলিয়ে সবে জানে। তেন্তে ইয়াত এমেলে দুটাও আছে নেকি ?"

মানুহজনৰ কথাত বন্দনাই হাঁহি ৰাখিব নোৱাৰিলে। মীনাৰ চকুত কিন্তু শাসনৰ ভাব। ঠিকেই, চিলঙৰ দৰে ঠাইৰ ৰাস্তাত সেইদৰে হহাঁটো ভদ্ৰোচিত নহয়। বন্দনাই ততালিকে সংযত হয়। ইফালে মানুহটোৱে কান্ধৰ পৰা কিবা বস্তুৰ ডাঙৰ মোনাখন নমাই থৈ থৰ্ হৈ ৰ'ল। বন্দনাই ভালকৈ সুধিলে যে তেওঁ বিচৰা মানুহজনৰ নাম কি ?

"ও! তাকোনো নকৰ কিয় আপুনি ? তাৰ আচল নামটো মিনাল দলে। সি আজি বহুত বছৰ ইয়াতে চিলিমতে আছে। মই ভাবিছোঁ ইয়াৰ সবেই তাক চিনি পায়। পাছে এতিয়া কোন ৰাস্তাৰে গ'লে তাৰ ঘৰ পাম ?"

বন্দনাই মীনাৰ মুখলৈ চাবলৈ ধৰে। মীনা এনেয়ে স্তব্ধ হৈ গৈছিল মৃণালৰ নাম শুনি। বন্দনাক চকুৰে ইঙ্গিত কৰি মীনাই কয় যে সেইদৰে বৈ নাথাকি সিহঁতৰ গন্তব্যপথ ল'ব লাগে।

মানুহজনক অগত্যা একো নাজানো বুলি কৈ দুয়ো তাৰ পৰা আঁতৰি যায়।

"কৰবাৰ একেবাৰে হোজা গাঁৱলীয়া মানুহ। বেচাৰা এই হে প্ৰথম বাহিৰ ওলাইছে কিজানি।" গৈ গৈ বন্দনাই মন্তব্য কৰে। মীনাই একো নামাতে। বন্দনাই বাটত মানুহক সোধে 'আপ্ৰেং' কোন ফালে। কোনোৱে কিবা এটা কয় কোনোৱেবা একো নকয়। বৰ অনিশ্চয়তাৰ মাজত দুয়ো

ইফাল সিফাল কৰি থাকে। এনেতে আৰু এজনক সোধাত কেওঁ কলে যে মোগ্রেং দুখন আছে। এখন "আপাৰ" এখন "লবাৰ"। কথা শুনি বন্দনাৰ মাতেও হেৰাল। তেন্তে সেই বান্ধৱীয়ে বা থাকে কোনখনত? মহা বিপদত পৰিল তাই। এনে বিব্রত ভাৱ দেখি মানুহজন গুচি যায় নিজৰ কামত।

. "তেন্তে আমি কোনো এখন হোটেলতে উঠোগৈ বলক।" মীনাই বন্দনালৈ মন্তব্য কৰে। বন্দনাই তাকেই ঠিক কৰে। চেনিটোৰিয়াম হোটেলখনেই বোধহয় ভাল হ'ব। দুই এজনৰ পৰা উপদেশ পাই দুয়ো সেই ফালেই খোজ ল'লে।

"সোঁজন দলে আহিব পায়।"

সমুখৰ ফালে লাহে লাহে আগবাঢ়ি অহা জিপখন দেখুৱাই বন্দনাই মীনাৰ কাণত ফুচ্ ফুচ্ কৈ কয়। মীনাই বন্দনাৰ একেবাৰে গাৰ ওচৰ চাপি আহে। মুখখনো শেঁতা পৰি যায়। মাত্র সেহাই সেহাই কয় "ক'ত ক'ত?"

সঁচাকৈয়ে চিলংখন ইমান ভয়ানক ঠাই! তাতোকৈ কাজিৰঙা হাবিত গড় চাবলৈ যোৱা হ'লেও কিজানি ইমান ভয় নালাগিলহেঁতেন। মীনাৰ মুখত পানী নোহোৱা হয়। বন্দনাই মীনাৰ এনেবোৰ ভাব-ভঙ্গি দেখি মাত্র নিজে নিজে আচৰিত হয়।

আহি আহি জিপখন হঠাতেই এক চেকেণ্ড ৰৈ যায়। মীনাৰ চকুত পৰে দলেয়ে তাইৰ মুখলৈ চাইছে। মুহূৰ্ত্ততে মীনাৰ দম বন্ধ হৈ যায়। তাৰ পাছ মুহূৰ্ত্তত দেখে গাড়ীখন যোৱা বাটে গুচি গৈছে। বৰ দীঘলকৈ উশাহ এটা টানি লয় মীনাই। ইমানপৰে পৃথিৱীত কাৰো অস্তিত্ব বোধেই নাছিল মীনাৰ। সঙ্গিনী বন্দনাৰ কথাও পাহৰি গৈছিল।

"আহক! এনেকৈ থপ্ জপাই ৰৈ থাকিলে মটৰে খুন্দিয়াব কৰবাত।" হাতখন ধৰি বন্দনাই মীনাক আগবঢ়াই নিয়ে। সৰু ছোৱালীজনীৰ দৰে মীনায়ো অনুসৰণ কৰে। মনতে ভাবে তাইক যে মটৰে চেপি মাৰিলেও বহুত ভাল আছিল।

"সেই যে আমাক তেতিয়া এম. এল. এ.ৰ ঘৰ সুধিছিল—সেই মানুহজন গাড়ীত দেখিলো।" বন্দনাই মীনাক কয়।

"হ'ব পাৰে।" মীনাই মুঠকৈ সমিধান দিয়ে।

মৃণালৰ সেইদিনাৰ আজৰিটো যে কেনেকুৱা আছিল তাক জ্যোতিষী-সকলেহে ক'ব পাৰিব। গুৱাহাটীলৈ বুলি ওলাই গৈ বাটতে ৰবাৰ্ট হস্পিটালৰ গেটত মৃণালৰ গাড়ী বন্ধ হৈ যায়। গেটত বহি কান্দি থকা মানুহ দুগৰাকীৰ ওচৰ চাপি দেখে ককায়েক নিৰ্ম্মল আৰু বৌয়েক বিতৃষ্ণা। এই ঠাইত এনে অৱস্থাত সিবিলাকক দেখি মৃণাল একেবাৰে আচৰিত হয়। নিৰ্ম্মলে কান্দি কান্দি ক'লে যে উগ্ৰবলক কোনোবাই খুন কৰিছে। সি বচাৰ আশা নাই। মৃণালৰ বুকুত বৰ ব্যথা লাগিল। বিতৃষ্ণা কান্দি-কাটি প্ৰায় সংজ্ঞাহীনা। তাই আহি মৃণালৰ হাতত ধৰি কাবৌ কৰি ক'লে।

"বাপু, তুমি যেনে তেনে আমাক ৰক্ষা কৰা। মোৰ বাছাক কেনেকৈ পাৰি বচাই দিয়া।" বিতৃষ্ণাই মৃণালৰ হাত এৰি ভাবিলেকো যাব খোজে। মৃণাল যেন তাইৰ ওচৰত আজি সৰ্ব্বশক্তিমান পুৰুষ, দেৱতা।

মৰমৰ ধমক্ দি মৃণালে বৌয়েকক তাৰ গাড়ীত বহুৱাই থৈ হস্পিটালৰ পৰা সকলো খা খবৰ লৈ আহে। ডাক্তৰে কৈছে বৰ বেছি আৰু দুঘণ্টা তাৰ আয়ুস আছে। মৃত্যু তাৰ অৱশ্যম্ভাৱী জানি মৃণাল ঘূৰি আহি ককায়েক বৌয়েকক লৈ ঘৰমুৱা হ'ল। কিছু দূৰ আহিয়ে চকুত পৰে বাটৰ কাষত মূৰে-কপালে হাত থৈ কান্দি থকা ৰবডেকা বুঢ়ালৈ। খপ্ কৰে গাড়ীখন গৈ তাৰ গাৰ ওচৰতে ৰাখি দিলে। ৰবডেকা চিঞৰি উঠে ভয়ত। পাছত গাড়ীৰ পৰা নামি গৈ মৃণালে ৰবডেকাক সাদৰ কৰে। ৰবডেকাৰ আনন্দৰ সীমা নাই। সি যেন হাঁহি হাঁহিয়েই হাৰ্টফেইল কৰিব। মৃণালে আজি সেই হাঁহিত যোগ দিব পৰা নাই। আটাইবোৰে উঠি মৃণালৰ বহাৰ ফালে গৈছে। বাটত আৰু যেন কাৰ · ·চিনাকি মুখ এখনি মৃণালৰ চকুত পৰিল, মাত্ৰ এটা চেকেণ্ড। নাই! কোনোবা অচিনাকি মানুহ। বহুত অচিন মানুহকো কেতিয়াবা চিনাকি যেন লাগে। মৃণালৰ ভুল হৈছে। তাৰ গাড়ী আকৌ আগবাঢ়ি যায়। অনেক সময়ত প্ৰাণেৰে চিনাকি প্ৰাণ, আমাৰ নিস্তেজ ইন্দ্ৰিয়বোৰে অচিন কৰি তোলে।

ঘৰত গৈ মৃণালে ককায়েক-বৌয়েক আৰু ৰবডেকাক ভালকৈ চাহ জলপান খুৱাই ল'লে। তাৰ পাছত সিবিলাকক বহুৱাই থৈ নিজে আকৌ হস্পিটাললৈ আহিল। যাওঁতে ল'ৰাটোক সোনকালে ভাত পানী খাবলৈ জিহা দি থৈ গ'ল। তেতিয়া নগৰত বিজুলী বাতি জ্বলি উঠিছে। ডাক্তৰে ক'লে আৰু আধা ঘণ্টাৰ পাছত শেষ হ'ব। উগ্ৰবল আজি একেবাৰে দুৰ্ব্বল, মুমূৰ্ষু।

তাৰ মুখখন চিনিবৰ উপায় নাই। গোটেই গা তাৰ কত বিকৃত হৈছে। সেই দৃশ্য সকলোৱে চাই থাকিব নোৱাৰে। মৃণাল তাৰ পৰা আঁতৰি যায়। বজাৰৰ পৰা বৌ মাছ এটা লৈ সি ঘৰ উঠে।

"ব্যাপাৰ কি খবৰ? কিছু ভাল পাইছেনে?" বিতৃষ্ণাই পৰম আগ্ৰহে মৃণালৰ ফালে চায়।

"দেখা যাওক বাতিটো কি হয়! সেইবিলাক বেছিকৈ ভাবি লাভ নাই। ভগৱানক মাত্ৰ ভাবি থাকা।"

মৃণালে সকলো কথা খুলি নকয়। বাতি আটায়ে ভাত খায়। কিন্তু মৃণালৰ পেটলৈ ভাত নাযায়। নিৰ্ম্মলে তাৰ সকলো দুখৰ কাহিনী মৃণালক জনায়। শেষত উগ্ৰবলক হস্পিটালত থোৱা ভাড়া আৰু অন্যান্য খৰচ ডাক্তৰক দিব নোৱাৰি কিমান লাজ আৰু দুখ পাব লগা হৈছে তাকো ক'লে। উৎপলে উগ্ৰবলক ডাক্তাৰখানাত থৈয়ে নিৰ্ম্মললৈ টেলিগ্ৰাম কৰিছিল। টকা পইচা নিৰ্ম্মলেই দিব বুলি ডাক্তৰক কোৱা হৈছিল। বিতৃষ্ণাই এই প্ৰসঙ্গত কান্দিয়েই পেলালে। ইমানতে মৃণালে সিহঁতৰ কথা বন্ধ কৰি ক'লে যে হস্পিটালৰ সকলো দেনা সি চাফা কৰি দিছে। সেইবাবে কোনো চিন্তা নাই। নিৰ্ম্মল বিতৃষ্ণাই মৃণালৰ এনে অপ্ৰত্যাশিত সহায় আৰু সহানুভূতিত মনে মনে পৰম কৃতজ্ঞ হৈ উঠিল। সিহঁতৰ কাৰো মুখত কিছুপৰলৈ কোনো কথাই নোলোৱা হ'ল।

মৃণালৰ মনটো কিন্তু বৰ গধুৰ হৈ উঠিছিল। পদুপুৰৰ সকলো দৃশ্যাই তাৰ সমুখলৈ এটা এটাকৈ আহিবলৈ ধৰে। তাৰ বিয়া, চেনেহীৰ মৃত্যু, নৃপেনৰ নিৰুদ্দেশ, ভগৰৰ বিয়া আৰু শেষত মিনতীৰ প্ৰত্যাখ্যান। কি যেন সপোন সেইবোৰ! সেইবোৰ যেন বাস্তৱ ঘটনা নহয় তাৰ জীৱনত! মৃণালে তন্ময় হৈ ভাবে জীৱনটোকে। কি ৰহস্যাবৃত তাৰ এই ক্ষুদ্ৰ জীৱনটো!

"থাওক। লাবি-চাবি থাকিল দেখোন? গোটেই দিনটো আজি একো খোৱা নাই। মোৰ হলে খুব ভোক লাগিছে।"

চেনিটেৰিয়াম হোটেল। কমলনাই সপ্ সপ্ কৰে খায় আৰু মীনালৈ চায়। মীনাই মুঠেই খাব নোৱাৰে। পেট'ত যেন কোনো ক্ষুধাই তাই অনুভৱ নকৰে। জুইকুৰা নুমাই যাব পায়। সন্মুখত বেৰে ছিলখেন আছি বগ্‌কৈ যেন হৈ গৈছে। মৃণালে তাইৰ চকুলৈ চাইছে। মুখটো তাইৰ জল্ জল্ কৰি

ঘামি আছে। বন্দনাই খোৱা শেষ কৰি হাত ধোৱে। মীনায়ো অনুকৰণ কৰে।

"আপুনি মুঠেই নাখালে যে ভাত ?"

"এৰা, মোৰ পেটটো ভাল লগা নাই।"

"চিলঙৰ বাটত আহোঁতে বহুতৰ তেনে হয় অৱশ্যে।"

বন্দনাই কথাটোৰ মন্তব্য কৰে। দুয়ো বিছনাত পৰেগৈ। বন্দনাই দুই এটা কথা উলিয়ায় শুই শুই। মীনাই 'উঃ' 'হুঃ' কৰি মাথ সাৰে থকা কথাটো জনায়। বন্দনাৰ গাঢ় টোপনি আহে। মীনাই জানো শুব পাৰে ? তাইৰ মনলৈ আহে তীব্ৰজিতৰ কথা।

কেঁচুৱা অৱস্থাতেই তাক এৰি তাই পলাইছিল। উঃ কি ধুনীয়া মুখখন তাৰ! আজি দেখা মৃণালৰ কমলা টেঙা যেন মুখখনবেই যেন সৰু আকৃতি। সেই তীব্ৰজিৎ! এতিয়া বা ক'ত কেনেকৈ আছে ? তাৰ বয়সো এতিয়া ২০।২২ বছৰ হ'ব। বাচি আছে যদি সি হয়তো বিয়া আৰু কৰাব পাৰে! তেন্তে মিনতীৰ বোৱাৰীয়েকো ঘৰলৈ আহিছে! ছিঃ ছিঃ! কি ভাববোৰ তাইৰ মনলৈ আজি আহে! সকলো অলীক চিন্তা; মায়া-মৰীচিকা। তাইৰ যে গোটেই জীৱন মৰুভূমি হৈ গ'ল! তাইৰ কোনো নাই সংসাৰত। মনৰ ভাববোৰ জোকাৰি পেলাবৰ চেষ্টা কৰে তাই। চিল্ মিল্ কৈ টোপনি আহে। টোপনিত দেখে ধুনীয়া, চাহাবী সাজ পিন্ধা ডেকা এজন আহি মীনাক মাতে। "মা, মা! তুমি মোক এৰি ইমান দিনে ক'ত পলাই ফুৰিছা ? ব'লা আমাৰ ঘৰলৈ যাওঁ। মীনাই চিনি পায় সেইজন তীব্ৰজিৎ। চকুৰ পৰা সৰ্ সৰ্ কৈ পানী বৈ যায়।" পাছ মুহূৰ্ত্ততে সাৰ পাই দেখে তাই সপোন হে দেখিছিল। কিন্তু চকুত সচাঁকৈয়ে পানী। বুকুখনো ধৰ্ ফৰ্ কৰিছে ৰৱকৈ।

আজি মীনাই টোপনিতো শান্তি নাপায়। কি জ্বালাময়ী জীৱনটো তাইৰ! আকৌ মৃণালৰ ছবি তাইৰ আগত। একেখন নগৰৰে কোনো এটা ঘৰত মৃণালো হয়তো সুখনিদ্ৰা গৈছে। কিন্তু তাই ? কিজানি বা তীব্ৰজিতো আছে বাপেকৰ ওচৰত ? হায়! কি যে স্বৰ্গীয় জীৱন হ'লহেঁতেন তাইৰ! তেন্তে কালিলৈ তাই নিজেই গৈ মৃণালক চিনাকি দিব; তাইৰ জীৱনৰ সকলো অসহনীয় দুখ নিবেদন কৰিব; তাই মৃণালৰ ভৰিত পৰি কান্দিব। কিন্তু সেইটো সম্ভৱ হ'ব কেনেকৈ ? মৃণাল যে এতিয়া বহুত ওপৰত আৰু তাই সামান্য নিঃস্ব বয়স্থা ৰমণী। দুখৰ দিনত তাই অভিমান কৰি মৃণালৰ ওচৰত

নশ্বৰ। এতিয়া মৃণালৰ বিজয় গৌৰৱ, সুখ বৈভৱৰ অংশীদাৰ হ'বলৈ তাই যায় কেনেকৈ? আৰু যদি মৃণালে তাইক চিনি নাপাওঁ বুলি কয়? নাইবা অস্বীকাৰ কৰে; তেন্তে? নাই, সেইটো হ'ব নোৱাৰে। তাইৰ ঘৃণিত জীৱন তাই সেইদৰেই শেষ কৰি দিব। তাই কেতিয়াও আত্মপৰিচয় নিদিয়ে। আকৌ চিল্ মিল্কৈ তন্দ্ৰা আহে তাইৰ। মৃণালে মীনাৰ মূৰত মৰমেৰে হাত বুলাই কয়—

“মীনু! কিয় ইমান অভিমান? মই তোমাৰ সকলো দোষ ক্ষমা কৰিছোঁ। ব'লা, সৌ ধুনীয়া ঘৰটোতে যে মই অকলে আছোঁ।” স্বামীৰ হিয়াভৰা মৰমত মীনাৰ অন্তৰ বিগলিত হৈ যায়। তাইৰ বুকু আনন্দই খুন্দা মাৰি ধৰে। মুহূৰ্ত্তটো মাত্ৰ। চক্মক্কৈ সাৰ পাই দেখে কতো একো নাই। বন্দনাই মাত্ৰ ঘোৰ্ ঘোৰ্ দীঘল উশাহ টানিছে। মীনাৰ বুকুখন তেতিয়াও উঠা নমা কৰিয়ে থাকে।

সিদিনাৰ বিধানসভাৰ বৈঠক বৰ গুৰুত্বপূৰ্ণ। অসমৰ বিভিন্ন ঠাইৰ পৰা দৰ্শকমণ্ডলী আহিছে। দেশৰ কৰ্ণধাৰ হৈ মন্ত্ৰীত্বৰ প্ৰধান আসনখনত কোন বহিব তাৰেই এটা সুমীমাংসা সদস্যসকলৰ ভিতৰত হব লাগে। এইটো যেন দেশবাসী সকলোৰে মানত এটা ডাঙৰ দায়িত্ব, বৰ গুৰুত্বপূৰ্ণ প্ৰশ্ন। আজি সেই মহান প্ৰশ্নৰ সমাধান হব। কাজেই জনতাৰ সোঁত সভাভৱনলৈ নিছিগাধাৰে বৈছে।

মীনাক লগত লৈ বন্দনাও সভাঘৰলৈ গৈছে। মীনাৰ ভৰিত তত্তেই নাই; একেবাৰে উৰণ চঞ্চল হৈ উঠিছে তাইৰ ভৰি দুখন। মাটিত যেন খোজেই নপৰে। কিন্তু কি সাধ্যে জনতা অতিক্ৰম কৰি যাব? হেঁচা ঠেলাত মতা মানুহৰে প্ৰাণ-বায়ু ওলাই যাব খোজে। এদল মহিলাৰ মাজত সোমাই পৰি দুয়ো কোনোমতে আগবাঢ়িল। কিন্তু সভা হলৰ বহু নিলগতে বৈ থাকিব লগা হ'ল। তাৰ পৰা কোনো মতে হে সদস্যসকলক অলপ দেখা পোৱা যায়। মীনাই অতি কষ্টে চকু ঘুৰাবলৈ ধৰিলে। কিন্তু একোতে তাইৰ ঈপ্সিতজন আহি দৃষ্টি পথত নপৰে। উচ্পিচাই এবাৰ ইফাল এবাৰ সিফালকৈ স্থান পৰিবৰ্ত্তনৰ চেষ্টা কৰে। এনেতে সভাৰ নিৰ্দ্দিষ্ট সময়ৰ ঘণ্টা পৰিল।

বগা টুপীটো মূৰত পিন্ধি পকা ঠেকেৰা যেন মুখখনে সৈতে ডাঙৰ দীঘল সেইজন কোন সুপুৰুষ সোমাই অহা মাত্ৰে সকলো সদস্যই ঠিয় হৈ অভিনন্দন জনালে? আগন্তুকেও হাতযোৰ কৰি সবিনয়ে সেৱা জনালে। সমগ্ৰ জনতাৰ মাজত আবেগ উৎকণ্ঠা ভৰি পৰিল। আটাইৰে সমুখত বিজনে এইদৰে সন্মানৰ আসন গ্ৰহণ কৰিলে সেইজনেই ভাগ্যবান পুৰুষ অধ্যক্ষ মৃণাল দলৈ। প্ৰাতৰুদিত উদ্দীপ্ত তপনৰ দৰে মৃণাল জ্বলিবলৈ ধৰিলে। সেই তেজোময় সৌম্যমূৰ্ত্তি যেন মীনাই সহ্য কৰিব নোৱাৰে। তাইৰ চকু যেন ফাটি যায় যায়। তথাপি তাইৰ চকুত পলক নপৰে। বন্দনাৰ গাত ধৰি শিলৰ মূৰ্ত্তি যেন মীনাই গোটেই বিশ্বৰ অস্তিত্বকে পাহৰি গৈছে। যেন তাইৰ গাত বিজুলী চক্ লাগি থেৰেঙা হৈ পৰিছে।

সভাৰ কাম আৰম্ভ হৈ গ'ল। উজনি অসমৰ পৰা উঠিল মিঃ বৰদলৈ আৰু

নামনিৰ পৰা ডাক্তৰ শৰ্ম্মা প্ৰাৰ্থী হিচাবে। দুয়োবো স্ব স্ব সমৰ্থক দলে থুলি দেখুৱাই পক্ষ গ্ৰহণ কৰিলে। এনেতে আন এটা প্ৰস্তাৱত মিঃ বাহাদুৰ পৈৰাক অন্যতম প্ৰাৰ্থী কৰি তুলি দিয়া হ'ল। গোটেই অনুন্নত আৰু জনজাতিসকলে তেওঁক সমৰ্থন কৰি পক্ষ ল'লে। এইদৰে তিনিফালে তিনজন ব্যক্তিক থিয় কৰাই মহা তৰ্কৰ দুৰ্জ্জয় কল্লোল সৃষ্টি কৰি সদস্যসকল লম্ফজম্ফ কৰিবলৈ ধৰিলে। কাৰো মাত কোনেও নুশুনা হ'ল। জাউৰিয়ে জাউৰিয়ে হাত তালি, হৰ্ষধ্বনি, ছেইম্ ছেইম্, হিয়াৰ হিয়াৰ, চিত্ ডাউন প্লিজ আদি অট্টৰোল মাথোন কাণত পৰে। ধুমুহাই কলগছৰ বাৰী মহঙিয়াই নিয়াৰ দৰে সেই হট্টগোলৰ ঢৌয়ে বাহিৰৰ জনতাৰ মাজতো তল্ মল্ লগায়। অধ্যক্ষই সজোৰে সঙ্কেত ঘণ্টা বজায়; মুখেৰে বজ্ৰধ্বনি কৰে। খন্তেকৰ কাৰণে সভা নিজম পৰি যায়।

-সেই মহা নীৰৱতা ভেদ কৰি গৌৰীশংকৰৰ দৰে উন্নত মস্তক, লোহ হৃদয় অধ্যক্ষ মৃণাল থিয় দিয়ে সদৰ্পে। ৰৱ ৰৱ চকু দুটা উত্তেজনাত টুক্‌টুকীয়া লাল্ হৈ উঠে। মুখৰ তেজ যেন ফাটি-ছিটি চাৰিওফালে ছিটিকি পৰিব! সেই মহাকাল মুৰ্ত্তি দেখি সকলো স্তম্ভিত হৈ গ'ল। তিনি মিনিট কাৰো ক'তো সাৰ সুৰ নাই। বেজীটো পৰিলেও শুনা নিস্তব্ধতা বিৰাজ কৰিছে। মীনাই মুখৰ সেপ্ ঢুকি ঢুকি স্বামীৰ সেই তেজোদ্দীপ্ত ৰূপ পান কৰিবলৈ ধৰিলে।

"এবাৰ মাত্ৰ কৈ মই সভাঘৰ ত্যাগ কৰিম। আজি দেশৰ যথাৰ্থতে বৰ ডাঙৰ দুৰ্দ্দিন।" সিংহৰদৰে গৰ্জ্জি উঠি মৃণালে কবলৈ ধৰিলে। ইমান পৰে আকাশত কাল মেঘৰ তুমুল আন্দোলনৰ পাছত যেন বজ্ৰপাণিৰ বজ্ৰনিনাদ। সকলোৰে চকু সেই এজনৰ ওপৰত। কাণ এজনৰ ফালে।

"আজি এশ একুৰি সমস্যাই দেশত জুমুৰি দি ধৰিছে। প্ৰান্তীয় সমস্যা, ভাষাসমস্যা, ভূমিসমস্যা, বেকাৰসমস্যা,—সমস্যাৰ উপৰি সমস্যাত দেশ আজি কাবু হৈ পৰিছে। গৰু ম'হৰ মাৰি মৰকত শস্যৰ ওপৰত প্ৰাকৃতিক দুৰ্য্যোগত জনতাৰ মাজত হাহাকাৰ উঠিছে। ভাত কাপোৰৰ চিন্তাত আজি দেশবাসীৰ চিত্ত চাঞ্চল্য ঘটিছে। এই হেন দেশৰ দুৰ্য্যোগৰ কালত আমি চালকসকলৰ মাজত কেৱল সংকীৰ্ণ স্বাৰ্থৰ কথা লৈ টনা আজোৰা চলি থকাটো অতি দুখৰ কথা নহয়নে? ই অতি পৰিতাপৰ কথা হোৱা নাইনে?"

জনতাৰ ফালে চাই প্ৰশ্ন কৰা মাত্ৰে বিপুল হৰ্ষধ্বনি আৰু কৰতালিৰে

তাকে সম্বৰ্ধনা কৰা হ'ল। দুই মিনিট সময় জুৰি সভাৰ ভিতৰ তালিৰে মুখৰিত হৈ থাকিল।

"তেন্তে আজি দেশৰ মঙ্গলকামী প্ৰতিজন ব্যক্তিয়ে প্ৰাণে প্ৰাণে উপলব্ধি কৰিছে ঐক্য। মোৰ জন্মভূমিৰ সকলো সুস্থ নাগৰিকে একে মুখে কওঁক যে আমাক লাগে একতা, আমাক লাগে সাম্য, সম্প্ৰীতি, ভ্ৰাতৃত্ব।"

"আমাক একতা লাগে ; একতা। সাম্য, সম্প্ৰীতি, ভ্ৰাতৃত্ব।"

জনতাৰ চিঞৰ বাথৰত আকাশ ধ্বনিত হ'ল। সেই মহাধ্বনি চাৰিওফালৰ পৰ্বতৰ টিলাত খুন্দা খাই প্ৰতিধ্বনিত হ'ল। ......"সাম্য, সম্প্ৰীতি, ভ্ৰাতৃত্ব।"

"বেচ! তেন্তে আমাৰ মাজত শান্ত, সুস্থ বা-বতাহৰ সৃষ্টি হওক। সেই গম্ভীৰ কৰ্‌কাল আমাৰ অন্তৰ আকাশত আমি আমাৰ দেশৰ যোগ্য চালক, উজ্জ্বল জ্যোতিষ্ক বাছি উলিয়াব পাৰিম। যাৰ প্ৰাণ শক্তিৰে, যাৰ ব্যক্তিত্বৰে, যি জনাৰ তেজঃ প্ৰভাবেৰে দেশৰ সমস্ত সমস্যা পুৰি ছাই হৈ যাব।"

আকৌ জাউৰিয়ে জাউৰিয়ে হৰ্ষধ্বনিত কাণ তাল মাৰি ধৰিলে। সেই হৰ্ষধ্বনিৰ অৱচ্ছেদ নৌ পৰোতেই মৃণাল বহি পৰিল। বিজয় গৌৰৱত তেওঁৰ অন্তৰ ভৰি গৈছে। দেহৰ সমস্ত শক্তি পুঞ্জীভূত কৰি মৃণালে এই কথা কৈছিল। কিন্তু চকীত বহাৰ ক্ষন্তেক পাছতে ধীৰে ধীৰে মৃণাল ঢলি গ'ল আৰু আচৰিতভাৱে বাগৰি পৰিল। ওচৰৰ দুই চাৰিজনে দৌৰ মাৰি গৈ তেওঁক ধৰিলে। ই কি অঘটন! নিমিষতে সভাস্থলীত এটা বিৰাট হৈ-চৈৰ সৃষ্টি হ'ল। ক'ৰ মানুহ ক'ত গ'ল কাৰ, খুন্দাত কোন উফৰি পৰিল তাৰ ইয়ত্তা নাই। সকলোৰে মুখত মহাভীতি, এক মহা আতংকৰ চিন।

কি কাৰণে কি হৈ গ'ল সভাৰ বহুতেই কব নোৱাৰিলে। মাত্ৰ অলপ সময়ৰ পিছতে বিপুল জনতা ভাগি ঠান্ বান্ হৈ পৰিল। সেই হুলস্থুলৰ মাজত বন্দনা আৰু মীনাই কোনোপধ্যে প্ৰাণ লৈ অহাৰ দৰে আহিল। সিহঁতৰ কোনেও নাজানিলে প্ৰকৃত ঘটনাটো। বাটত নানাজনৰ মুখত নানা মন্তব্য শুনা গ'ল। কোনোৱে ক'লে অধ্যক্ষ মৃণাল ফিট হৈ গৈছে ; কোনোৱে ক'লে মেম্বাৰ দুজনৰ হতাহতি লাগিছে আৰু শেষত দুদল হৈ কাজিয়া কৰিছে ইত্যাদি। "মৃণাল ফিট হৈছে!" শুনা মাত্ৰে মীনাৰ বুকুত ঢক্ কৰে আঘাত লাগে। সেই আঘাতত তাই বেহুচ্ হৈ বাটতে বহি পৰিল। বন্দনাই মীনাৰ অৱস্থা দেখি প্ৰমাদ গণিলে। ইফালে বেলিও পৰি আহিছে। কাপোৰৰ আঁচলেৰে বা দি দি বন্দনাই মীনাক তোলাৰ চেষ্টা কৰে। কেইমিনিটমান পাছত ধৰ্-

কথাৰে উঠি তাই কোঁপাবলৈ ধৰে।

"এখেতৰ কি হৈছে ?"

কাৰোবাদি বোৱা ডেকাজনে ঘপ্‌কৈ বৈ যায় আৰু সমবেদনা জনায়। কোমল বয়সৰ ল'ৰাজন। চাহাৰী দৰৰ সাজ-পাৰ গাত। ওখ বহল কপালখন আৰু উজ্জ্বল চকু যুৰি দেখিলেই কব পাৰি যে তাৰ ভৱিষ্যৎ উজ্জ্বল। সেই আধা আন্ধাৰ আধা পোহৰৰ মাজতো মীনাই তাৰ কমনীয় মুখখন ক্ষন্তেক চাই লয়। বন্দনাই কয়, "এখেতৰ অলপ মূৰ ঘূৰাইছে।"

"ক'ল যাব আপোনালোক ?"

"সোঁ চেনিটেৰিয়াম হোটেললৈ।"

"ব'লক। মইও অকণ আগবঢ়াই দি আহোঁ গৈ।"

স্বেচ্ছাই ল'ৰাজনে পাছে পাছে নম্রভাৱে যাবলৈ ধৰিলে। কাৰো মুখত কথা নাই। চেনিটেৰিয়ামৰ দুৱাৰমুখ পাই ল'ৰাজনে দুই হাত জুৰি সেৱা জনালে।

"ভাল ! আপোনালোকে এতিয়া যাব আই !"

প্রতিনমস্কাৰ কৰি বন্দনাইও বিদায় দিলে। মীনাৰ হাতদুখন অকণমান উঠি আকৌ নামি গ'ল। প্রতিনমস্কাৰ জনাব নোৱাৰিলে তাই। "এতিয়া যাব আই।" এই "আই" সম্বোধনত মীনাৰ হৃদয়-বীণাৰ কোনো এডাল মৰমৰ তাঁৰত জোকাৰণি লাগিল যেন। "বৰ মৰমলগা ল'ৰাজন দেহি ঐ।" আপোনা আপুনি মীনাৰ মুখৰ পৰা ওলায়। দুয়োগৈ নিজৰ নিজৰ বিছনাত বহে। বহাৰ লগে লগে মীনাই বাগৰ মাৰিলে।

তীব্রজিৎ কলেজত পঢ়িবলৈ চিলঙলৈ আহিছিল। পৰাগ মোমায়েকৰ ঘৰতেই থাকি কলেজৰ চাৰিটা বছৰ কটাই দিলে। সেই বাৰেই সি বি. এ. ফাইনেল দি উঠিছে। পৰীক্ষাৰ খবৰ তেতিয়াও ওলোৱা নাই। তাৰ ফলাফল যে ভাল হব সি ধ্রুৱ কথা। কলেজখনৰ ভিতৰত সি আছিল চোকা ল'ৰা। কেৱল এইটো কাৰণেই পৰাগ সুগন্ধাই তাক অলপ মৰম কৰিছিল। তাৰোপৰি সুগন্ধাৰ কোনো ল'ৰা সন্তান নাছিল। মাত্র তিনিজনী ছোৱালী সিহঁতৰ মাজত হৈ আৰু নহ'ল। গতিকে তীব্রজিতক মৰম কৰিবলৈ পাই পৰাগৰ যেন এটা অভাৱ দূৰ হৈছিল। বিশেষকৈ তীব্রজিতৰ পৰা সিহঁতে সহায়ো পাইছিল বহুত। বজাৰ-পাতি কৰি দিয়াৰ উপৰিও তীব্রজিতে ছোৱালী কেইজনীক নিয়মমতে পঢ়াইছিল।

স্বভাৱ মানুহে সততাই বদলাব নোৱাৰে। সুগন্ধাই তীব্ৰজিতক বিকল অৱস্থ দেখুৱাইছিল সি আছিল স্বাৰ্থগন্ধি। তাই যেন তীব্ৰজিতৰ এই ত্যাগ আৰু খাটনিখিনিৰ বাবেহে এসাজ ভাত আৰু এডোখৰি থকা ঠাই দিব পাৰিছে। যিদিনা তীব্ৰজিতে তাৰ কামৰ ধনিষ্ঠামানো ত্ৰুটী কৰে সিদিনা সি আৰু মামীয়েকৰ পৰা ভাল ব্যৱহাৰ আশা কৰিব নোৱাৰিছিল। তথাপি তীব্ৰই সুগন্ধাক সদায় সন্মান কৰিছিল আৰু তাইৰ তিক্ত ভৰ্ৎসনা নীৰৱে সহি গৈছিল। আজি তীব্ৰজিতেও সভা চাবলৈ গৈছিল। বাপেকৰ হাৰভাৱ চাবলৈ সি প্ৰায়ে গোপনে সভালৈ যায়।

এইখিনিতে আমি এটা কথা কোৱা দৰকাৰ যে তীব্ৰজিতে মৃণালৰ বাপেক বুলি চিনি পালেও মৃণালৰ পৰা সেই কথা সদায় গোপন কৰা হৈছিল। এই গোপনীয়তাৰ কাৰণ এই—তীব্ৰজিৎ যেতিয়া ৰুজন হ'ল তেতিয়া মৰমৰ আইতাকৰ পৰা শুনিলে যে তাৰ বাপেক মৃণালে মাক মিনতীক পৰিত্যাগ কৰিছিল; আৰু সেই দুখতেই সম্ভৱ তীব্ৰজিতৰ জন্ম হোৱাৰ কিছুদিনৰ পাছতেই মিনতী নিৰুদ্দেশ হয়। বোধহয় তাই আৰু ইহ জগতত বাচি থকা নাই। বুঢ়ী বুপেহীয়ে জীয়েকৰ কথা কৈ কৈ যেতিয়া হুক্ হুক্ কৰে কান্দি পেলাইছিল তেতিয়া বালক তীব্ৰজিতৰ বাহুত শৌৰ্য্য-বীৰ্য্য নৃত্য চঞ্চল হৈ উঠিছিল। তাৰ সৰু সৰু চকু দুটা মেকুৰীৰ চকুৰ দৰে চক্‌চক্‌কৈ জ্বলি উঠিছিল। সি নাকান্দে। মনতে প্ৰতিজ্ঞা কৰে তেনে বাপেকৰ মুখ নাচাবলৈ।

এৰা! সি যে বীৰ পুত্ৰ। বাপেক যাৰ চৰিত্ৰোজ্জ্বল, দৃঢ়চেতা, নিৰ্ভীক আৰু উচ্চাভিলাষী—পুত্ৰ তাৰ কিয় কাপুৰুষ হব? কিন্তু সুচৰিত্ৰা মাক তাৰ মহা অভিমানিনী। অভিমানেই যাৰ জীৱনত সৰ্বনাশ আনি দিলে। গতিকে তীব্ৰজিত অভিমানী নহব কিয়? কেতিয়াও কোনো কথাতেই কাৰো আগত সি তাৰ বাপেকৰ পৰিচয় নিদিলে। মৃণালৰ ওপৰত তাৰ চিৰদিন অভিমান থাকি গ'ল। এতিয়া মৃণাল দেশৰ ডাঙৰ মানুহ; জাতিৰ আদৰ্শস্থল। তীব্ৰ-জিতেও সেই কালৰ পৰা মৃণালক ভাল পাবলৈ শিকিছে। অতৰ্কিতে কেতিয়াবা তাৰ অন্তৰত মৃণালৰ প্ৰতি শ্ৰদ্ধাও ভৰি উঠিছিল। কিন্তু সেইবোৰ দুৰ্বল মুহূৰ্তকো সি তীব্ৰবেগে জয় কৰি লৈছিল।

আজি তীব্ৰজিতৰ মন বৰ ভাল নাছিল! সভাঘৰত তাৰ বাপেক মৃণাল অচেতন হৈ পৰা কথা তীব্ৰজিতে জানে। কিয় জানো কি আশংকাত তাৰ বুকুখন কঁপি কঁপি উঠিছিল। তাৰ ইচ্ছা হৈছিল যেন জনতা ঠেলি গৈ সি

মৃণালৰ ওচৰ পাব। কিন্তু সি তথাপিও যাব নোৱাৰিলে। তেন্তে এতিয়াও তাৰ অন্তৰৰ সেই অভিমান দূৰ হোৱা নাই? নহয়; আজি তাৰ অন্তৰত কোনো ক্ষোভ নাই। বুকুৰ মাজত সি অনুভৱ কৰে বাপেকৰ প্ৰতি এটা আকুল টান। সেই আকুলতাত তাৰ চকুৰ পতা নিমজ হৈ পৰে। এনেবোৰে চিন্তাৰ চেঁচা সোঁতত উটি ভাহি আহি থাকোতে সি বাটত সাক্ষাৎ পায় তাৰ আৰাধ্যা জননী মীনাদেৱীক। তাৰ প্ৰাণত সি নজনাকৈয়ে পবিত্ৰ মাতৃভক্তিৰ উদ্ৰেক হৈছিল—মীনাক দেখা মাত্ৰে, আৰু আনহাতে মাকৰ বুকুও বাৎসল্য ৰসেৰে অভিষিক্ত হৈছিল। দুখৰ বিষয় মাতা-পুত্ৰৰ সিমানতো চিনাচিনি নহ'ল। কাৰোবাৰ কোনোবা যেন হৈ দুয়ো দুইফালে আঁতৰি পৰিল।

তীব্ৰজিৎ আহি ঘৰ পায়েই বিছনাত পৰিল। কোনো প্ৰত্যক্ষ কাৰণ নঘটাকৈয়ে তাৰ চকুৰেদি পানী বৈ আহিল। তেন্তে সি আকৌ পিতৃহীনো হব নেকি? উঃ! সেই কথা যে তাৰ সহ্য কৰিবলৈ টান হৈ পৰিছে। মৃণালে নাজানিলেও সি অন্ততঃ ইমান দিনে জানিছিল যে তাৰ কীৰ্ত্তিমন্ত পিতৃদেৱতা জীৱিত আছে। তাকে ভাবিলে তাৰ অন্তৰত সাহস ভৰি উঠে। কিন্তু সঁচাকৈয়ে তীব্ৰজিৎ আজি বৰ কাতৰ হৈ পৰিছে। তাৰ ভাবত সি নিজেই চমকি উঠিবলৈ ধৰিলে।

কোৱা বাহুল্য যে মৃণালৰ মুহুমুহু মূৰ্চ্ছা দেখি ডাক্তৰমণ্ডলীও শংকিত হৈ পৰিল। ৰাজ্যৰ এখন ভাল হস্পিটাল ৰবাৰ্ট'ত বিখ্যাত ডাক্তৰজনেই সতৰ্কভাৱে মৃণালৰ চিকিৎসা ল'লে। ডিব্ৰুগড়ৰ পৰাও ডাক্তৰ সেনক ফোন কৰি মতা হ'ল। ৰক্তচাপ। উৎকট ধৰণৰ ভাবাতিশয্যাত এনেবোৰ অসুখ সৃষ্টি হয়। তথাপি ভগবানে কৰিলে দলৈ আৰোগ্য হব।—জনতালৈ ডাক্তৰে আশ্বাসবাণী শুনায়।

পাছদিনাৰ কাগজত বৰ বৰ আখৰেদি মৃণালৰ অসুস্থতাৰ কথা প্ৰকাশ হয়। প্ৰথম পৃষ্ঠাত মৃণালৰ সুন্দৰ ফটো। গোটেই নগৰত এটা নৈৰাশ্যৰ ছাঁয়া পৰে। চৌনিটোৰিয়াম হোটেলতো সকলোৱে মৃণালৰ কথাকে উলিয়াইছে।

"হেৰি! মৃণাল দলৈ হেনো কালি সভাত সংজ্ঞাহীন হৈ পৰিছিল! অৱস্থা এতিয়াও সংকটজনক।"

হাতত খবৰৰ কাগজখন লৈ বন্দনাই মীনাক কয়। মীনাই একে-জাপে আহি থপকৈ কাগজখন টান মাৰে; কিন্তু আপোনা আপুনি হাতৰ পৰা সি সৰি পৰে। তাৰ পাছত থৰ্ থৰ্ কৰে গোটেইজনী মানুহ কঁপিবলৈ ধৰিলে;

বাক্যস্ফূৰ্ত্তি নাই। বন্দনা ভয়ত শিয়ঁৰি উঠিল। মীনাই জোৰেৰে বন্দনাক টানি নি তাইৰ বিছনাত বহুৱাই ক'লে—

'মোক বিচি দিয়ক। মূৰত অলপ পানী······।' —ইঙ্গিত মতেই বন্দনাই কাম কৰে। তাইৰ অন্তৰত নানা চিন্তা খেলি গ'ল। তেন্তে এই মৃণাল নিশ্চয় মীনাৰ কোনোবা আপোন। কোনোবা প্ৰিয়জন ; হয়তো প্ৰিয়তমেই হ'ব। তাইৰ মনত পৰে ডিব্ৰুগড়ৰ ঘৰত সেই বাৰ্তাৰ কাগজত থকা মৃণালৰ ফটো চাই মীনাৰ বিব্ৰত হোৱা অৱস্থা ; কওঁ কওঁ বুলি কিবা গোপন কৰা ভঙ্গিমা। কিন্তু মৃণালৰ পত্নীৰ নামটো মীনাক্ষীদেৱী নাছিল ! তাই যাৰলৈ জাল চিঠি দিছিল সেইজনাৰ নাম মিনতী নে কি আছিল। কিন্তু মীনাক্ষীয়ে সেই মিনতীৰ যদি ছদ্মৰূপ হয় ? বন্দনাই ভাবে তাইওতো বিন্দু নাম সলাই আত্মগোপন কৰিছে! কিন্তু বিবাহিতা ৰমণী এগৰাকী বিশেষকৈ মৃণালৰ দৰে ভাগ্যবান স্বামী যাৰ··· ·· ? বন্দনাৰ নিজৰ মনতে নানা প্ৰশ্ন তুলি নানা উত্তৰ কাটি যাবলৈ ধৰে। মীনাই কোনো দিনে আত্মপৰিচয় আদি নিদিয়ালৈ চাই সেইজনা ছদ্মবেশিনী মিনীতয়ে হব পাৰে বুলি বন্দনাৰ প্ৰত্যয় হবলৈ ধৰিলে ; পাঠক ! আমি এইখিনিতে নক'লেও হব যে বিন্দুৱে বন্দনা নাম লৈ ছদ্মবেশ ধৰিছিল।

দুপৰীয়া পৰত হোটেলত মানুহ প্ৰায়ে নাছিল। বন্দনাহঁতৰ সৰু কোঠালিটোত মাত্ৰ সিহঁত দুয়োহে। অনেক বেলি মীনাই অৰ্দ্ধচেতন অৱস্থাতে থাকিল। মাজে মাজে উঃ আহ্ কৰে আৰু হাত দুখন জোৰেৰে বুকুত হেঁচি ধৰে। জীৱৰ যন্ত্ৰণা দেখি বন্দনাৰ মনতো বৰ দুখ হ'ল। তাই ভগৱানক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে—

"হে প্ৰভু ! এইজনা যেন সেই মিনতী নহয়। আৰু যেয়ে নহওক লাগে তুমি এওঁক শান্তি দান কৰা প্ৰভু !"

দুচকুৰে তাইৰ পানী বাগৰি আহে। কি এটা আতংকত তাইৰ বুকুৰ মাজতো যেন থাকি থাকি ভুইকঁপৰ জোকাৰণি উঠে। নাই ; লাহে লাহে বন্দনা অস্থিৰ হৈয়ে উঠিল। তাইৰ কাণত যেন কোনে অট্টহাস্য কৰি কয়— "নিষ্ঠুৰা নাৰী ! তোৰেই স্বাৰ্থ প্ৰতিহৃতা কালজিঘাংসাৰ এই নিদাৰুণ পৰিণতি।" বন্দনাৰ গাৰ নোম ডাল ডাল হৈ শিয়ঁৰি উঠে। তাই আৰু পাগলী হৈ যাব। এই সৰ্বনাশী চিন্তাগ্নিত বন্দনা চট্ফট্ কৰিবলৈ ধৰিলে। সেই মিনতীৰ চিন্তাতেই বন্দনা প্ৰায় অৰ্দ্ধোন্মাদিনী হৈ পৰিল। এবাৰ তাই অজানিতে তীব্ৰ ভাৱাবেগত চিঞৰি উঠিল—"মিনতী মিনতী !!"

মীনা একেবাৰে অজ্ঞান হোৱা নাছিল। মাত্র মনৰ অসহ্য যন্ত্রণাতহে ধৰফৰাই আছিল। হঠাতে বন্দনাৰ মুখত তাইৰ আচল নাম শুনি মন্ত্রমুগ্ধৰ দৰে গিৰিপকৈ উঠি বিছনাত বহিল। বন্দনাৰ হাতখন গাৰ সমস্ত শক্তিৰে আঁটি ধৰি তাইৰ চকুলৈ অনিমেষ নয়নে চাই ৰ'ল। কিন্তু মুখেৰে এটা শব্দও উচ্চাৰণ কৰিব নোৱাৰিলে। সেই লৌহ মুষ্টি আৰু প্ৰাণস্পৰ্শী চাৱনিত বন্দনা কাঠ হৈ গ'ল। মাত্র সেহাই সেহাই ক'লে—

"আপুনি—আপুনি মিনতীদেৱী ?" বন্দনাৰ মাতত কৰুণ কঁপনি।

"কিন্তু আপুনি ?" মীনাৰ মনত আশ্চৰ্য্যৰ সীমা নাই।

"মই—ম—ই বিন্দু বৰুৱা।" শব্দ কেইটা কৈয়ে বন্দনাই ফোঁপাবলৈ ধৰিলে। কিছু পৰ কাৰো মুখত কথা নাই। চিন্তাতিশয্যই উভয়কে নিৰ্বাক নিস্পন্দ কৰি দিছিল। এনেতে আকৌ কঁপা কঁপা মাতেৰে বন্দনাই কয়—

"তেন্তে মৃণাল দলৈ⋯ ⋯"

"মোৰ স্বামী। ইহকাল, পৰকাল।"

বন্দনাৰ কথা শেষ হবলৈ নিদি সুস্পষ্ট উত্তৰ দিয়ে মীনাই। সেই উত্তৰত দ্বিধা নাই, সংকোচ নাই, অভিমান নাই, গৌৰৱ নাই। মাত্র স্পষ্ট উত্তৰ ; সুস্থ স্বীকৃতি—মৃণাল মীনাৰেই স্বামী, পতি দেৱতা।

বন্দনা আৰু এক মুহূৰ্তও থিৰে থাকিব নোৱাৰিলে। তাই মীনাৰ ভৰি দুখন গাৰ বলেৰে সাৱটি ধৰি মক্ মক্ কৈ কেৱল কান্দিলেহে কান্দিলে। মীনাই অশেষ যত্ন কৰিও নিজৰ ভৰি বন্দনাৰ বাহু-বন্ধনৰ পৰা মুক্ত কৰিব নোৱাৰি ভাগৰি পৰিল। অতি অদ্ভূত বন্দনাৰ এই পৰিবৰ্তন ! কোন বিন্দু কি অভিসন্ধি, একো বুজিব নোৱাৰি কেৱল আশ্চৰ্য্যত ডুব গ'ল মীনাদেৱী।

সেই দিনাখন সন্ধ্যাৰ পৰা মানুহে মৃণালক দেখা কৰিবলৈ অহাটো বন্ধ কৰি দিয়া হৈছে। কোনো মানুহ ভিতৰত সোমাব পৰা নাই। ডাক্তৰৰ নিষেধ—কোনো বাহিৰা মানুহৰ লগত সাক্ষাৎ বা আলাপ যাতে ৰোগীয়ে নকৰে। জগতৰ সকলো ভাৱাচিন্তাৰ পৰা আঁতৰত থাকি যাতে সম্পূৰ্ণ জিৰণি পায় তাৰেহে চেষ্টা কৰিব লাগে। নাৰ্চে এই বিষয়ে বিশেষ সতৰ্ক হৈছে। মৃণালৰ কোঠাটোত মাত্ৰ ববডেকাই ওচৰতে বিছনা কৰি লৈছে। সিয়েই আজি মৃণালৰ অভিভাবক, ডাঙৰ ককাই।

ববডেকাই সন্ধ্যা কোঠালিটোত ধুনা জ্বলাই দিলে। বেৰত এখন শ্ৰীকৃষ্ণৰ ফটো আৰি দি তাত এধাৰি ফুলৰ মালা ওলোমাই দিলে। তাৰ পাছত তাৰ জেপৰ পৰা মাটিৰ চাকি এটা উলিয়াই বটলৰ মিঠাতেল ঢালি শলিতা জ্বলাই দিলে। এতিয়া ওচৰত কাপোৰ এখন দুজাপকৈ পাৰিলৈ ববডেকা বহিল। মৃণালে বিছনাত শুই শুই ববডেকাৰ সকলো কাৰ্য্য লক্ষ্য কৰি থাকে।

গাত পিন্ধি থকা এৰীয়া দীঘল পাঞ্জাবী চোলাটোৰ ওপৰ জেপত হাত সুমুৱাই সৰু নাম-ঘোষাখন ববডেকাই উলিয়াই লয়। এই নাম-ঘোষাখন মৃণালে ববডেকাক বিহুত উপহাৰ দিয়া। মৃণালেই শিকাই শিকাই ববডেকাক পুথি পঢ়িব পৰা কৰিছে। আজি ববডেকাই মৃণালক নাম-ঘোষা পঢ়ি শুনাব। আহা! কি আনন্দ, কি সৌভাগ্য আজি মৃণালৰ! প্ৰাণ ভৰি সেই ৰস আস্বাদন কৰিবলৈ মৃণাল উদগ্ৰীৱ হৈ থাকে। ববডেকাই ভঙুভঙুীয়া মাতেৰে পঢ়ে—

দুৰ্ব্বাৰ দুঃসঙ্গ দুৰ্ব্বাসনা দুষ্ট
হৰি হৰি হৰি হৰি এ।
অনাদি অবিদ্যা আপুনি ভৈলো মোহিত····
ৰাম ৰাম ॥
অনাত্মা দেহক আত্মা বুদ্ধি কৰি
হৰি হৰি হৰি হৰি এ।
তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত ৰাম ৰাম ॥
আত্যন্তিক সুখ তযু পদ সেৱা
হৰি হৰি হৰি হৰি এ।

সেৱা পবিহৰি সি সুখে ভৈলো বঞ্চিত বাম বাম ॥
মায়াময় ঘোৰ সংসাৰ নিকাৰ
হৰি হৰি হৰি হৰি এ।
তাকে সুখ মানি মগ্ন ভৈলা মোৰ চিত্ত বাম বাম ॥

ববড়েকাই এইখিনি পঢ়ি মৃণালৰ কালে চাই কয় "মোৰ মাতটো বৰ ভাল নহয়নে দলে! তই বেয়া নুবুলিবি।" মৃণালৰ দুচকুৰেদি দুধাৰা অশ্রু নামি আহিছে। ভক্ত মাধৱৰ ভক্তি অমৃত পান কৰি মৃণাল মজি গৈছে। এই মধুৰ নামামৃত পান নকৰি জীৱনটো কেনেকৈ হাহাকাৰৰ মাজত কটাইছিলে তাকে ভাবি মনত অনুশোচ হৈছে। হয়তো মৃণালৰ আয়ুস একেবাৰে চম্ চাপিছে। বোলি ভুব যায় যায় এতিয়াহে জীৱৰ চেতনা হৈছে !!

"তই পঢ়ি যা ববড়েকা। মোৰ খুব ভাল লাগিছে তই নৌৰবি।"—মৃণালৰ পৰম আগ্রহ আৰু সবিনয় অনুৰোধত ববড়েকা বৰ উৎসাহিত হয়। সি আকৌ পঢ়ে—

ব্রহ্মা আদি কৰি জীৱ যত বাম বাম বাম বাম বাম
মায়া শয্যা মাজে আছন্ত ঘুমতি বাই।
তুমিসি চৈতন্য সনাতন বাম বাম বাম বাম বাম
আমি অচেতন নিয়োক নাথ জগাই ॥

* * * *

হে কৃষ্ণ তযু পাদ-পদ্ম পঞ্জৰ ভিতৰে মোৰ মন
পঙ্কজত পশি ৰহোক প্রভু সৰ্ব্বথা।
প্রাণ পয়ানৰ সময়ত বাত পিত্ত কফ আদি যত
কণ্ঠ নিৰোধনে তোমাৰ স্মৰণ কথা ॥
হে কৃষ্ণ পুত্র পত্নী সঙ্গ তেজি তযু পদ সেৱি নিত
গৰ্ব্ব শূন্য সন্ত সবৰ আশ্রমে যাইবো।
ভাসম্বাৰ মুখ পদ্ম মাজে হুয়া তযু কথামৃত নদী
তাতে মগ্ন হুয়া দেহাৰ হাত এৰাইবো ॥

শুনি শুনি মৃণালৰ অন্তৰত আঘাত লাগিল। এদিন তাৰ মৰমৰ পত্নীয়ে তাক "নীচ", 'চৰিত্রহীন' বুলি খেদি পঠিয়াইছিল। তথাপি সেই তিৰোতাৰ ছবি সি জীৱনত পাহৰিব পৰা নাই। অকলশৰীয়া অৱস্থাত কজাৰ সেই

নাৰী-মূৰ্ত্তি আহি তাৰ হৃদয় সমুদ্ৰ মন্থিত কৰে ; অন্তৰ আলোড়িত কৰি যায় ! কতবাৰ সি আশা কৰিছিল যে সেই মিনতী তাৰ বুকুলৈ পুনৰ নিজেই ঘূৰি আহিব ; অনুতাপ কৰিব আৰু ক্ষমা বিচাৰি কান্দিব। কিন্তু ক'তা ! নাহিলেতো ? আজি যোগশয্যাত পৰিও কতবাৰ সেই ৰমণীৰ কথা মনলৈ আহিছে ! এদিন হঠাতে শুনিছিল মিনতী নিৰুদ্দেশ হৈছে। তাতকৈ এটাও বেছি শব্দ এই দুই কাণত সোমাব দিয়া নাই। হয়তো মিনতী ইহজগতত আৰু নাথাকিবও পাৰে। কিন্তু সেই নাৰীৰ চিন্তাৰ পৰা মৃণালে অব্যাহতি নাপায় কিয় ? হিন্দুৰ বিবাহত কি ইমানে যাদুমন্ত্ৰ আছে ? বাহ্যিক জীৱনত মৃণালেতো কঠোৰ কৰ্ত্তব্যৰ সংঘাতকে বৰণ কৰি আহিছে আৰু সংসাৰৰ সুখৰ সকলো সম্ভাৱনাৰ পৰা দৃঢ়তাৰে আঁতৰত আছে ! কিন্তু মনৰ পৰা মহামায়া অন্তৰ্হিত নহ'ল কিয় ? মহাপুৰুষ মাধৱে সকলোকে জলাঞ্জলি দি এনেকি জোৰোণ পিন্ধোৱা ভাবী পত্নীকো পৰিত্যাগ কৰি পৰম পুৰুষ পৰমাত্মাৰ ধ্যানত প্ৰাণ এৰিলে। আৰু মৃণাল মহাপাপীক সকলোৱে এৰাতো এনেকি পত্নীয়েও ত্যাগ কৰাতো অন্তৰত বৈৰাগ্য নহ'ল। সংসাৰীৰ পৰম দুৰ্দ্দশা গাত সানিলেও জীৱনৰ চৰম অপমান মুৰত বহন কৰিও এদিন তাৰ দুৰাচাৰ মন ভগৱংমুখী নহ'ল কিয় ? সংসঙ্গ বিচাৰি অন্তৰ আকুল নৈ নুঠিল কিয় ? ধিক্ ধিক্ এই তাৰ মানৱী জনম ! মৃণাল আত্মগ্লানিত ভাঙি পৰিল। ববডেকাৰ মুখৰ পৰা কাঢ়ি নিজেই উচ্চৈস্বৰে সি গাবলৈ ধৰিলে—

তুমি প্ৰাণ প্ৰিয়তম সুহৃদ পৰম দেৱ
প্ৰাণ প্ৰভু পীতাম্বৰ এ—
তুমিসে কেৱলে আত্মা মোৰ
হৰি হৰি তুমিসে কেৱলে আত্মা মোৰ।
তোমাক নাজানি মিছা জড় শৰীৰক মই
প্ৰাণ প্ৰভু পিতাম্বৰ এ—
আত্মা বুলি ভৈলো সেৱা চোৰ
হৰি হৰি কিনো মই অজ্ঞানী দুৰ্ঘোৰ হৰি এ ॥

ববডেকাই দেখে কথা বিষম। নাৰ্চ এজনীয়ে আহি মানা কৰি গ'ল। ববডেকায়ো মৃণালৰ হাতত ধৰি কাবৌ কৰি ক'লে—

"তই এনেকৈ নাগাবি ও দলে। মই বৰ বেয়া পাওঁ। মোৰে শপথ, তই

মনে মনে থাক। লাগে মনতে গাই থাক। মইও তেতিয়া হ'লে আৰু নপঢ়োঁ।"

ববডেকাৰ কথাত অভিমান, অনুৰোধ, উৎকণ্ঠা, অনুযোগ সহকাৰে সংমিশ্ৰণ। তাৰ থৰ্‌বৰ্‌ হাতখনেদি মৃণালৰ চকুৰ পানীবোৰ মচি দিয়ে। মৃণালৰ সকলো বিপদৰ বন্ধু, পৰম সুহৃদ এই হোজা বুঢ়াটো; সম্পদৰ ভাগ সি কোনো দিনে বিচৰা নাই। মৃণালে মৰিলেও তাৰ প্ৰাণৰ ববডেকাক পাহৰিব নোৱাৰিব; জন্মে জন্মে যেন ববডেকাক সি বন্ধু ৰূপে লগ পায় তাকে অন্তৰেৰে কামনা কৰে। এনেতে নাৰ্চ এজনী সোমাই আহে।

"কোনোবা দুজনী মহিলাই আপোনাক দেখা কৰিব খোজে।"

"কোন মহিলা! এতিয়া নিশা! একো পৰিচয় দিয়া নাইনে?"

"মই ক'লো যে ডাক্তৰৰ নিষেধ—কোনো বাহিৰা মানুহে দেখা কৰিব নোৱাৰে। তেওঁলোকে ক'লে বোলে দলৈৰ অতি আপোন মানুহ। বহুত দূৰ—ডিব্ৰুগড়ৰ পৰা আহিছে।"

মৃণালে একো নামাতিলে। কেৱল হাতেৰে ইঙ্গিত কৰিলে। নাৰ্চজনী ওলাই গৈ মহিলা দুগৰাকীক অনুমতি দিলে। আগত মীনাক্ষী আৰু পাছত বন্দনা বিজুলীবেগে সোমাই আহে। মীনাক্ষী পোনেই গৈ মৃণালৰ ভৰি পথানত বহি পৰিল। আজি বাইছ বছৰৰ পাছত আকৌ স্বামী সান্নিধ্য। মীনাৰ বুকুৰ ভিতৰত বিৰাট ভূমিকম্পৰ সৃষ্টি হৈছে। নিমিষতে লাজ-ভয় আনন্দৰ তুমুল আন্দোলন হ'ল। মীনা এবাৰ জ্বলিছে, এবাৰ চেঁচা পৰিছে। সেই ভাবাতিশয্যাৰ খুন্দাত মীনা মুৰৰ পৰা ভৰিলৈকে চেৰাঘামে ঘামি উঠিল। কালৈকো চাব পৰা নাই, মাত্ৰ তাইৰ স্বামীদেৱৰ চৰণযুগলত স্থিৰ দৃষ্টি। তাই মূৰ্চ্ছা গৈ নপৰে তো? ঠিক, তাৰেই চেষ্টাত মীনা বহু কষ্টে আত্মসম্বৰণ কৰি এটা দম্‌ লৈছে। কিন্তু ভিতৰৰ জোকাৰণিত যেন মুহূৰ্ত্ততে বুকু ফাটি আগ্নেয়গিৰি বাহিৰ হব খোজে।

বন্দনা মীনাৰ ওচৰতে থিয় হৈ আছে; যেন অজন্তাৰ দেৱালত কাটি থোৱা শিলৰ মূৰ্তিহে। তায়ো কাৰো মুখলৈ চাব নোৱাৰি তললৈ মূৰ কৰি আছে। মাত্ৰ সজাগ হৈ আছে কাণ দুখন—কাৰ মুখৰ পৰা কি ওলায় তাকে ভুপ্‌ কৰে শুনি যাবলৈ।

মৃণালৰ বিছনাখন ককালৰ পৰা মূৰ ছোৱা স্প্ৰিং কৰি দাঙি থোৱা। সেই অৱস্থাৰ পৰা মৃণালে মীনাৰ মুখাবয়ব লক্ষ্য কৰিব পাৰিছে! ক'ত যেন এই ভদ্ৰ মহিলাক দেখিছিল; কিন্তু মহিলাৰ কি আচৰিত ব্যৱহাৰ! কথা নাই,

মুখলৈ নাচায় অথচ ভবি পথানত গৈ বহি আছে। হয়তোবা ঢেঁও কিবা ভ্ৰমত পৰিছে। হতবাক মৃণাল বিস্ময়ত বুৰগৈ কেৱল স্তব্ধ হৈ থাকিল। কিন্তু দুৱত বৰডেকায়ো বুকুত হাত দুখন বান্ধি এই নিস্তব্ধতাত মগ্ন হৈ আছে।

বৰ ডাঙৰ ধুমুহাৰ আগৰ আকাশ যেন গহীন, গম্ভীৰ, অন্ধকাৰ। ক'তো পাত এটাও লৰা নাই।

"আপোনালোক কোন? মই হয়তো পাহৰি গৈছোঁ; ক্ষমা কৰে যেন।"

নিৰুপায় হৈ মৃণালেই প্ৰথম আৰম্ভ কৰিলে। মীনাৰ পক্ষে আত্ম পৰিচয় দিয়া নাইবা কথা কোৱাটোৱেই সম্ভৱপৰ নাছিল। আজি তাইৰ স্বামী, জীৱনসৰ্ব্বস্বই তাইক চিনি পোৱা নাই। তাতেহে তাইৰ প্ৰাণ ফাটি যাব খুজিছে। কিন্তু বিধাতাৰ অভিশাপ। দুৰ্বাসাৰ শাপত পৰি শকুন্তলাই দুষ্মন্তৰ বিস্মৰণত পৰাৰ দৰে অভাগিনী মীনাক আজি বাইছ বছৰৰ নিষ্ঠুৰ বিচ্ছেদে স্বামীৰ চকুত অচিন কৰি তুলিছে। বন্দনাইও মৃণালৰ প্ৰশ্নৰ উত্তৰ মনৰ ভিতৰতে দুই তিনিবাৰ চেষ্টা কৰিও দিব নোৱাৰিলে। তাই চিনাকিয়েবা দিয়ে কোনটো? নাৰ্চৰ আগত ডিব্ৰুগড়ৰ বুলি কৈছে। কিন্তু বিন্দুবৰুৱা বুলি চিনাকি দিলেহে মৃণালে চিনি পাব। গতিকে দ্বিধাভাৱে কথাৰ মাজত আগভেটা দিলে। এনেতে মৃণালৰ ভবিত তপ্‌তপ্‌কৈ কি পৰিছে বুলি কোচ খুৱাই দেখে মীনাৰ চকু ফাটি যেন জলপ্ৰপাত হৈছে। সেই জলপ্ৰপাতৰ তপত পানী দুধাৰা পোনে পোনে গৈ মৃণালৰ চৰণ সমতলত পতন হৈছে।

"কোন? কোন তোমালোক? পৰিচয় মোক পৰিচয়....লাগে।"

মৃণালে তীব্ৰস্বৰে দাবী জনালে। বিলম্ব যেন একমুহূৰ্ত্তও আৰু সহ্য নহয়। কিন্তু সেই ঢেৰেকনিত বৃষ্টিপাত যেনিবা বন্ধ নহলেই বজ্ৰপাতহে হ'ল। সেই বজ্ৰাঘাত লাগি দুজন ঠেৰেঙা দিলে। মীনা আৰু মৃণাল নিজে।

মীনা আৰু থিৰেৰে বব নোৱাৰি মৃণালৰ ভবিত উবুৰি হৈ পৰিল। ইয়াৰ আগতে তাই হাতৰ মুঠিত লৈ অহা দুটা বস্তু মৃণালৰ বুকুলৈ দলিয়াই দিব পাৰিছিল মাত্ৰ। খপ্‌জপ্‌কৈ মৃণালে তাকে খুলি চাই দেখে এখন কাগজেৰে ধুনীয়াকৈ মেৰিয়াই থোৱা সৰু ফটো। ফটোখন মৃণালৰ ডেকা বয়সৰ। তলত লিখা আছে—"মিনতীৰ দেৱতা।" অতি অদ্ভুত ব্যাপাৰ! মৃণালে বিদ্যুৎ তৎপৰতাৰে আনটো বস্তু চায় যে এটা সুন্দৰ কাৰুকাৰ্য্য কৰা সোণৰ কৌটা। কৌটাত কি আছে বুলি খুলি চাই দেখে এটা সোণৰ আঙঠি। আঙঠিটোও মৃণালৰ চিনাকি। তাত লিখা আছে "মৃণাল"। এটা বস্তুত

লিখা পালে "মিনতীৰ দেৱতা" আৰু আনটোত "মৃণাল"। এতিয়া মৃণালৰ প্ৰশ্নৰ উত্তৰ আপুনি পৰিষ্কাৰ হৈ পৰিল—তাৰ ভৰি দুখন বৰুৰ মাজত হেঁচি খাই অচেতন হৈ পৰি থকা এই নাৰী কোন! মৃণালে এটা দুখৰ হুমুনিয়াহ নাইবা স্বস্তিৰ নিশ্বাসো পেলাব নোৱাৰিলে। হাতত সেই আঙঠিটো লৈ তেনেকৈয়ে ঠেৰেঙা লাগি ৰ'ল মৃণাল। এই দৃশ্য চোৱাৰ যোগ্য যেন বিবেচনা নকৰি মাত্ৰ ৰৰডেকাই দূৰতে "হে ভগৱান! শঙ্কৰ গুৰু হৰি !!" বুলি লাহেকৈ বাৰান্দালৈ ওলাই পৰিল।

বাৰান্দাত আহি দেখে যে কিছু দূৰত এজন ডেকাই নাৰ্চৰ লগত প্ৰায় কাজিয়া কৰিয়েই সেইফালে সোমাই আহিছে। ৰৰডেকাৰ কাণত পৰিল ডেকাজনে নাৰ্চক কৈছে—

"মই ৰোগীক দেখা কৰিবই লাগিব! ডাক্তৰে যি শাস্তি দিয়ে মোক দিব। আপুনি সেইটো নাভাবিব। মই ৰোগীৰ অতি আপোন মানুহ।"

তথাপি ডেকাজনক বাৰান্দাতে পাই ৰৰডেকাই বাধা দি ক'লে—"ভিতৰত নাযাবা। কোনো মহিলাই বিশেষ কথা পাতিছে।"

হঠাতে গতি বন্ধ হৈ ডেকাজনে ভাবিলে "বিশেষ কথা?" কোন ভদ্ৰ মহিলাৰ কি বিশেষ কথা মৃণালৰ লগত থাকিব পাৰে? হয়তো কোনো খবৰ ল'বলৈ অহা বন্ধু-পত্নী। কিন্তু মৃণালৰ লগত ডেকাৰ যি কথা, যি সম্বন্ধ তাতকৈ পৃথিৱীৰ কোনো মানুহৰে বিশেষ কথা বিশেষ সম্বন্ধ হব নোৱাৰে। অধিকাৰৰ মাদকতাত ডেকাজনে জোৰেৰে কোঠালিৰ ভিতৰ সোমাই পৰিল।

কিন্তু ভিতৰত আকৌ ই কি দৃশ্য? ডেকাজন ভুলতে কোনো বেলেগ মানুহৰ কোঠাত সোমোৱা নাইতো? সেইয়া দেখোন মৃণাল ধ্যানস্থ যোগীৰ দৰে স্তম্ভিত হৈ আছে! কিন্তু তেওঁৰ ভৰিত পৰি সেইজনী কোন অভাগিনী ধৃষ্টা ৰমণীয়ে ৰোদন কৰিছে? মৃণালে তেন্তে কি কোনো গুপ্ত প্ৰণয়ত আবদ্ধ আছিল? ডেকাজনো স্বৰগ পৰা মানুহৰ দৰে পিচুৱাই পিচুৱাই গৈ বেৰত লাগি থমকি ৰ'ল। সি বাহিৰ ওলায়ো যাব নোৱাৰিলে। সেই দুৰ্ভাগী মহিলাকে সি আগদিনাখন বাটত লগ পাইছিল। বিস্ময়ত বৰুৱৈ ডেকাই কেৱল ভাবিলে।

"ক্ষমা—ক্ষ—মা, প্ৰভু মোৰ!"

মীনাৰ ৰুদ্ধশ্বাসত মুখৰ শব্দটোও ওলাই আহিব নোখোজে। উচুপনিত গোটেই মানুহজনী ভয়ানকৰূপে জোকাৰ খাই খাই উঠে। তাৰে প্ৰতিটো

অন্ধকাৰাচ্ছন্ন যেন প্ৰাণপখীটি দেহৰ লৌহবন্ধন চূৰমাৰ কৰি মুক্ত হৈ যাব খোজে। এই নিদাৰুণ দৃশ্য কোনেনো চাই থাকিব পাৰে! কল্পনাই চাইছে। আই পাৰে। তাইক সেই দৃশ্য দেখুৱাবলৈকে বিধাতাই চুলিত ধৰি চোঁচোৰাই আনিছে। নিজে অগ্নি সংযোগ কৰা ঘৰৰ প্ৰজ্বলিত বহ্নিৰ উত্তাপ তাই সহিব নোৱাৰি এতিয়া পলাব ক'ত? শলাত দি খোৱা জীয়া মাছৰ দৰে তাই মৃণাল মিনতীৰ মনৰ তাপত সিজিছে পুৰিছে। আঁতৰি যাবৰ শক্তি নাই।

আকৌ মীনাই সেহাই সেহাই অতি কষ্টে কবলৈ ধৰিলে।

"আপোনাৰ চৰণ স্পৰ্শ কৰাবো মোৰ অধিকাৰ নাই দেৱ! মোৰ মূৰত পদাঘাত কৰক। সেই পদাঘাতত আপোনাক ভুল বুজা পাপীয়সী নাৰীৰ চৰম গতি হওক।"

মৃণালৰ ভৰিৰ তলত নিজৰ মূৰটো স্থাপন কৰি মীনাই পাগলীৰ দৰে আস্ফালন কৰিবলৈ ধৰিলে। মৃণালৰ কোনো ভাবাবেগ নাই। নিশ্চল প্ৰস্তৰখণ্ডৰ দৰে পৰি থকা মৃণালৰ মুখত মাত্ৰ শুনা গ'ল, গদ গদ কণ্ঠে কৈছে—

"বহুত পলম হৈ গ'ল! এতিয়া যে মোৰ যাবৰ বেলা।"

চিলিঙৰ ওপৰলৈ স্থিৰ-নেত্ৰে চাই মৃণাল একেদৰেই স্তব্ধ হৈ থাকিল। মৃণালৰ গা একেবাৰে অলস, দুৰ্বল হৈ আহিছিল; যেন আঙুলিটো দাঙিবৰো গাত শক্তি নাই। তেন্তে মৃণালৰ কি শেষ সময় ওচৰ চাপিছে? বেৰৰ কাষত ঠিয় হৈ থকা ডেকাৰ অন্তৰ ঢপ্ঢপাই উঠিল! তেনেহ'লে সি যে চিৰদিনৰ কাৰণে পিতৃৰ অজ্ঞাত থাকি যাব! এই দুখ যে তাৰ জীৱনত অসহনীয় হৈ উঠিব। কিন্তু সেই পদলুণ্ঠিতা নাৰী যে কোন তাৰ তেতিয়াও ধাৰণা নহ'ল। যেয়ে নহওক লাগে তাৰ যে আৰু বিলম্বত বিঘিনি। গুলী খোৱা হৰিণৰ দৰেই ডেকা আগবাঢ়ি আহি মৃণালৰ সোঁ ভৰিত কপাল থুকিলে। মীনা বিছনাৰ বাওঁফালে তেতিয়াও পৰি আছে। সোঁফালে ডেকা।

"পিতা। মই আপোনাৰ অভাজন পুত্ৰ তীব্ৰজিৎ।"

"তীব্ৰজিৎ! তীব্ৰজিৎ!! তীব্ৰজিৎ!!! বাছা মোৰ!"

মৃণালৰ ভৰিৰ তলৰ পৰা উঠি উন্মাদিনীৰ দৰে মুখলৈ নোচোৱাকৈও মীনাই ডেকাজনক সাৱটি ধৰিলে। প্ৰাণে যাক পুত্ৰ বুলি চিনি পাইছে চকুৱে তাক কি অপ্ৰমাণ কৰি দিব পাৰিব? মীনাৰ উচুপনিত গোটেই কোঠালিৰ বায়ুমণ্ডল তপত হৈ উঠিল।

"তেন্তে কি তুমি মাতৃ? উঃ! মা—মা!!"

তীব্ৰজিতেও মাকৰ বুকুৰ মাজত উচুপিবলৈ ধৰিলে। বন্দনাই সজোৰে হাত দুখন বুকুত বান্ধিলৈ চাই থাকিল এই দৃশ্য। মনতে তাই দৃঢ়স্বৰে ক'লে—

"উঃ! আৰু? তাৰ পাছত আৰু কি দৃশ্য দেখুৱাবা নিষ্ঠুৰ বিধাতা! আজি প্ৰেতাত্মা বিন্দুয়ে তাইৰ পাপ কাৰ্য্যৰ সকলো নিষ্ঠুৰতম পৰিণতি চাবলৈ বুকুত বল বান্ধি আহিছে।"

বৰডেকাই বাহিৰত ৰব নোৱাৰি তেতিয়া ভিতৰ সোমাইছে। কিন্তু এচুকত নিৰলে থিয় হৈ কেৱল অশ্ৰুমোচন কৰি ৰ'ল! তেতিয়াও মৃণাল স্থিৰ। অচল; অটল। হিমালয় পৰ্ব্বতৰ দৰে পৰি থাকি শুভ্ৰ গৌৰীশংকৰ শিখৰ মহাকাশলৈ উন্নত কৰি যেন কি মহাভাৱত মহানিদ্ৰা যাব খুজিছে। প্ৰস্তৰ মূৰ্ত্তিৰ মুখেৰে কথা ওলোৱাৰ দৰে আকৌ মৃণালৰ মুখত শুনা গ'ল—

"ই আকৌ তোমাৰ কি বিচাৰ প্ৰভু! যেতিয়া খুজিলোঁ, গোটেই জীৱনটো দি হাবাথুৰি খালোঁ তেতিয়া নিদিলা। এতিয়া আকৌ এই প্ৰবঞ্চনা কিয় লীলাময়! যেতিয়া পুতলা পুতলা বুলি ফেকুৰি কান্দিলোঁ, মাটিত বাগৰিলোঁ, তেতিয়া পুতলা নুকুৱাই থলা। কান্দি কান্দি ভোকত পিয়াহত আমঠু শুকাল। এতিয়া মা মা বুলি আতুৰ হোৱা দেখি পুতলা দেখুৱাই ফুচুলাব খুজিছা কিয়? ছলনাময়! ই তোমাৰ কি নীতি?" দুই মিনিটমান তলকা মাৰি থাকি মৃণালৰ মুখ আকৌ খোল খালে।

"হাঃ হাঃ হাঃ! ই আচল ভোজবাজী খেলা! ই পাকা জুৱাখেলা!! মৃণালক এইবাৰ কিন্তু নোৱাৰিবা; সি বহুত ঠেকিল। সি বহুত চালাক হৈ উঠিল। সাঃ সাঃ সাঃ।"

মৃণালৰ অট্টহাঁহিত সকলোৱে চমকিত হ'ল। মীনাৰ শিথিল বাহুবন্ধনৰ পৰা তীব্ৰজিৎ আপুনি মুক্ত হৈ পৰিল। বৰডেকাও কিছু ওচৰ চাপি আহিল। চকুৰ পানীত ভিজি মীনা, তীব্ৰজিৎ আৰু বৰডেকাই মৃণালৰ মুখলৈ হা কৰি চাই ৰ'ল। বন্দনাৰ চকুত পানী নাই। তাইৰ মুখখন অতি ভয়াবহ হৈ উঠিছে। যেন কৰাল-বদনী কালীৰ সংহাৰ মূৰ্ত্তি। মৃণালে কালৈকেও চকু নথুৱাই মাত্ৰ মুক্ত চকু লাহেকৈ বন্ধ কৰি দিলে। প্ৰাণৰ শক্তিৰে চিঞৰি চিঞৰি মৃণালে আকৌ গাবলৈ ধৰিলে—

হে কৃষ্ণ পুত্ৰ পত্নী সঙ্গ        তেজি তবু পদ সেৱি নিত
গৰ্ব্বশূন্য সন্ত সবৰ আশ্ৰমে যাইবো।

আনন্দৰ মুখপদ্ম মাজে হুয়া তব কথামৃত নদী
তাতে মগ্ন হুয়া দেহাবো হাত এৰাইবো ॥

ৰৰডেকাই আহি নবালাৰিকৈ মৃণালৰ হাতত ধৰি কত কাবৌ কৰিলে; মীনাই বাওঁভৰি আৰু তীব্ৰজিতে সোঁ-ভৰিত পৰি কিমান কাকূতি কৰিলে; চাৰিওফালৰ পৰা নাৰ্চবোৰ লৰি আহি কিমান চিঞৰ বাখৰ কৰিলে মৃণালৰ কালৈকো ভ্ৰূক্ষেপ নাই। হে কৃষ্ণ বুলি জোৰেৰে আৰম্ভ কৰা শব্দব্ৰহ্ম ক্ৰমে সৰু হৈ হৈ দেহাবো হাত এৰাইবো বুলি একেবাৰেই শেষ হৈ গ'ল। সঁচাকৈয়ে মৃণালৰ পবিত্ৰ জীৱাত্মাই মাটিৰ দেহা এৰি পৰমাত্মাৰ সন্ধানত উৰা মাৰিলে। চিৰদিনৰ বাবে মুদ্ৰিত সেই চকুৰ কোণৰ পৰা দুধাৰা অশ্ৰুগঙ্গা ধীৰে ধীৰে বৈ আহি মৃণালৰ অন্তৰৰ সকলো পাৰ্থিৱ দুখৰাশি ধুই আনিলে! তাৰ দেহাটিও শুচি হ'ল। ওচৰৰ দুমহলীয়া ঘৰটোৰ পৰা ৰেডিঅ'ৰ বৰগীতৰ সুৰ ভাহি আহিছে—

অথিৰ ধন জন, জীৱন যৌৱন, অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ সবহু অসাৰ, কৰবো কাহেৰি সাৰ ॥

চিৰজীৱন পত্নী, পুত্ৰ, জ্ঞাতি-বন্ধুৰ পৰা পৰিত্যক্ত প্ৰতাৰিত হৈ, নিঃসঙ্গ নীৰস সংসাৰী জনম শেষ কৰি, আজি মৃণালৰ মৃতভেল ডোখৰিৰ আদৰ বৰকৈ বাঢ়ি উঠিছে। কিছু বেলিৰ পাছত মৃণালৰ ঘৰত থকা নিৰ্ম্মল আৰু বিতৃষ্ণাও সমবেদনা জনাবলৈ উপস্থিত হলহি।

মৃণাল গ'ল। বৰ অভিমান বুকুত লৈ মৃণাল গ'ল। এবাৰ মাতো 'মিনতী' বুলি নামাতিলে; এটা আঙুলিৰেও পত্নী বুলি স্পৰ্শ নকৰিলে; এটিবাৰো কেৰাহিকৈ চাই মিনতীলৈ অনুকম্পা প্ৰকাশ নকৰিলে। ঠিক! ঠিকেই কৰিছে। অভিমানিনী মূঢ়া নাৰীৰ এয়ে যোগ্য পুৰস্কাৰ। ধিকৃতা মীনাৰ সংজ্ঞাহীন শৰীৰ বিছনাৰ তলত পৰি গ'ল।

"হায় হায় নিৰ্ম্মম নিয়তি! ই তোৰ কি নিদাৰুণ অবিচাৰ!!" প্ৰাণৰ জ্বালাত বিন্দু থিৰে থাকিব নোৱাৰিলে। উন্মাদিনীৰ দৰে তাই বায়ুবেগে ওলাই গ'ল।

হস্পিটালৰ পৰা কিছুদূৰ গৈয়ে ৰাস্তাৰ কিলাকুটীয়া ভাজটো। বিপৰীত-ফালৰ পৰা অহা বোজাই লৰীৰ হৰ্ণটো বিন্দুৰ সংজ্ঞাহীন দেহৰ বধিৰ কৰ্ণ-বিবৰত প্ৰবেশ-পথ বিচাৰি নাপালে। অকস্মাতে বিৰাট দৈত্যাকাৰ গাড়ীৰ সম্মুখত পৰিবোৱা তিৰোতা গৰাকীক দেখি ড্ৰাইভাৰজন আতংকত চিৎকাৰ

কৰি উঠিল ; কিন্তু লৰী ৰখোৱাৰ কোনো ব্যৱস্থা ল'ব পৰাৰ আগতে বিনুৰ শৰীৰ চকাৰ তলত সোমাই পৰিল।

অগণন জনতাৰ কোলাহলৰ মাজত পুলিচ কৰ্ম্মচাৰীয়ে বেতিয়া মৃতদেহ চিনাক্ত কৰিবলৈ আহে তেতিয়া এসোপা পিষ্ট মাংস, দলিত হাড়-মূণ্ড আৰু কেচেমাকেচেম্ গোদ্ধোৱা বঙাতেজৰ বাহিৰে তাত একো নাই। ছিন্নভিন্ন ৰিহা-মেখেলাৰ অৱশিষ্টাংশৰ দ্বাৰা ইয়াকে মাত্ৰ বুজা গ'ল যে সেইজনী কোনোবা হতভাগিনী নাৰীহে আছিল—পুৰুষ নহয়।

ৰৰডেকাই মৃণালৰ হাত দুখন বুকুৰ মাজত লৈ হাও হাও কৰি কান্দিছে।

"তই দেখোন সঁচাকৈ গলি অ' দলে ! মইনো কেনেকৈ থাকিম অ' এম্ এল্ এ ! এইপাত শেল মাৰিবলৈকে তই মোক চিলিমলৈ মাতি আনিছিলি নেকি ? অ ! উঃ উঃ ! মই তোৰ আগত মৰিব নোৱাৰিলোঁ। মই এতিয়া কি কৰোঁ ?"

এনেতে সকলোকে আশ্চৰ্য্যান্বিত কৰি হাস্পিটালৰ দৰ্চীয়া বান্ধনী নিপু কান্দি কাটি হুলস্থুল কৰি আহি মৃণালৰ গাতে পৰিল। সেই মুহূৰ্তলৈকে কোনেও নাজানিছিল যে সি মৃণালৰ সোদৰৰ ভাই। একে নগৰতে থাকিও হীন জীৱন যাপন কৰা নৃপেনে দেশৰ মুখ্য ফুটা ককায়েকক চিনাকি দিবলৈ লাজ পাইছিল। কিন্তু আজি আৰু নোৱাৰিলে। এইদৰে এটা জীৱন-চাকিৰ চাৰিওফালে কেইবাটাও নিৰীহ চগাৰ জীৱনদানৰ যেন ক্ষুদ্ৰ যজ্ঞহে অনুষ্ঠিত হ'ল। চাকি নুমাল। চগাৰ জীৱনত পোহৰ আঁতৰিল। ভগ্ন পাখি, দগ্ধ প্ৰাণ অৱশেষ ৰ'ল।

উন্মাদিনী মিনতীৰ পেটত আজি সাতদিনে এটা খুদকণো প্ৰৱেশ কৰা নাই। ৰূপহীৰ চকু কান্দি কান্দি উখহি গৈছে। বিজুলীৰ মুখত অন্ধকাৰ নামিছে। তীৰ্থজিৎ একেবাৰে উদ্‌ভ্ৰান্ত হৈ উঠিছে। সি যে জনম-দুখী ; পৰম অভিশপ্ত জীৱ। ভবেশ বৰুৱাৰ কপালৰ শিৰ থোপা বান্ধিছে। চকু জুৰি গযত হৈ গৈছে আৰু মুখখন চিনিব নোৱাৰা হৈ পৰিছে। গোটেই ঘৰখনত যেন শোকৰ জুই জ্বলিছে। সেই জুয়ে আটাইকে পুৰি এঙাৰ যেন কৰি আনিছে। কত যত্ন কত কাকুতি কৰি মিনতীক এমুঠি খুওৱাৰ চেষ্টা কৰা হৈছে, নাই ; একোকে মিনতীয়ে স্পৰ্শ নকৰে। তাই হাঁহে খিল্ খিল্ কৰি। অভিমান কৰে ; কান্দে আৰু নাম গায় ; ঘোষা আওৰায়। ওপৰলৈ চাই নমস্কাৰ কৰে। আৰু কয়—

"মোৰ সেৱাটোও জানো চুৰা ? উঃ, ইমান অভিমান ? হিঃ হিঃ হিঃ হিঃ। তেন্তে ? অ ! বুজিছো ; সেই কুকুৰটো, বিভূতিৰ কথা ? হাঃ হাঃ ! ছিঃ ছিঃ ! ছেই ছেই !"

ৰূপহীয়ে বাধা দি কয়—"দুটা, মাত্ৰ দুটামান ভাত খা আইটি ! তই যে কি হৈ গলি !"

"হেঃ হেঃ হেঃ ভাত ? আগেয়ে তেওঁক দে। মই নাখাওঁ। অ' নহয় ; মোৰ ভাত কেইটা তেওঁক চুই দিবলৈ ক। ভবিৰে চুই দিলে হব যা। যা, যা, নিনিয় কিয় ?"

মিনতীৰ ঠেলাত বুঢ়ী বাগৰি পৰে। বাগৰি বাগৰি কেৱল কান্দে।

"কান্দিছ ! কান্দিলে কি হব ? হাঃ হাঃ হাঃ, তিৰোতাৰ কান্দোনৰ কি মূল্য আছে ? কান্দি কান্দি সভা জয় কৰিব পাৰিবি জানো ? বাৰু এবাৰ হাঁহিচোন। হাঁহিটোৰ কিন্তু খুব মূল্য আছে ; বৰ দাম। হাজাৰজনৰ মুৰ গৰম হৈ যাব। হাঃ হাঃ হিঃ হিঃ।"

মিনতীয়ে একেবাৰে ঢাৰিপাটী ল'লে। একোকে নাখায়। দিন ৰাতি কেৱল মৃণালৰ কথা কৈ হাঁহে, কান্দে, অভিমান কৰে। সমস্ত পুৰণি কথাৰ পুনৰাবৃত্তি। ভাল মানুহেও সিমান কথাৰ স্মৰণ কৰিব নোৱাৰে। ই আকৌ

কি ধৰণৰ উন্মাদনা ? দিঠকতে উন্মাদিনীয়ে মধুৰ সপোন দেখে। বাপেকে তাইৰ মূৰত হাত ফুৰাই চকুপানী টোকে। মিনতীয়ে কয়—

"অ' ইমান মৰম নকৰিবা নাথ! মোৰ সিমান সহিবৰ শক্তি নাই। বাৰু তুমি যে কৈছিলা "প্ৰেমৰ বিনাশ নাই, প্ৰেম মৰণজয়ী" কথাটো তেন্তে সঁচা ? হিঃ হিঃ হিঃময়ো এক পাগলী। সঁচা নহ'লে তুমি কেনেকৈ আহিলাহেঁতেন ? তুমিতো সেইদিনা মৰিছিলা ? ঠিক ঠিক, মোৰেই ভ্ৰম হৈছে। এতিয়া কিন্তু ঠিক বুজিছোঁ।"

কিছুপৰ চকুমুদি থাকি মিনতী আকৌ হুক্ হুক্ কৰে কান্দি উঠে। "তেন্তে মোক তুমি ক্ষমা নকৰিলা ? মই তোমাক চৰিত্ৰহীন বুলিছিলোঁ, নীচ বুলিছিলোঁ। কিন্তু সেই ৰাক্ষসী বিন্দুৱেহে তাৰ বাবে দায়ী নাথ! তুমি বিচাৰ কৰি চোৱা। এইবাৰ কিন্তু মোক নেৰিবা। ময়ো যাম। তুমি চাকৰি কৰিবা, মই ভাত ৰান্ধিম, চাহ কৰিম, ঠাই মচিম ; আহা! আমাৰ জীৱন কি সুন্দৰ হব!"

দুখুনী মিনতীৰ সকলো মধুৰ কল্পনা মনতেই চিৰদিন থাকি গ'ল। আজি তাই মানুহৰ জ্ঞান হেৰুৱাই জীৱনত খুলি নোকোৱা গোপন অভিলাষৰ কথা মুখ ফুটাই কৈছে। শৰীৰত বাৰ্দ্ধক্য ; মন এতিয়াও তাইৰ জীৱনৰ অতৃপ্ত কামনা বাসনাত ৰঙীন হৈ আছে ; তেজাল হৈ আছে। মাজে মাজে তাইৰ ভাব আহে মৃণালে তাইক সন্দেহ কৰিছে। যাকে ওচৰত পায় তাকে ভৰিত ধৰি কান্দে আৰু ফেঁকুৰি কেঁকুৰি কয়—

"তোমাৰ গাত মোৰ বধৰ ভাগ লাগিব নাথ! মোক সন্দেহ নকৰিবা। মই চিৰদিন তোমাকে ধ্যান কৰি আছোঁ। তুমি দিয়া সৰু ফটোখন বুকুত বান্ধি কিমান কান্দিলোঁ! তোমাৰ আঙঠিটো চোৱা। কেনেবাকৈ লেতেৰা হয় বুলি—তোমাৰ নামটো মচা যায় বুলি মই তাক কিমান···মৰমকৈ কৌটাত ভৰাই ৰাখিছোঁ! ইমানতো কি তুমি মোক অবিশ্বাস কৰিবা ? নহয় দেৱ! তাতকৈ মোক তুমি বধ কৰা। মাৰি পেলোৱা।"

এইদৰে কান্দি কাটি কৌতিয়াবা বাপেকৰ ভৰিতেই খামোচ মাৰি ধৰে। সেই মুঠি বুঢ়াই এৰাব নোৱাৰি ভাগৰি যায়। দুখে-শোকে বুঢ়ায়ো ম্ৰিয়মান হৈ পৰে। মিনতীয়ে আকৌ কয়—

"আৰু চোৱা! তুমি ক'লৈ পলাব খুজিছা ? মোক বিশ্বাস কৰা। মোৰ পিতাই মোক আনলৈ বিয়া দিব খুজিছিল। উঃ মোৰ পিতা ইমান নিষ্ঠুৰ!

মই কিন্তু সেই ৰাতিয়েই পলায় গ'লোঁ—বহুত দূৰ বহুত নিলগলৈ। মই যে তোমাক এৰি বাচি থাকিব নোৱাৰোঁ। ওঃ! কিন্তু মোৰ কপালত বিচ্ছেদৰ দুখ হে আছিল। মই তোমাক কিদৰে বুজাম—কিমান ভাল-পাওঁ!"

মিনতী কান্দে। বুঢ়াইও মিনতীক সাৱটি ধৰি কান্দে। "স'চাকৈয়ে তোৰ পিতা নিষ্ঠুৰ আই, সি ৰাক্ষস। সিয়েই তোৰ সৰ্ব্বনাশ সাধন কৰিছে। তাৰ কৰ্ম্মফল আই! তাৰেই মহাপাপত পুৰি মৰিছ তই! নাকান্দিবি বাছা! হায় ভগৱান! মোক এতিয়া এইদৰে শাস্তি বিধান কৰিছা! একেলগে নামাৰি কাটি কাটি কলাখাৰ ঢালিছা। উঃ! মই যে আৰু সহিব নোৱাৰোঁ প্ৰভু!" বুঢ়া মকমক্ কৈ কান্দি অচেতন হৈ পৰে। মিনতী উঠি বাপেকৰ চকুৰ পানী মচি দিয়ে।

"নাকান্দিবা, তুমি নাকান্দিবা দেৱ! বাৰু, সেইবোৰ ক'লে যদি তুমি বেয়া পোৱা তেন্তে আজিৰ পৰা নকওঁ। কিন্তু...মোক ক্ষমা কৰিছোঁ বুলি কোৱা। আৰু আজিৰ পৰা মোক এৰি নাযাওঁ বুলি শপথ খাব লাগিব। নহলে নেৰিছোঁ। উঠা মোৰ প্ৰভু, নাকান্দিবা।"

প্ৰণয়ৰ অভিলাষ জীৱনত অপূৰ্ণ থৈ যোৱা সতী মিনতীৰ সংজ্ঞাহীনা আত্মাই জন্মদাতা পিতৃৰ লগতে প্ৰণয় খেলা খেলিব ধৰিছে। কিন্তু সম্পূৰ্ণ কামগন্ধ ৰহিত। ই আছিল একেবাৰে মানসিক আৰু আনুভূতিক ক্ৰীড়া প্ৰৱণতা। অভাগিনী দুহিতাৰ এনে বিলাই কি বৃদ্ধ জনকৰ সহ্য হয়? তেওঁ যে মৃণাল-মিনতীৰ ইমান গাঢ় প্ৰেমৰ বুজ নাপাইছিল!

তেৱেঁই যে এদিন সিহঁতৰ বিচ্ছেদৰ ক'লা যৱনিকাখনি নিষ্ঠুৰ হাতেৰে টানি ধৰিছিল! বুঢ়াৰ মনত পৰে পৰাগৰ কথা, ৰূপহীৰ কথা; তাৰ পাছত আহে অসহ্য অনুশোচনা, অন্তৰ দহন।

মৃণাল যোৱাৰ ন দিনৰ পাছত এদিন ৰাতি মিনতী বিছনাৰ পৰা পৰি মৰি থাকিল। এই ন-টি দিন মিনতীয়ে কেৱল গোটেই বিশ্বময় স্বামীকেই দেখিলে। স্বামীৰ লগতে কথা ক'লে, হাঁহিলে, কান্দিলে; প্ৰেমাভিনয় কৰিলে। বিশ্বত যেন স্বামীৰ বাহিৰে আন কাৰো অস্তিত্ব নাই॥ বিশাল নীলাকাশৰ বুকুত, সেউজীয়া ধৰণীত মাত্ৰ দুটি আছে প্ৰেমিক-প্ৰেমিকা, মৃণাল আৰু মিনতী। মুক্ত, অপ্ৰতিহত, উজ্জ্বল প্ৰেমলীলা নিৰন্তৰ চলিছে সিহঁত দুয়োটাৰ মাজত; বিৰাম নাই, বিৰতি নাই, দিন নাই, ৰাতি নাই; অনাহাৰ অনিদ্ৰাত পৰিশুদ্ধ

পৰিপূৰ্ণ প্ৰণয় অভিযান। তাৰ পাছত আহিল বিজয়া দশমীৰ পূজা। দেৱী প্ৰতিমা যেন মিনতীৰ নশ্বৰ দেহা বিসৰ্জ্জন দিয়া হ'ল।

মৃণাল মিনতী আগা-পিছা কৈ গ'ল। সিহঁতৰ নিৰ্ম্মল প্ৰেমৰ সাক্ষী ৰ'ল তীব্ৰজিৎ। বজ্ৰদগ্ধ মহীৰূহৰ দৰে তীব্ৰজিৎ বাচি ৰ'ল। সৰুৰে পৰা উমি উমি থকা পিতৃ-মাতৃৰ জুই দুকুৰাৰ তাপ সি ভালকৈএ পুৱালে। অনেক দিনলৈ তীব্ৰজিতৰ মুখত কোনেও আৰু কথা শুনা নাই, হাঁহিতো দূৰৰ কথা। তাৰ চকুত লোতক নাই। লোতকৰ উৎসই শুকাই গৈছে। প্ৰাণত স্পন্দন নাই। প্ৰাণশক্তি তাৰ হেৰাই গৈছে। মাহীয়েক বিজুলীৰ বুকুৰ মৰমেৰে সি বৰ্দ্ধিত হৈছিল। তাৰ অন্তৰৰ সকলোখিনি শ্ৰদ্ধা, মৰম, স্নেহ, প্ৰীতি, বিজুলী-কেই ঢালি দি সি ধন্য হৈছিল। সেই মাতৃস্বৰূপা বিজুলীৰ মুখলৈ চাই সি যেন ক'লৈকো লৰিব নোৱাৰে। বিজুলীৰ বুকুৰ মাজত মূৰ সুমুৱাই সি কিমান কান্দিছিল! বিজুলীয়ে মূৰত হাত ফুৰাই তাৰ কিমান আব্দাৰ সহিছিল। তাৰ তপত চকুলোৰ চাপ বিজুলীৰ বুকুত এতিয়াও লাগি বৈ আছে। সি ভাবে কৰবালৈ গুচি যাব—দূৰ—সুদূৰ—বহুদূৰলৈ! কিন্তু কৰুণাময়ী বিজুলীৰ বেদনা ভৰা মুখখানি তাৰ আগত জিলিকি উঠে। সেই ব্যথিত মুখেৰে বিজুলীয়ে যেন তাক কয়—"মই যে তোকেই বুকুত বান্ধি জীৱন কটালোঁ বাছা! মোৰ যে আৰু এই সংসাৰত তোৰ বাহিৰে কোনো আকৰ্ষণ নাই! তই অবিহনে মোৰ যে বাচি থকা অসম্ভৱ হব সোনাই!"

তীব্ৰজিতৰ হিয়া গভীৰ বেদনাৰে ভৰি উঠে। এই দুখুনী মাহীয়েক বিজুলীক সি কোনোমতে এৰি যাব নোৱাৰে। বিজুলীক খেদি বিভূতিয়ে আৰু দুজনী বিয়া কৰাই তিনি চাৰি অৰা ল'ৰা-ছোৱালীৰ বাপেক হৈছে। তাৰফালে বিজুলীয়ে কোনো দিনে কেৰাহিকৈএ চোৱা নাই। ওচৰৰ প্ৰাইমাৰী-খনতে কাম কৰি তাই তীব্ৰজিতক মেট্ৰিকলৈকে পঢ়ালে। তাৰ পাছত যিখিনি সঞ্চিত আছিল তাকো তীব্ৰজিতক বি. এ. পঢ়োৱাত শেষ কৰিছে। ওখ গছৰ পৰা খহি পৰা লতাৰ দৰে তীব্ৰজিৎ আছিল বিজুলীৰ আশা-ভৰসাৰ স্থল, জুৰণিৰ বস্তু; আৰু ঠাৰি ছিগা ফলৰ দৰে বিজুলী আছিল তীব্ৰজিতৰ আশ্ৰয়ৰ স্থল; শান্তিৰ শীতলী কোলা। বিধাতাই যেন এই দুই হতভাগ্য প্ৰাণীক প্ৰাণৰ আকৰ্ষণেৰে নিবিড়তো নিবিড়তৰ কৰি ওচৰ চপাই দিছে।

তীব্ৰজিতৰ মনত সদায় এটা কথা জীয়ন্ত হৈ ভাহি আছে। বাপেক মৃণালক যেতিয়া হাঁস্পিটালৰ পৰা উলিওৱা হ'ল ; তেওঁৰ গাৰ তলত এটুকুৰা ডাঠ কাগজত লিখা পোৱা হৈছিল। সেইখন এখন উইল বুলিবও পাৰি। তাত আছিল—

"ববডেকা !

গোটেই জীৱন শান্তিৰ সন্ধানতে শেষ কৰিলোঁ। সংসাৰ, সমাজসেৱা, ৰাজনীতি, একোতে শান্তি নাপালোঁ।"

এই সকলোবোৰত কামনা জড়িত। পদগৌৰৱ, অৰ্থলালসা আৰু সুখৰ কামনাই, সেৱাৰ শুভ্ৰতা ম্লান কৰি তোলে। নিষ্কাম কৰ্ম্ম আৰু নিৰ্ম্মল ভক্তিতহে আত্মাৰ চৰম শান্তি হয়। মহাপুৰুষৰ পথেই আচল শান্তিৰ পথ আছিল। সেই পথেৰে গলেহে জন-কল্যাণ আৰু জীৱৰ মুক্তি হয়। গতিকে মোৰ নামত যি অকণ সম্বল থাকে তাক সেই সৎ কৰ্ম্মতে লগাবা।

ইতি—

তোমাৰ মৰমৰ

এম্ এল্ এ

তীব্ৰজিতক বাধা দিয়া সেই বুঢ়া হুতা মানুহজনেই আছিল কোনোবা ববডেকা। সম্ভৱ তেৱেঁই পিতাকৰ জীৱনত একমাত্ৰ নিৰ্ভৰযোগ্য বন্ধু আছিল। নাৰ্চে কাগজটুকুৰা উলিয়াই সেই মানুহ জনকে দিছিল। কিন্তু তেওঁ বাৰে বাৰে তীব্ৰজিতক কাগজখন গুজি দিছিল। তীব্ৰজিতে এবাৰমাত্ৰ সেই কাগজত চকুফুৰাই আকৌ ঘুৰাই দিছিল। তাৰ সেই কথাখিনি মনত সাঁচ বহুৱাই থৈ গ'ল। হয়তো আগদিনা ৰাতিয়েই মৃণালে নিজৰ অন্তিম সময়ৰ আগজাননী পাইছিল আৰু ভাবি চিন্তিয়ে সেই কেইটা আখৰ লিখি ৰাখিছিল। তীব্ৰজিতে বাৰে বাৰে সেই শব্দবোৰৰ অৰ্থ বিচাৰি ধ্যানস্থ হৈ পৰে। তাৰ জীৱনত যেন সেই কথাৰ অৰ্থ অতি সহজ, অতি সৰল হৈ উঠে। সকলো কথা ঠেকি শিকিবলৈ জীৱনৰ নাটীন। গতিকে সংঘাতপূৰ্ণ জীৱনৰ অভিজ্ঞতা ইঙ্গিৎ মানি ল'ব পাৰিলে জীৱন-পথত বহুত আগবাঢ়িব পাৰি। মৃণালৰ জীৱনাদৰ্শ আৰু শান্তিৰ ইঙ্গিৎ উপলব্ধি কৰিবলৈ আৰু অনুসৰণ কৰিবলৈ তীব্ৰজিতে গভীৰ মনোনিবেশ কৰিলে।

বি. এ. ৰ খবৰ ওলাল। তীব্ৰজিৎ বিশ্ববিদ্যালয়ৰ সৰ্ব্বোচ্চ স্থান অধিকাৰ

কৰি উত্তীৰ্ণ হৈছে। কাগজে পত্ৰে তাৰ ফটো আহিছে। তীব্ৰজিতৰ মনত তাৰ কোনো প্ৰতিক্ৰিয়া নাই। এম. এ. পঢ়িবৰ বাবে তাক চৰকাৰী বৃত্তি দিও মতা হ'ল। তীব্ৰজিৎ এদিন হঠাতে ঘৰৰপৰা আঁতৰি পৰিল। বিজুলীয়ে তীব্ৰজিতৰ মনৰ পিয়াহৰ বুজ পাইছিল। সেই দেখি তাই বেদনাত ভাগি নপৰিল। অসীম ধৈৰ্য্যৰে কণ্টকৰ জীৱন-যাপন কৰি বিজুলীয়ে তীব্ৰজিতৰ প্ৰত্যাবৰ্ত্তনৰ আশা বুকুত বান্ধি টিমিকি টিমিকি মাত্ৰ উজলি থাকিল।

পৃথিৱীক আঠোটা বৰ্ষাই খৰ্চকি গ'ল; আঠোটা মধুৰ বসন্তই পৰশ বুলালে। পৃথিৱী কিছু বয়সস্থা হ'ল। গাওঁ ভূইৰ বুকুত বহুত কথাই পুৰণি সাজ গ্ৰহণ কৰিলে। লক্ষ্মীমতীৰ পৰা তিনি মাইল উত্তৰে পাগলাদিয়াৰ পশ্চিম পাৰে এখনি মনোৰম আশ্ৰম গঢ়ি উঠিছে। মৃণালৰ গচ্ছিত সম্পত্তিৰে আশ্ৰমৰ চল্লিশ পুৰা মাটি আৰু ঘৰ দুৱাৰ সকলো কৰা হৈছে। আশ্ৰমৰ চৌহদত নাহৰ, আম, কঁঠাল আদি ঘনকৈ ৰুই দিয়া হৈছে! বহুদূৰ বিয়পি গছৰ তেজী সেউজীয়া চেহেৰাই আকাশৰ ৰূপকে বদলাই দিছে। আশ্ৰমলৈ সোমোৱা আধা মাইল দীঘল বাটটোৰ দুয়োকাষে দুশাৰী বকুল গছ। গেটত লিখা আছে "মৃ-শান্তি আশ্ৰম"। মৃণালৰ ঈপ্সিত, মানৱকল্যাণৰ, আত্ম-বিচাৰৰ আত্ম-প্ৰশান্তিৰ ক্ষেত্ৰধাম। মৃণালৰ ঘৰত পোৱা ডায়েৰী বহীত এই আশ্ৰমৰ পৰিকল্পনা আছিল। জীৱনত অসমাপ্ত হৈ যোৱা এই কল্পিত আঁচনি ভৱিষ্যতে উপযুক্ত উত্তৰাধিকাৰী সুযোগ্য পুৰুষ এজনৰ হাতেৰে পূৰ্ণ প্ৰাপ্ত হৈ উঠিছিল।

ত্ৰিশ বছৰীয়া সুশ্ৰী তেজোদ্দিপ্ত পুৰুষ এজন সেই আশ্ৰমৰ অধিনায়ক। এই বিজ্ঞ সদাচাৰী সুকুমাৰ আন কোনো নহয়—মৃণালকুমাৰ জিতেন্দ্ৰিয় তীব্ৰজিৎ হে। বিজুলী এই আশ্ৰমৰ মাতৃ স্বৰূপা।

তীব্ৰজিতে কাশী বিশ্ববিদ্যালয়ৰ পৰা দৰ্শনত এম. এ. ডিগ্ৰী লাভ কৰিছে। তাৰ পাণ্ডিত্য আৰু নিষ্ঠাৰ কথা কম দিনৰ ভিতৰতে চাৰিওফালে প্ৰচাৰ হ'ল। দলে দলে শান্তিকামী তাপিত জনতা তীব্ৰজিতাচাৰ্য্যৰ ওচৰ চাপিবলৈ ধৰিলে।

মিনতীৰ মৃত্যুৰ পাছত ডিব্ৰুগড় পোষ্ট অফিচৰ 'পাচ বুকত' থোৱা দহ হাজাৰ টকা তীব্ৰজিতেই পালে। এই পইচাৰে আশ্ৰমৰ ভিতৰত এটা বিদ্যাগাৰ স্থাপন কৰা হ'ল। মিনতীৰ স্মৃতিৰ অৰ্থে তাৰ নাম—"মি-অধ্যয়ন বিদ্যাগাৰ"

কথা হ'ল। ইয়াত গীতা, বেদ, উপনিষদ, কোৰাণ, বাইবেল আদি বিভিন্ন ধৰ্ম্ম শাস্ত্র আশ্রমবাসী ব্রহ্মচাৰীসকলক শিক্ষা দিয়া হয়। সকলো ধৰ্ম্মৰ, সকলো কাঁৰ ছাত্রৰ বাবে আশ্রমৰ দ্বাৰ মুক্ত থাকিল। নিৰ্দ্দিষ্ট সময়ত অধ্যাপনা শেষ কৰি প্ৰাপ্তবয়স্ক ব্রহ্মচাৰীসকলক সংসাৰ কৰিবলৈ পঠাই দিয়া হয়।

আশ্রম-বাসৰ কালছোৱাত কৃষি, পশুপালন, সমাজ-সেৱাৰ কাম আৰু সেৱা-উপাসনা আদি সকলো বিধিবদ্ধ আঁচনিৰ মাজেদি ছাত্রসকল চলিব লাগে। কোমল বয়সৰ সকলৰ বাবে এখন "বাল্য-শিক্ষাগাৰ" খুলি তাৰ পৰিচালনাৰ ভাৰ বিজুলীৰ ওপৰত দিয়া হ'ল। এইদৰে সত্য আৰু সৎ আদৰ্শৰ ওপৰত সুপ্ৰতিষ্ঠিত এখন সৰ্ব্বাঙ্গসুন্দৰ শান্তি আশ্রম গঢ়ি উঠিল। তীব্রজিতে আশ্রমখনৰ নামত আৰু এটা আখৰ "মি"—বোঁছকৈ সুমাই দি "মৃ—মি শান্তি আশ্রম" নাম ৰাখিলে। 'মৃয়ে' মৃণাল আৰু 'মি'য়ে মিনতীৰ নামৰ সলনি বহি সিবিলাকৰ স্মৃতি ৰক্ষা কৰিছিল।

আশ্রমৰ কাম পূৰ্ণপ্ৰাপ্ত নৌ হওঁতেই ববডেকা ঢুকাল। সি প্রায়ে আহি চকু পানী টুকি তীব্রজিতক কাকূতি কৰিছিল।

"তই মোৰ এম. এল. এ. ৰ নামটো ৰাখিবি বাপু! সি মোৰ ভাইতকৈও অতি আপোন আছিল।"

মৃণালৰ জীৱনৰ বহু কথাই তীব্রজিতে ববডেকাৰ পৰা জানিছিল। এই সদাশয় পিতৃ-বন্ধুজনৰ প্ৰতি তীব্রজিত সদায় কৃতজ্ঞ আছিল। মৃত্যুৰ পাছত ববডেকাৰ নামত এখন ফলৰ বাগান খোলা হ'ল।

মৃণাল সেই অঞ্চলত ইমান প্রিয় আছিল যে তীব্রজিতে দিয়া নামলৈ মন নকৰি মানুহে এম. এল. এ. ৰ আশ্রম হে বুলিছিল। এই নাম পাহৰিবলৈ লক্ষীমতীৰ জনতাৰ কেইবা যুগো লাগিছিল।

সি যি নহওক তীব্রজিতে পিতাকৰ কৰ্ম্ম পদ্ধতিৰে অনুপ্ৰাণিত হৈ আশ্রমতে থাকি এটা সবল সুস্থ জাতি আৰু দেশ গঠনৰ কামত ব্যাপৃত হ'ল। তেওঁৰ কথাত, কামত, আচৰণত সকলোতে ফুটি উঠিল এটা সৰ্ব্ব ধৰ্ম্ম সমন্বয়ৰ মোহিনী সুৰ। মুমুৰ্ষু জনতাৰ মাজত সময়ে সময়ে গৈ দীঘলীয়া সাৰুৱা ভাষণৰদ্বাৰা তেওঁ উজ্জ্বল আদৰ্শ প্ৰচাৰ কৰিবলৈ ধৰিলে। কৌমাৰ্য্য ব্রতাৱলম্বী, তীক্ষ্ন মেধা, বিচক্ষণ নীতিজ্ঞ, ওজস্বী বক্তা তীব্রজিতাচাৰ্য্যৰ মুখত নতুন পোহৰৰ সন্ধান পাই সমাজ ধন্য হ'ল। মানৱ প্রেমেই ভগৱৎ প্রেম; জন সেৱাই ঈশ্বৰ সেৱা; প্ৰেমে সুখ, প্ৰেমে শান্তি, প্ৰেমে বিশ্ব জয় কৰে। ভগৱৎ

প্ৰেমীয়েহে মানুহক ভালপাব পাৰে। প্ৰেমানুভূতি নহলে মানুহ অহিংস হব নোৱাৰে।

বিশ্বপ্ৰেমৰ বাণী শুনাই ঘূৰি ফুৰা ধৰ্ম্মাচাৰ্য্যৰ মনত কেতিয়াবা প্ৰশ্ন হয় —"মোৰ মনত বিশ্বপ্ৰেমৰ বীজ সেই জনক-জননীয়ে সিঁচি থোৱা নাছিলনে ?" মিনতীৰ লগত পোৱা ডায়েৰীখনত হাজাৰ বাৰ লিখা আছিল "প্ৰেমৰ বিনাশ নাই। প্ৰেম মৰণজয়ী।" উন্মাদিনী অৱস্থাতো অভাগিনী মিনতীয়ে সেই কথাকেই চিঞৰি চিঞৰি কৈছিল। সেই চিন্তা, সেই ভাবা মুখত লৈয়ে তাইৰ দুখময় জীৱন-লীলাৰ অৱসান হৈছিল। তীব্ৰজিতে ভাবে, ভাবি তৃপ্ত পায়— যে সেই নিৰ্ম্মল প্ৰেমৰ প্ৰভাৱেই তাক এই বিশ্বপ্ৰেমৰ বাজ আলিলৈ টানি আনিছে। ই একেবাৰে ধ্ৰুৱ কথা। প্ৰেমৰ বিনাশ নাই। প্ৰেমত সৃষ্টিহে হয়। প্ৰেমে মৰি মৰি গজালি মেলে।

দুজনা ভাৰ্য্যা বিদ্যমানা সত্বেও যিদিনা বিভু ডাক্তৰে তৰুণী কামনাক পত্নী-ৰূপে ঘৰলৈ আনিলে, মানুহে কৈছিল—ইয়াৰ মৰণকালত ইমান হুতাহু ভাল হোৱা নাই। আন এদলে অৱশ্যে ভোৰ্তিয়াও ক'লে—"যোগ্য ভোগ্যা বসুন্ধৰাঃ। তাৰ শক্তিয়ে-সামৰ্থ্যই আটিছে দেখিহে আনিছে।"

ঈশ্বৰে যি কৰে মঙ্গলকে কৰে। বাকী দুগৰাকী ল'ৰা-ছোৱালীৰ মাকে সেইদিন ধৰি বিভূতিৰ খবৰ একেবাৰেই নকৰা হ'ল। সিহঁতে কামুক বৃদ্ধৰ অটপালি দেখি আলেঙে আলেঙে হাঁহিছিল; ঠাট্টা কৰিছিল। দুজন ল'ৰা-ছোৱালীবোৰৰ চকুতো অন্ততঃ এই ঘটনা বৰ আপচু যেন লাগিল! সিবিলাকেও বিভূতিৰ নামকে প্ৰায় নুশুনা হৈ আহিছিল।

কামনা দুখীয়াঘৰৰ ছোৱালী হ'লেও এইদৰে এজন অক্ষম বৃদ্ধৰ হাতত নিজৰ জীৱন-যৌৱনক অপমানিত আৰু বঞ্চিত কৰিবলগা হোৱাত ক্ষুব্ধা হৈ উঠিল। তাই আছিল ককায়েকহঁতৰ চকুৰ কুটা দাঁতৰ শূল। কাৰণ কামনা সিহঁতৰ মাহীমাকৰ ছোৱালী। বিভূতিৰ পৰা প্ৰচুৰ অৰ্থপ্ৰাপ্তিৰ সম্ভাৱনাই অকৰ্ম্মণ্য, নিঃস্ব, হিংসুক ককায়েক বৌয়েকহঁতৰ প্ৰাণত এইদৰে তৰুণী-বধৰ তৃষ্ণা বঢ়াই তুলিছিল। কামনাই অশেষ কান্দি কাটিও এই দুৰ্ভাগাৰ হাত সাৰিব নোৱাৰিলে। এদিন সচাঁকৈয়ে এই পিতৃ-মাতৃহীনা অসহায়া যুৱতীৰ সকলো ইচ্ছাৰ বিৰুদ্ধে কামাতুৰ বিভূতি পতিৰূপে থিয় হ'ল।

সেইদিনা নিশা স্বৰ্গ, মৰ্ত্ত্য, অগ্নি, বৰুণ সকলোকে সাক্ষী কৰি কামনাই বিভূতিৰ ভৰিত পৰি চুলি ছিঙি কাকুতি কৰিলে। গোঁসানীৰ আগত বলি দিবলৈ অনা মুমূৰ্ষু ছাগলীৰ কাতৰ ক্ৰন্দন কি মত্ত-পাগল কাপালিকৰ কাণত সোমায়? অৱশেষত প্ৰাণৰ শক্তিৰে যুঁজিও কামনাই বিভূতিৰ কবলৰ পৰা নিজক ৰক্ষা কৰিব নোৱাৰিলে। কামনা বিভূতিৰ হাতত চৰম অপমানিতা হ'ল। সেইদিন ধৰি কামনা বিদ্ৰোহিনী। তাই বিদ্ৰোহৰ দাবাগ্নি বুকুত লৈ লুকুৱাই কাম চলাই যাবলৈ ধৰিলে। কামনাৰ উপৰুৱা সুহাগৰ উমকণকে পাই বৃদ্ধইয়ো নিজক কৃতাৰ্থ মানিলে।

কামনাৰ বাসনা সহিত বৃদ্ধৰ শৰীৰ দিনে দিনে পুৰি এঙাৰ হৈ যাবলৈ

থাকিলে। তথাপি কামনাৰ পিয়াহ নুগুচে। ক্ষুধিতা, তৃষ্ণাতুৰা, তেজোদ্দীপ্তা তৰুণীৰ ওচৰত অসমৰ্থ দুৰ্ব্বল বৃদ্ধ পৰম ভীত, সঙ্কুচিত হৈ থাকিলে। অপাৰ আগত নাৰিকলৰ দৰে বিভূতিয়ে কামনাক গ্ৰহণো কৰিব নোৱাৰে আৰু এৰিবও নোৱাৰে। কামান্ধ নৰাকৃতিৰ এনে হীন অৱস্থা দেখি কামনাই শ্লেষ-পূৰ্ণ হাঁহি মাৰে আৰু অৱজ্ঞাৰে বাগৰ সলাই শোৱে। সেই শ্লেষে বৃদ্ধৰ পুৰুষাত্মাক কঠোৰভাৱে আঘাত কৰে।

কাহে ক'লে, বুকুৰ বিষে আজি কেবাদিন ধৰি বীৰ বিভূতি শয্যাশায়ী হৈ পৰিছে। ঘৰৰ কোনোৱে তাৰ খবৰ নকৰে। কেতিয়াবা মাত্ৰ কামনাই এটোপা গৰম পানী নাইবা ঔষধৰ প্ৰলেপ দিবলৈ বিভূতিৰ ওচৰত হাজিৰ হয়। মাজে মাজে তাৰ ফাৰ্ম্মেচীত কাম কৰা কোম্পাউণ্ডাৰ বিলাস আহি চাই যায়; ইটো সিটো ব্যৱস্থা দি যায়। আপদত এই ডেকাজনৰপৰা সেইখিনি সহানুভূতি পাই বুঢ়াও খুচি হয়।

দিন যায়। বিভূতিৰ চাকিৰ তেল ফুৰাই আহে। তিনি চাৰি গৰাকী ঘৈণীয়েক, সোতৰ ওঠৰটা ল'ৰা-ছোৱালী, ধনে ধানে তেতিয়াও অটুট। তথাপি তাৰ প্ৰাণত আজি শান্তি নাই। তাৰ মৰণকালত এইবোৰৰ একোৱেই যেন তাক আজি ফিৰি নাচায়। সকলোকে এৰি অন্ততঃ তাৰ সুৱাগী তৰুণী ভাৰ্য্যা কামনাৰ পৰাও যদি সি এষাৰ মৰমৰ মাত, এটি চেনেহৰ পৰশ পালেহেঁতেন। কামনায়ো তাক কেঁৰাহিকৈও চাবলৈ টান পায়। গোটেই নিশা সি অকলে সেই সৰু কোঠাটোতে কেঁকাই কেঁকাই পৰি থাকে। তাৰ সমস্ত শৰীৰ কণ্টকিত হৈ উঠে। মনটোও হৈ উঠে বিদ্ৰোহী। কিন্তু সি কৰিব কি? সি যে মহামানী দুৰ্য্যোধনৰ দৰে উৰু ভঙ্গ হৈ পৰি গৈছে। তাৰ যে বুকৰ ৰক্তপান কৰিবলৈ কোনোবা ভীমে অপেক্ষা কৰি আছে। তাৰ অৱচেতন মনত কেতিয়াবা খেলি যায়—তাৰ পাপ-পঙ্কিল জীৱনত সি যেন বহু নাৰী-নিৰ্য্যাতন কৰিছে। তাৰে বিষময় পৰিণতি সি যেন ভোগ কৰিব লাগিব।

চাওঁতে চাওঁতে পুৰা ডেৰমাহ বিভূতি পঙ্কমগ্ন বৃদ্ধ গৰুৰ দৰে এটা কোঠালিতে পৰি থাকিল। তাৰ মৃত্যুও নহয়; ৰোগো নাছাৰে। যন্ত্ৰণাত, আক্ষেপত সি কেতিয়াবা আনকেই কৰ্‌মৰাই উঠে। কিন্তু ক'কাল ভঙা বাঘক ছাগলীয়েও নডৰে। সেইদিনা গোটেই দিনটো কামনাইও বিভূতিৰ ওচৰলৈ অহা নাই। সন্ধ্যা সৰু ছোৱালী এজনীৰ দ্বাৰাহে বেমাৰীৰ কোঠাত চাকি জ্বলোৱা হ'ল। বৃদ্ধ স্বামীৰ সৰ্ব্ব শৰীৰ খঙত, অভিমানত জ্বলি উঠে।

বিভূতিৰ নিচেই ওচৰৰ কোঠাত কামনা থাকে। অথচ এই দীঘল দিনটোত তাই এটা ভুমুকিও নামাৰিলে। এই অৱজ্ঞা সি পতি হৈ পত্নীৰ পৰা কেনেকৈ সহিব পাৰে ?

জেঠমহীয়া দিন। দিনৰ উত্তাপৰ পাছত গোটেই আকাশ মেঘে আন্দোলাই আনিছে। কৃষ্ণা চতুর্দ্দশী তিথি। ৰাতিটো বৰ গহীন হৈ পৰিছে। বিভূতিৰ কাণত পৰে তাৰ ওচৰৰ কোঠাত কাৰোবাৰ ফুচ্ফুচীয়া কথা। স্তব্ধ হৈ সি শুনে। আকৌ তাৰ কাণত পৰে কোনোবাই যেন ৰৰকৈ ফোঁপাইছে। ঘন ঘন উশাহ লৈছে।

বৃদ্ধৰ গাত হাতীৰ বল আহে। তাৰ শুষ্ক টকোনৰ দৰে ভৰি দুটাত অস্থিৰভাৱে ভৰ দি দি সেইফালে আগবাঢ়ি যায়। তেতিয়া দুৱৰ খৰবোৰত মাক আৰু ল'ৰা-ছোৱালীবোৰে কিবা কোঢ়াল কৰি আছে। বিভূতিয়ে সাধাৰণভাৱে জপাই থোৱা কামনাৰ ৰুমৰ দৰ্জাত ধৰি থিয় হয়। ঈষৎ মুক্ত দুৱাৰৰ ফাকেদি সামান্যভাৱে জ্বলি থকা লেম্পৰ পোহৰত সি দেখে কাৰোবাৰ যুগল মূৰ্ত্তি, শায়িত ; আবেগ ৰঞ্জিত। তাৰ ভৰিত কঁপনি উঠে। বাহুত গৰম তেজে পিৰ্পিৰাই যায়। হাতেৰে কিবা এডাল বিচাৰি সি ওচৰ চাপি যায়। সি দেখে, ভালকৈএ দেখে—ডেকা কোম্পাউণ্ডাৰ বিলাসৰ প্ৰণয়-বিলাসত কামনা, অপৰিসীম তৃপ্তিত অভিভূতা, তন্দ্ৰাতুৰা হৈ আছে। শৰীৰৰ শেষ শক্তিকণক আহ্বান জনাই বিভূতিয়ে কামনাৰ মূৰত মাৰ মাৰি দিয়ে। সি কব নোৱাৰে, সেই আঘাত কামনাৰ মূৰত কিমান জোৰেৰে লাগিল। লগে লগে বৃদ্ধ নিজেই জ্বৰ-ঘমাৰ দৰে ঘামি গৈ বহি পৰিল।

যেতিয়া ফণাহতা ফণিনীৰদৰে কামনাই ফোঁপাই উঠি বিভূতিৰ গালে চোঁচা ল'লে আৰু হিংস্ৰ চকু দুটা পকাই তাৰ ভূপতিত, কম্পিত শৰীৰৰ ওপৰত ভৰি ডাঙিলে—তাৰ পাছৰ ঘটনা বুজিবলৈ বৃদ্ধৰ আৰু জ্ঞান নাথাকিল। প্ৰতি-শোধৰ তৃপ্তিৰে এই সংজ্ঞাহীন স্বামীক পদাহত কৰি কামনা বিলাসৰ লগত বাহিৰ হৈ গ'ল। এটিবাৰো এই ভূলুণ্ঠিত হতভাগাৰ প্ৰতি কটাক্ষ কৰি চোৱাৰ প্ৰয়োজন তাই নেদেখিলে।

তেতিয়া আকাশত গুৰু গুৰু কৰি দেওতাই প্ৰকৃতিৰ বুকুৰ নীৰৱতা ভঙ্গ কৰি আছে। এছাটি চেঁচা বতাহ সোঁ সোঁ কৈ গতি কৰি আন্ধাৰৰ মাজত থিয় হৈ থকা গছবোৰৰ পাতত সিৰ্ সিৰ্ কৰে এটা শব্দ তুলিছে। ৰাতি বেছি নহ'লেও বাহিৰত কোনো জনপ্ৰাণী নাই। সকলোৱে নিজৰ নিজৰ আশ্ৰয়স্থলত

উপস্থিত হৈছে।

বহুপৰ অজ্ঞান, অচেতন হৈ পৰি থাকি বিভূতি আকৌ সংজ্ঞা লাভ কৰিলে। সম্ভৱত সেই টিমিকি টিমিকি পোহৰত শূন্য কোঠাটোৱে মাত্ৰ তাক পৰিহাস কৰি আছে। তাৰ সকলো ঘটনা মনত পৰিল। এই লাঞ্ছিত মুখ দেখুৱাই সি আৰু সেইখন ঘৰত থাকিব নোৱাৰে। কঁকাল ভঙা কুকুৰে লৰাৰ ভয়ত ধৰি পৰি পলোৱাৰ দৰে বিভূতি চুচঁৰি বাগৰি বাহিৰ হৈ পথাৰ ওলাল। তেতিয়াও ঘৰৰ কোনোৱে তাক লক্ষ্য কৰা নাই।

বৰ বহল পথাৰ। আন্ধাৰত কাকো ক'তো নেদেখি, যেন বিৰাট আকাৰ ক'লা বাহুটোৱে হা....কৰি গ্ৰাস কৰি থৈছে। বহুবেলিৰ মূৰেকত এটি চিকিমিকি পোহৰ। আন্ধাৰত খপ্‌জপাই ফুৰা দুৰ্দ্দশাগ্ৰস্ত বিভূতি বুঢ়াৰ ভৰি অৰুণ আগবাঢ়ে। তাৰ মৰ-আঁউসীয়া অন্ধকাৰ জীৱনত আজি এচেৰেঙা বিজুলীৰ আৱশ্যক হৈছে।

"কোন অ' এইটো? ক'লৈ যাৱ এই নিশা?"

আন্ধাৰত গৰু বিচাৰি ফুৰা দুজন মানুহে বিভূতিক দেখি ভয় খাই সোধে।

"আ—আ—আশ্ৰম কোনফালে?"

জোৰকৈ উৎসাহ টানি টানি বুঢ়াই সেহাই উঠে।

"ক'ৰ আশ্ৰম? এম. এল. এ.ৰ আশ্ৰম নেকি? সৌৱা; এতিয়াও বহুত দূৰ আছে। গৈ থাকা।" মানুহজন কোনিবা আঁতৰি গুচি যায়। সম্ভৱত ভীষণ কাণী বুঢ়ীৰ শ্মশান। কিজানিবা ভূতেই ছলনা কৰি ওলাইছে! সিহঁতে গৰুৰ আশা এৰি পলাবলৈ ধৰে।

টপ্‌ টপ্‌ কৰে দুই চাৰিটা বৰষুণৰ কণা পৰিবলৈ আৰম্ভ কৰিছে। আৰম্ভণি চায়ে বুজা যায় দীৰ্ঘকাল ব্যাপি তাণ্ডৱ বৃষ্টি হব। আকাশত বিজুলী চমকনিও খৰ হৈ আহিল। গুৰ্‌ গুৰ্‌ গিৰিম্‌ শব্দত ঘনে বুকু কঁপি উঠে। ক'তো এটিও জনপ্ৰাণী নাই। মাত্ৰ এই মৰ্ম্মাহত মুমূৰ্ষু বৃদ্ধ পৰি ধৰি বগুৰা বাই আগবাঢ়ি থাকিল। এই মহা শ্মশানৰ বাটেদিয়ে এদিন কাল-নিশা মৃণালে বাট বুলিছিলী। আকাশত নিয়তিয়ে অট্টহাস্য কৰি কয়—"ক'লৈ পলাবি? এইযে তোৰ বিচাৰ আদালত। আমাৰ সৰ্ব্বনাশী কাল-হাত কোনেও এৰাব নোৱাৰে।"

কিছুপৰ পাছতে গিৰ্‌ গিৰ্‌ কৰে বৰষুণ ঢালি দিলে। চাৰিওফালে পানী। তলে ওপৰে পানী। অজ্ঞান বিহ্বলপ্ৰায় হৈয়ো বিভূতিয়ে সৰ্বাঙ্গশৰীৰে

আঁঠুকাটি বকুৰে চুচঁৰি যাবলৈ ধৰিলে। সিমানতো নিয়তিৰ সান্ত্বনা নহ'ল। আজি যেন বিভূতি-বধৰ হে মহা আয়োজন হৈছে। চপৰা চপৰে চেঁচা শিলবোৰ নিষ্ঠুৰ হাতেৰে বিভূতিৰ পিঠিত দলিয়াবলৈ ধৰিলে নিয়তিয়ে। পিঠি মূৰ ফাটি ৰক্তৰ জৰী জৰী যেন শৰীৰৰ পৰাও তেজ বৰলৈ ধৰিলে। নিয়তিয়ে অলক্ষিতে আকৌ হাঁহি উঠিল।

"এদিন মৃণালৰ চকুৰ পানী ৰবযুণৰ পানীৰ লগত মিহলি হৈছিল। আজি তোৰ শেষ বিন্দুৰক্তও সেই ৰবযুণৰ পানীত মিলাই দিয়া হব। চকুৰ পানীৰ সলনি তেজ দিব লাগিব।"

সচাঁকৈয়ে বিভূতিৰ কলুষ চৰিত্ৰেৰে বহুজনৰ জীৱন দগ্ধ কৰা হৈছে। বহু নাৰীৰ তপত চকুপানীৰে তাৰ জীৱন অভিশপ্ত হৈ আছে। প্ৰাণৰ একেবাৰে শেষ শক্তিখিনি দি সি এবাৰ ওপৰ মুখ কৰি চায়। ভয় লগা বিজুলী চমকণিত তাৰ চকু অন্ধ হৈ যায়। তাৰ মনত পৰে বিজুলীলৈ। সংসাৰ ত্যাগিনী, আশ্ৰম-বাসিনী, পূতঃ চৰিত্ৰা বিজুলী তাৰ মানত আজি দেৱী! সেই দেৱীক সি শেষবাৰ চাই যাবলৈ আকুল হৈ উঠে। সি যেন সেই সাধ্বী ৰমণীৰ আশীৰ্ব্বাদ মূৰত লৈহে প্ৰাণ ত্যাগ কৰিব। কিন্তু বিধাতাৰ কি ইচ্ছা অপূৰ্ণ! তাক কোনে জানে?

পাছদিনা আশ্ৰমৰ ছাত্ৰই গেটৰমুখত পৰি থকা এটা বৃদ্ধৰ মৰা শ দেখি গৈ তীব্ৰজিতক খবৰ দিলে। ৰাতিৰ শিল-ধুমুহাত সম্ভৱ কোনো আশ্ৰমলৈ অহা অতিথিৰ এই দশা। তীব্ৰজিৎ উধাতু খাই লৰি আহিল। পাছে পাছে আহিল বিজুলী। গাত মাত্ৰ এখন জীৰ্ণ বস্ত্ৰ; শিলৰ খুন্দাত ক্ষত-বিক্ষত শৰীৰ! হিম চেঁচা পৰি বৃদ্ধ বিভূতি উবুৰি হৈ পৰি আছে। কেতিয়াও তাৰ প্ৰাণবায়ু বাজ হৈ যোৱা নাই।

"শুদ্ধব্ৰত, যজ্ঞজিৎ, সেই বুঢ়াক আশ্ৰমলৈ লৈ বেগেতে। জুই ধৰি সেঁক দে ভালকৈ।"

গুৰুজনৰ আদেশমতে ছাত্ৰসকল সেৱাৰ কামত লাগি গ'ল। তীব্ৰজিৎ আৰু বিজুলীয়ে সন্তৰ্পণে সেইফালে লক্ষ্য কৰি থাকিল। এবাৰ বুঢ়াই অকণ গা লৰালে। শুনা নুশুনা অতি ক্ষীণ মাতেৰে সেহাই ক'লে—"পা-নী।"

বিজুলীৰ ইঙ্গিতমতে এজনে পানী আনিলে। বিজুলীয়ে পানীৰ পাত্ৰ লৈ বৃদ্ধৰ মুখত অকণ ঢালি দিলে। মাত্ৰ এঢোকা। ওৰে ৰাতি শিল ৰবযুণত ঠেৰেঙা লাগিও বিভূতিৰ এই পিপাসা দূৰ নহ'ল। তাৰ দগ্ধপ্ৰাণে বিজুলীয়ে

পিয়া পানীটোকা খাইহে শান্তি পালে। এটা মুহূর্তমাত্র বিজুলীৰ কোলে চকু পিৰিকাই সি মহানিদ্রা গ'ল।

"বৰ আসক্ত জীৱ। কিজানি গতি হব পায়।" বিজুলীদেৱীয়ে লাহেকৈ কপালৰ সেন্দুৰকণ মচি পেলালে।

"একেবাৰে শেষ হৈ গৈছে। মৃতকক শ্মশানলৈ লৈ যাহ'ক।" গুৰুজনে শিষ্যসকলক আজ্ঞা কৰিলে। কিছু বেলিৰ পাছত বিভূতিৰ শৰীৰ চিতাগ্নিত ভস্মীভূত হৈ গ'ল। "মু—মি শান্তি আশ্রম"লৈ আহি তাৰ শৰীৰে গতি পালে।

পথাৰত কাম কৰি থকা কোনো ব্ৰহ্মচাৰী ছাত্ৰই দীঘল ৰাগ টানি বৰগীত গাইছে—

পৰ তিৰী পৰ      ধনৰ আশাই<br>
    সদাই আকুল ভৈলু।<br>
তুমি মহাধন      তোমাক নেসোঁৱি<br>
    জনম বিফল কৈলু ॥<br>
মোকে দেখিও না কেনে<br>
    ওহে জগন্নাথ, মই বৰ পাপৰ পাপী ॥

ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎ সঞ্জায়তে কামঃ কামাৎ ক্রোধোঽভিজায়তে ॥ ৬২ ॥
ক্রোধাদ্ভবতি সম্মোহঃ সম্মোহাৎ স্মৃতি বিভ্রমঃ।
স্মৃতিভ্রংশাদ্ বুদ্ধিনাশো বুদ্ধি নাশাৎ প্রণশ্যতি ॥ ৬৩ ॥

নিস্তব্ধ হৈ শুনি থকা ছাত্রমণ্ডলীক লক্ষ্য কৰি তীৱ্ৰজিতে কৈ যাবলৈ ধৰে। কাষত বিজুলীয়ে নিবিষ্টচিত্তে সকলো শুনি থাকে।

"বিষয় চিন্তাকাৰী লোকৰ সেই বিষয়ত আসক্তি জন্মে; পাছত আশক্তিৰ পৰা কামনা আৰু কামনাৰ পৰা ক্রোধ ওপজে।"

"কিন্তু গুৰুদেৱ! কামনাৰ পৰা ক্রোধ কেনেকৈ সৃষ্টি হয়?" এজন শিষ্যই থিয় হৈ প্রশ্ন কৰে।

"হয় বাছা! কামী ব্যক্তিৰ ক্রোধ অনিবাৰ্য্য। কিয়নো কামনাৰ কোনো কালে নিবৃত্তি নাই। কামনা কেতিয়াও পৰিতৃপ্ত হব নোৱাৰে। এই অপৰিতৃপ্ত কামনাই শেষত ক্রোধ উৎপন্ন কৰে।"

"জানা বৎসসকল! সেই ক্রোধৰ পৰা মূঢ়তা ওপজে, মূঢ়তাৰ পৰা ভ্রান্তি জন্মে, আৰু ভ্রান্তিৰ পৰা জ্ঞানৰ নাশ হয়। এই জ্ঞান যি ব্যক্তিয়ে হেৰুৱায় সি বাচি থকা নথকা একে। তাৰ জীৱন মৃত্যুৰ তুল্য।"

প্রতি শব্দৰ অর্থলৈ মন কৰি ছাত্রসকল নিমাত হৈ থাকে। সিহঁতৰ তৰুণ মনৰ কোমল জ্ঞানেৰে সংসাৰৰ এই নিগূঢ় তত্ত্বৰাশি ভালকৈ উপলব্ধি কৰা টান হৈ পৰে। অভিজ্ঞতাৰ পকা ছাপ পৰা বিজুলীৰ অন্তৰত এইবোৰ কথা বৰকৈ লাগে। কামনা বাসনাৰ জুইত জাঁপ দি পুৰি মৰা বহুতো হতভাগ্য সংসাৰীৰ জীৱন চকুৰ আগত ভাহি উঠে। হায়! ভগৱানে কি অমৃতোপম বাণী এই গীতাৰ মাজেদি শুনাই গৈছে। বিজুলী একেবাৰে তদ্‌গত-প্ৰাণা হৈ থাকে। এনেতে শুদ্ধব্ৰতে প্রশ্ন কৰে—

"গুৰুদেৱ! আগতে সিদিনা ৫৫ নং শ্লোকত যে কৈছিল—আত্মাৰ দ্বাৰাই আত্মা সন্তুষ্ট হোৱা কথা, মই ভালকৈ নুবুজিলোঁ। দয়া কৰি সংশয় ছেদ কৰক।"

ও'! ভগৱানে স্থিতপ্ৰজ্ঞ ব্যক্তিৰ লক্ষণ কি তাৰ উত্তৰত অৰ্জ্জুনক কৈছে—
প্ৰজহাতি যদা কামান্ সৰ্ব্বান্ পাৰ্থ! মনোগতান্।
আত্মন্যেবাত্মনা তুষ্টঃ স্থিতপ্ৰজ্ঞস্তদোচ্যতে ॥ ৫৫ ॥

"হে পাৰ্থ! যেতিয়া মানুহে মনত উদয় হোৱা সকলো কামনা ত্যাগ কৰে আৰু আত্মাৰ দ্বাৰাই আত্মাতে সন্তুষ্টি লাভ কৰে তেতিয়া তেওঁক স্থিতপ্ৰজ্ঞ বোলা হয়।

ইয়াত আত্মাৰ দ্বাৰা আত্মাক সন্তুষ্ট কৰা অৰ্থে ইয়াকে বুজাইছে যে—আত্মাৰ আনন্দ, আত্মাৰ ভিতৰতে উৎপন্ন হব লাগিব; বাহিৰৰ কোনো বস্তুৰ লগত সেই আনন্দৰ সম্বন্ধ থাকিব নোৱাৰিব। কাৰণ বাহিৰা বস্তুত আশ্ৰয় কৰি হোৱা আনন্দ, সুখ-দুখ প্ৰদানকাৰী; অস্থায়ী। এই কথা সদায় মনত ৰাখিব লাগে যে বাহিৰৰ পৰা পোৱা আনন্দ প্ৰকৃত নহয়; সি এটা মোহ মাত্ৰহে।"

"গুৰুদেৱ! বাহিৰা বস্তুক আশ্ৰয় কৰা আনন্দ কিয় প্ৰকৃত নহয়? ই কিয় মোহমাত্ৰ—ভালকৈ বুজাই কওক।"

"ধৰা পৰমান্ন খাই বৰ আনন্দ পোৱা গ'ল। পৰমান্ন শেষ হৈ হজম হৈ গলে সেই আনন্দটো থাকিবনে? পেটত ভোক লাগিলে আকৌ পৰমান্ন খোৱাৰ লোভ নালাগিবনে? এই যে তৃপ্তিৰ কামনা, তাৰ শেষ ক'ত বাৰু? গতিকে তোমাৰ মনৰ আনন্দ কেনেকৈ ৰক্ষা হব? কিন্তু মনৰ ভিতৰতে যদি সেই লোভকণ জয় কৰি নেখায়ো সন্তুষ্ট থাকিবৰ চেষ্টা কৰা যায় তেন্তে কামনাকাৰীজনতকৈ কামনা-ত্যাগীজনে আত্মাৰ ভিতৰতে সুখ আৰু আনন্দলাভ কৰিব পাৰিব। বাহিৰা বস্তুৰ অপেক্ষা নাৰাখা আত্মাৰ স্বতঃস্ফূৰ্ত্ত আনন্দই প্ৰকৃত আনন্দ বা সুখ।"

আটায়ে বুজাৰ ভাও কৰি মূৰ তুপিয়ায়। বিজুলী তেনেই ৰসত মজি আছে। তাৰ পাছতে সকলোৱে থিয় হৈ স্তোত্ৰ গাবলৈ ধৰিলে। সিদিনাৰ প্ৰাতঃ অধ্যাপনা শেষ কৰি তীৰ্থজিতে শিষ্যসকলক নিজৰ নিজৰ কামৰ দায়িত্ব কাৰ্য্যসূচীমতে পালন কৰিবলৈ সোঁৱৰাই দিলে। মৃণালৰ জন্মোৎসৱ তিথি, মহা সমাৰোহেৰে সেইবাৰ আশ্ৰমত পালন কৰিবলৈ ব্যৱস্থা হৈছে।

নানা ঠাইৰ পৰা নানাধৰণৰ দান উপহাৰ আহিছে। কোনোৱে টকা, কোনোৱে চাউল, আৰু কোনোৱেবা দাইল, গাখীৰ, আটা, চেনি, পাণ-তামোল আদি উৎসৱলৈ বুলি পঠাইছে। বিভিন্ন গাওঁ নগৰৰপৰা আলহী অতিথি আহি আশ্ৰম ভৰি পৰিছেহি। এইবাৰ তগৰক লৈ সগৰ নিজে আহি উৎসৱত

যোগ দিছোঁহি। সগৰে অন্যান্য বস্তু বাহানিৰ উপৰিও নগদ তিনি হাজাৰ টকা আশ্ৰমলৈ আগ বঢ়াইছে। চিলংৰ পৰা পৰাগ সুগন্ধাহঁতো সপৰিয়ালে আহিছে। তেতিয়া ভবেশ বৰুৱা আৰু ৰূপহী ইহলোকত নাই।

বুলি ওলোৱাৰ লগে লগেই আশ্ৰমৰ তিনি শ ছাত্ৰ দিহা দিহি কামত লাগি গ'ল। লক্ষ্মীমতীৰ পৰা বহুত মানুহ আহি ৰভা সজা, পাত-পতুৱা তোলা, আলহী ঘৰ নিৰ্ম্মাণ আদি কামত লাগিল। নিমেষতে সুদৃশ্য তোৰণে সৈতে বিৰাট সভামণ্ডপ তৈয়াৰ হ'ল। দিনৰ দুই বজাৰ পৰা তাত ধৰ্ম্মসভা বহিব।

ন' বজাৰ পৰা সাৰে দহ বজালৈ গোপিনী সৱাহ, সাৰে দহৰ পৰা বাৰলৈ ভকতৰ প্ৰসঙ্গ। বাৰ বজাৰ পাছত আলহী সৎকাৰ আৰু দৰিদ্ৰ-নাৰায়ণ সেৱা তাৰ পাছতে ৰাজহুৱা ধৰ্ম্মসভা। সন্ধিয়া ওজাপালি। শ্ৰীবৃন্ত অমিয়া কণ্ঠ বিদ্যাভূষণ সৰ্ব্বজনবিদিত ওজা। ৰাতি ন' বজাৰ পৰা কলিকতীয়া যাত্ৰা-পাৰ্টিৰ 'শ্ৰীৰাম-ৰাজ্য' নাট্যাভিনয় হৈ উৎসৱ অন্ত পৰিব।

গাঁও ভূঁই সকলোতে উৎসৱৰ কথা প্ৰচাৰ হৈছে। এম. এল. এ-ৰ তিথি কোনে নোযোৱাকৈ পাৰে? কিছু বেলি হোৱাৰে পৰা নিছিগা ধাৰে জনতাৰ সোঁত ব'বলৈ ধৰিলে।

গোপিনীসকলৰ ফালে বিজুলী আৰু ভকতসকলৰ ফালে তীব্ৰজিৎ নিজে সকলো তত্ত্বাৱধানৰ ভাৰ ল'লে। গোটেই আশ্ৰম ভীষণ কৰ্ম্ম তৎপৰ হৈ উঠিল। গোপিনী সৱাহ সুকলমে হৈ যোৱাৰ পাছত ভকতৰ নাম আৰম্ভ হ'ল। অসমৰ বিভিন্ন সত্ৰৰ পৰা অহা ভকতৰ মাজত হৰি-নামৰ মহাধ্বনি উঠিল। চাওঁতে চাওঁতে বাৰ বাজিল, ভকতে নামাপৰাধ ডাকিলে।

নামৰ পাছতে নিৰ্দ্দিষ্ট কৰি থোৱা ঠাইত দুফালে আলহী আৰু দৰিদ্ৰ-নাৰায়ণ বহি গ'ল। কেৱা শও তৎপৰ বিলনীয়াই হাজাৰ হাজাৰ পাতত গাখীৰ, গুড়, কল, পৰমান্ন দি গ'ল। তীব্ৰজিতে দৰিদ্ৰ-নাৰায়ণৰ মাজে মাজে তদাৰক লৈ ঘূৰিবলৈ ধৰিলে। এটা দীঘল জালমোনাত বাহুবলী শিষ্য এজনে দাঙিব পৰাকৈ নগদ টকা। তীব্ৰজিতে নিজ হাতেৰে সৰু বৰ সকলো অনিমন্ত্ৰিত দুখীয়া আলহীক এটকাকৈ দি যাবলৈ ধৰিলে। পেট ভৰাই এসাজ ভালকৈ খাবলৈ পাই আৰু এটকাকৈ দান দক্ষিণা পাই সকলোৱে হিয়া উবুৰিয়াই আশীৰ্ব্বাদ কৰিলে। এনেতে এজন শিষ্যই চিঞৰি কৈ গ'ল যে—খোৱা হোৱাৰ পাছতো কোনোৱে নিজ ঠাই এৰি নাযায় যেন। লগে লগেই এখন ঠেলা গাড়ীত এদ'ম কাপোৰ আহিল। দুগজকৈ কাটি ৰখা লং-ক্লথ কাপোৰৰ টুকুৰাবোৰ

তীব্ৰজিতে আপোন হাতেৰে প্ৰতিজনকে দি যাবলৈ ধৰিলে। দুখ দৈন্য পীড়িত জনতা আচৰ্য্য আৰু আনন্দত মুখৰ হৈ গ'ল। কাপোৰ টুকুৰা বুকুত ধৰি পৰম সুখত চকু মুদি হাঁহি হাঁহি বুলি কেৱল সেৱা কৰি যাব।

এইদৰে দৰিদ্ৰ-নাৰায়ণৰ সেৱা শেষ হৈ গ'ল। ৰাজহুৱা সভাৰ সময় ওচৰ চাপিল। শ্ৰীশ্ৰীযুৎ চিত্তানন্দ বাচস্পতি কাব্যালঙ্কাৰ তৰ্কতীৰ্থ কাশীধামৰ পৰা আহিছে সভাৰ পৌৰোহিত্য কৰিবলৈ। দয়ানন্দ ভাৰতী, কটক বিশ্ববিদ্যালয়ৰ দৰ্শনৰ অধ্যাপকে ভাৰতীয় দৰ্শন সম্পৰ্কে ভাষণ দিব। চিলংৰ পৰা অহা কেৱা গৰাকীও মন্ত্ৰী সভাত যোগ দিব। এনে আকৰ্ষণীয় সভা এখনলৈ আহি লোকে লোকাৰণ্য হৈ পৰিছে। গাড়ী, মটৰ, চাইকেল আদি ভৰি পৰিছে। কততা বিৰুদি লোমাবৰ উপায় নোহোৱা হৈছে।

গেটৰ ওপৰত থকা দৰ্শনী-লিপিৰ আখৰবোৰ চাই কোনো গাঁৱলীয়া মানুহে কৈছে—

"এঃ! ইয়াত দেখোন 'মুণ্মি শান্তি আশ্ৰম'হে লিখা আছে। মানুহে সদায় এম. এল. এ.ৰ আশ্ৰম আশ্ৰম কৰে?"

'মুণ্মি' নো কি? কিবা সংস্কৃত শব্দ হব পায়। এৰা পাই, "আমাৰনো আজলাই সেইবোৰ কি বুজিব।" · আন এজনে নিজকে নিজে কয়।

সভাৰ মূল প্ৰবেশ পথৰ দুয়োকাষে দুখন ডাঙৰ ফটো থিয়কৈ ৰখা হৈছে। এখন মৃণালৰ আৰু আনখন মিনতীৰ। জীৱনত দুয়োজনে আতৰা আতৰি হৈ থাকি সমাজ সেৱাকেই মুখ্য ব্ৰত কৰি লৈছিল। মৃত্যুৰ পাছতো দুয়ো দুইফালে থিয় হৈ যেন জন-সেৱা কৰিছে। উভয়ৰ মাজেদি জনতাৰ সোঁত অহা যোৱা কৰিছে।

যথা সময়ত সভাৰ কাম বিপুল সমাৰোহেৰে সাফল্যেৰে সমাধা হৈ গ'ল। প্ৰধান মন্ত্ৰীয়ে আশ্ৰমৰ উন্নতিৰ অৰ্থে পঞ্চাশ হাজাৰ টকাৰ এটা অনুদান আগ বঢ়ালে। কেইবা গৰাকীও মাৰোৱাৰীয়ে দুই এহেজাৰকৈ বহু হাজাৰ টকাৰ প্ৰতিশ্ৰুতি দিলে। সভাৰ মানুহ ভাগি দিহাদিহি গ'ল। তাৰ পাছতে ওজাপালি নৃত্য আৰম্ভ হ'ল। শেষত কলিকতীয়া অপেৰা পাৰ্টিয়ে গোটেই নিশা আনন্দমুখৰ কৰি তুলিলে।

পাছ দিনাখন দোকমোকালিতে বিজুলী আৰু তীব্ৰজিৎ নিয়মমতে প্ৰাতঃ-ভ্ৰমণৰ বাবে বাহিৰ হৈছে।

ভৌজিয়া আশ্ৰমৰ দুই এজন শিষ্যৰ বাহিৰে কোনো জনপ্ৰাণীৰ সাৰ-শব্দ

নাই। বাস্তাৰ মানুহবোৰ নিতালে শুই পৰিছে। কিছুমান দৰ্শক বতাৰ জলাতে দাঁৱিল দি পৰি আছে। ভ্ৰমণ শেষ কৰি তীব্ৰ-বিজুলী আশ্ৰমলৈ উভতিছে। এনেতে গেটৰমুখত এজনী কাণী বুঢ়ীক এজন বুঢ়া জীৰ্ণ মানুহে আগ বঢ়াই নিয়া চকুত পৰে।

এই বুঢ়ীজনীয়ে আগদিনা দান দিয়াৰ সময়ত তীব্ৰজিতৰ মুখলৈ বৰ কৰুণভাৱে চাই আছিল। সম্ভৱ তাই একেবাৰে অন্ধ নহয়। ঢেলা পৰা চকু দুটাৰে দিনৰ পোহৰত তাই ভাল ভাল সামান্য দেখিবলৈ পায়। এনেকুৱা মুখৰ মানুহ এজনী কেতিয়াবা চিলংত দেখা তীব্ৰজিতৰ মনত পৰে। কিন্তু ভালকৈ সোঁৱৰণ কৰিবও নোৱাৰিলে।

"হা, কি কৈছ ?? এম. এল. এ-ৰ আশ্ৰম কিয় বোলে ?

বুঢ়া লেতেৰা মানুহটোৱে কাণীজনীলৈ ঘূৰি চাই ভাঙৰ ভাঙৰকৈ প্ৰশ্ন কৰে। সম্ভৱ সি ধুমকলা মানুহ।

এম. এল. এ. মৃণালকে বোলে। সি বাইজৰ বৰ মানুহ হৈছিল। তাৰ টকাৰেই এই আশ্ৰমখন স্থাপনা কৰা হৈছে।"

ভালকৈ মণিব নোৱাৰা পুতেকজনক উদ্দেশ্য কৰি বুঢ়ীয়েও চিঞৰি চিঞৰি কয়। ইতিমধ্যে সিহঁত গৈ আশ্ৰমৰ ভালেখিনি আতৰ হৈ পৰিল।

চিলংৰ পৰা ঘূৰি আহি নিৰ্ম্মল পুত্ৰশোক আৰু ভ্ৰাতৃশোকত বেছিদিন জীয়াই নাথাকিল। তাৰ পাছৰটো বছৰতে আচৰিত ৰকমৰ জহনী ৰোগত গাঁৱৰ বহুত মানুহ মৃত্যুমুখত পৰে। পঁদুপুৰ গাঁৱত আটাইতকৈ শোকাবহ ঘটনা ঘটে নিৰ্ম্মলৰ ঘৰত। এটা সপ্তাহৰ ভিতৰতে বিধবা বিতৃষ্ণা আৰু মৰাহজা কিৰণক এৰি ঘৰৰ সকলোটি ল'ৰা-ছোৱালী চাফা হৈ গ'ল। মৃত্যু নদীৰ এনে প্ৰলয়ংকৰী সোঁতত সকলোকে হেৰুৱাই হাবু-ডুবু খাই বাচি ৰ'ল বিতৃষ্ণা। কেইদিনমানৰ পিছতে কান্দি কান্দি তাইৰ চকু কণা হৈ যায়। টাইফয়েডে থেকেচা দাৰিদ্ৰ্য-প্ৰপীড়িত কিৰণো আৰু কোনোদিনে গা কৰি উঠিব নোৱাৰিলে। সি মাকৰ ভিক্ষামমুঠিৰ সংস্থান কৰিবলৈহে যেন প্ৰাণ ধৰি থাকিল।

আগদিনা উৎসৱলৈ আহি বাতিটোও তাতে কটাই আশ্ৰমৰ পৰা ধীৰে ধীৰে বাহিৰ হৈ অহা সেই জীৰ্ণকায়, বধিৰ আৰু শীৰ্ণ শৰীৰ, আজলী বুঢ়ীজনী আন কোনো নহয়—বিতৃষ্ণা আৰু কিৰণ। মাক আৰু পুতেক। অৱস্থাই সিহঁতক বহুত বয়সীয়া কৰি পেলাইছে।

টোকোনডালৰ পাছ মূৰটোত ধৰি খুপি খুপি আগবাঢ়ি যোৱা বুঢ়ীৰ মনত বহুত কথাই জুমুৰি দি ধৰে। অতীতৰ অনেক কাহিনী খুলি ক'বলৈ তাইৰ ইচ্ছা হয়। কিন্তু কলা পুতেকক চিঞৰি ক'বৰ বলো তাইৰ দেহাত নাই। মৃণালহঁতৰ প্ৰতি তাইৰ হিংসা আৰু চিৰদিন কৰি অহা অত্যাচাৰৰ কথা তাই সোঁৱৰণ কৰে। আজি মৃত্যুৰ পাছতো মৃণালে যেন সিহঁতক দুসাজ ভাত, দুটি টকা আৰু দুটুকুৰা বস্ত্ৰ দান কৰি সহানুভূতি দেখুৱাইছে। সেই উদাৰচিত্ত মৃণাল বাচি থকা হ'লে হয়তো তাইক কিমান সহায় কৰিলেহেঁতেন! বিতৃষ্ণাৰ কণা চকুৰ পৰাও পানী বাগৰি আহে। তাইৰ মনত পৰে কোনোবাই কোৱা নীতিবচন এষাৰ—"বংশক হিংসিব নাপায়। বংশক হিংসিলে বংশ লোপ পায়।"

পথাৰৰ মাজত আশ্ৰমৰ গৰু ৰাখি থকা কোনো নিষ্ঠাৱান ব্ৰতাচাৰী শিষ্যই দীঘলকৈ ৰাগিণী তানিছে—তাৰে ৰিণি ৰিণি লহৰা আহি বিতৃষ্ণাৰ কাণত পৰে।

( অ' হৰি ) ঈৰিষা অসূয়া হিংসা পৈশুন্য নুগুছে এ তিলে তিলে।

তনুক বেঢ়ি তিলে তিলে ধৰি কাল অজগৰে গিলে॥

মই পাপী কেমনে তাৰিবো হৰি হে·

অ' তুমি কৰুণা নকৰা মোৰে···॥

"এম. এল. এ তেন্তে আমাৰ খুৰা ; হা এ আই! কি কৈছ ?"

মাকৰ মুখলৈ নোচেৱাকৈয়ে কিৰণে চিঞৰি সোধে। বিতৃষ্ণাই পাছত চকুপানী মচি মচিয়ে উত্তৰ দিয়ে —

"হয়, খুৰা ; তোৰ দেউতাৰ ভায়েক এম. এল. এ।"

সুদূৰত ৰঙা বেলিয়ে ভুমুকি মাৰে। বুঢ়ীয়ে পোহৰৰ ৰূপ চাবলৈ জোৰকৈ চকু দুটা মেলে। বাহিৰত অনন্ত, অখণ্ড পোহৰ। তাৰ অকণি পাবলৈকে ইমান কষ্ট কৰিব লাগে! ভিতৰৰ অসীম অন্ধকাৰৰাশি কেনেকৈ দূৰ হয় ?

———